# দূৰ-দূৰান্তৰ

( অভিজ্ঞতাৰ একাঁজলি )

ড° ৰেণু দেৱী

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
গুৱাহাটী • পাঠশালা • কলিকতা

*Door Doorantar, a travelogue written by Dr. Renu Devi and Published by A. P. Choudhury, Bani Prokash Pvt Ltd, Panbazar, Guwahati-1. Price : Rs. 35·00*



প্ৰকাশক :
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড
পাণবজাৰ
গুৱাহাটী-৭৮১০০১

শাখা :
পাঠশালা-৭৮১৩২৫
বৰপেটা

১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৭০০০০৬

প্ৰথম প্ৰকাশ : মে, ১৯৯৩

প্ৰচ্ছদপট :
বিজয় মণ্ডল

বেচ : পয়ত্ৰিশ টকা মাথোন



ছপা :
পূৰ্বোদয় প্ৰেছ
১০, কৈলাস বোস ষ্ট্ৰীট,
কলিকতা-৭০০-০০৬

# আগকথা

সৰুৰেপৰা ভ্ৰমণে মানুহৰ জ্ঞানৰ ভাণ্ডাৰ সমৃদ্ধ কৰে বুলি শুনি আহিছো। কিন্তু বিদেশ ভ্ৰমণে বিভিন্ন জাতিৰ সংস্কৃতি-সভ্যতা জীৱনধাৰা আৰু জীৱন দৰ্শনৰ প্ৰত্যক্ষ-ভাৱে জনাৰ সুবিধা কৰি দিয়ে। আমেৰিকাৰ বিখ্যাত শিক্ষাবিদ আৰু দাৰ্শনিক জন ডিউইয়ে সেয়ে হয়তো অভিজ্ঞতাৰ মাজেৰে জ্ঞান-সঞ্চয়ৰ ওপৰত ইমান গুৰুত্ব দিছিল। বিদেশ ভ্ৰমণৰ বিভিন্ন অভিজ্ঞতাই মোৰ জীৱনতো যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছে। বিভিন্ন দেশৰ মানুহৰ আচৰণ, আদৰ্শ, দৃষ্টিভঙ্গী, মূল্যবোধ আৰু মূল্যায়নে মোৰ মানসিক দৃষ্টিভঙ্গীৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰি মোৰ চিন্তাধাৰাৰ দিগবলয়ো বহলাই দিছিল। মোৰ বিশ্বাস আৰু মূল্যায়নৰ পৰিবৰ্তন আনিছিল আৰু বিভিন্ন বিষয়ত মোৰ বিচাৰ আৰু দৃষ্টিভঙ্গীৰ দিশো বদলাই দিছিল। একেবাৰে অকলে বিভিন্ন সময়ত পাঁচখন দেশৰ বিভিন্ন ঠাইত ফুৰাৰ কাৰণে আত্ম-বিশ্বাস, আৰু আত্ম-জ্ঞানৰ সৌধ সুদৃঢ় কৰিছিল। সৰু সৰু কথা কিছুমানে পাহৰিব নোৱাৰা শিক্ষা দিছিল।

বিদেশ ভ্ৰমণৰ উদ্দেশ্য যদিও বৌদ্ধিক আছিল, কিন্তু ইয়াৰ লগতে পোৱা বিভিন্ন ধৰণৰ অভিজ্ঞতাই মোৰ জ্ঞানৰ ভাণ্ডাৰ সমৃদ্ধ কৰিছিল। বহুতে মোক বিদেশ ভ্ৰমণত পোৱা অভিজ্ঞতা জনাবলৈ বাৰে বাৰে অনুৰোধ জনাইছিল। মই এই কিতাপখনত কোনো বৌদ্ধিক তত্ত্ব আলোচনা কৰিবলৈ ওলোৱা নাই। বিভিন্ন সময়ত পোৱা অভিজ্ঞতা আৰু ভ্ৰমণ কৰা বিভিন্ন ঠাইৰ আভাস ইয়াত দিছো। যিসকলে মোক লিখাৰ কাৰণে প্ৰেৰণা দিছিল, সেইসকলৰ মনোৰঞ্জনৰ কাৰণে সাধাৰণভাৱে মোৰ ভ্ৰমণ অভিজ্ঞতাসমূহ লিপিবদ্ধ কৰিছো। উচ্চশিক্ষাৰ কাৰণে গ্ৰেটবৃটেইন, ফ্ৰান্স, অষ্ট্ৰেলিয়া, আমেৰিকা আৰু জাৰ্মানি ডেমক্ৰেটিক ৰিপাব্লিকৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি বিভিন্ন অভিজ্ঞতা লাভ কৰিছিলো। এইখন কিতাপত মই আমেৰিকা আৰু জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিকৰ বিভিন্ন ঠাইত পোৱা মোৰ অভিজ্ঞতাৰ সোৱাদ আনকো দিব খুজিছো। সময়ত আন তিনিখন দেশৰ বিষয়ে লিখিম বুলি মনতে আশা এটা পুহি ৰাখিছো। পাঠকে কিতাপখন ভাল পালে মোৰ লিখাৰ সাৰ্থকতা বুজিব পাৰিম। আমেৰিকাৰ ছানফ্ৰান্সিস্কো, লছ এঞ্জেলেচ, লচ ভেগাছ, সান্তা বাৰবাৰা, ছান ডিগাগো, ডিজনিল্যাণ্ড আদি বহুতো ঠাই ভ্ৰমণত পোৱা অভিজ্ঞতা, বৰ্ণ-বৈষম্যৰ অভিজ্ঞতা, সমৃদ্ধশালী দেশত ভদ্ৰ ভিক্ষাৰীৰ অস্তিত্ব

আৰু পূব-জাৰ্মানীত ক্ৰাইৱচওৱান্ড, হালে, ড্ৰিচডেন, লাইপজিগ, বাৰ্লিন আৰু বিশ্ব বিখ্যাত' পটাম আদি ঠাই ভ্ৰমণৰ অভিজ্ঞতা ইয়াত সন্নিবিষ্ট কৰিছোঁ। আশাকৰোঁ, কিতাপ পঢ়ি পঢ়ুৱৈক কিছু তথ্য, কিছু ঘটনা আৰু কিছু জানিব লগীয়া কথা জনাব পাৰিছোঁ। পাঠকে সাদৰেৰে গ্ৰহণ কৰাৰ ওপৰতে নিৰ্ভৰ কৰিব কিতাপখন লিখাৰ সাৰ্থকতা।

ৰেণু দেৱী

• ছবিবোৰ পোৱা হৈছে ইউ এছ আই এছ, কলিকতাৰ সৌজন্যত।

# কালিফৰ্ণিয়াৰ পথত

১৯৮৬ চনৰ অক্টোবৰ মাহত পেৰিচত বহা 'জীৱনব্যাপী সংহত শিক্ষা'ৰ আন্তঃৰাষ্ট্ৰীয় সম্মিলনত যোগদান কৰি উভটি অহাৰ পিছতেই গম পালোঁ যে বিশ্ববিদ্যালয় অনুদান আয়োগে মোক তিনিমাহৰ বাবে 'চিনিয়ৰ ফেল' হিচাপে আমেৰিকালৈ যোৱাৰ বাবে মনোনীত কৰিছে। খবৰটো পাই মই অলপ চিন্তা কৰিবলৈ ধৰিলোঁ। বিশ্ববিদ্যালয়খন বাচি উলিয়াৰ ক্ষেত্ৰত নানা খবৰ-খাতি আলোচনা-বিলোচনা কৰি বাৰ্কলেত থকা কালিফৰ্ণিয়া বিশ্ববিদ্যালয়লৈ যোৱাটোকে মই ঠিক কৰিলোঁ, যাতে তাৰ ওচৰে পাজৰে থকা আন বিশ্ববিদ্যালয়লৈও যাব পাৰোঁ। দূৰৈৰপৰা নেদেখাকৈ কোনো ঠাই বা অনুষ্ঠানৰ বিষয়ে সম্যকভাৱে জনাৰ বহুতো অসুবিধা আছে। তথাপি তেৰজন নবেল প্ৰাইজ পোৱা প্ৰফেচৰৰ শিক্ষণৰ বিশ্ববিদ্যালয়খন যে খুব উচ্চমানৰ হ'ব তাক ধাৰণা কৰিব পাৰিছিলোঁ। মোৰ কথাৰ সত্যতা প্ৰতিপন্ন হৈছিল মই যোৱাৰ পিছতহে। বিশ্ববিদ্যালয় অনুদান আয়োগেও মোৰ বাচনিত হয়ভৰ দিয়াত আমেৰিকাৰ শিক্ষা বিভাগৰ লগত মই যোগাযোগ কৰি যোৱাৰ দিন ঠিক কৰিলোঁ ১৯৮৭ চনৰ সাত ছেপ্তেম্বৰত। মোৰ অধ্যয়নৰ বিষয়বস্তু আছিল "আমেৰিকাৰ উচ্চশিক্ষাৰ বিকাশ, সংগঠন, পাঠ্যক্ৰম, পৰীক্ষা আৰু প্ৰশাসন।"

ইতিমধ্যে মই মোৰ প্ৰয়োজনীয় নথি-পত্ৰ লৈ ভিচা লবলৈ বুলি দুদিনৰ আগতে কলিকতালৈ যাত্ৰা কৰিছিলোঁ।



কালিফর্নিয়া বিশ্ববিদ্যালয়ের একাংশ



হাডচন নদীৰ পাৰত লিখিকা

# প্ৰথম অধ্যায়

**প্ৰথমেই প্ৰবঞ্চিত হ'লো :**

আকাশী জাহাজ যাব কলিকতাৰপৰা টকিঅ' হৈ ছানফ্ৰান্সিস্কোলৈ। এই কেইদিন আমেৰিকা আৰু জাপানৰ ভিচা লবলৈ কলিকতাত কেইবাদিনো ঘূৰা-পকা কৰিব লগা হোৱাৰ কাৰণে মোৰ যেন অলপ ভাগৰ লাগিছিল। প্ৰায় তিনি ঘণ্টামানৰ আগতে আহি কলিকতা বিমান কোঠৰ আন্তৰ্জাতিক শাখাৰ এটা মূৰত বহি আছোঁ। টুলখনত বস্তুখিনি লৈ বহি থাকোঁতে তাতে কাম কৰা ল'ৰা এজনে কফি খাব নেকি বুলি সোধাত মই একাপ আনিবলৈ ক'লোঁ। ওচৰত কোনো নথকাৰ কাৰণে আৰু অলপ ভাগৰ লগা দেখি মই চকুৰ আগত দেখা কিতাপৰ দোকানৰপৰা শাৰদীয় 'দেশ'খন কিনি আনিব পাৰিব নেকি বুলি তেওঁক সুধিলোঁ। তেওঁ খুব আনন্দেৰে আনি দিব বুলি কৈ চল্লিশ টকা লৈ আলোচনীখন লৈ আহিল। খুব বিনয়েৰে ক'লে যে আঠত্ৰিশ টকা লৈছে আৰু ভঙনীয়া নাই কাৰণে তাৰ হাতৰপৰাই আঠত্ৰিশ টকা দিছে। তেওঁ মোক অলপ পিছত দুটকাৰে একাপ কফি আনি দিব বুলি ক'লে ময়ো সৰল মনেৰে বিশ্বাস কৰি আলোচনীখন লুটিয়াবলৈ ধৰিলোঁ। হঠাৎ মোৰ আলোচনীৰ ছয়ত্ৰিশ টকা দামটো দেখি অলপ সন্দেহ উপজিল। মই তেতিয়া অনুমান কৰিলোঁ তেওঁ মোৰপৰা দাম বেছি লৈছে বা দোকানে লৈছে। ইফালে সিফালে চাই ল'ৰাজনক ক'তো দেখা নাপাই মোৰ আৰু সন্দেহ উপজিল কাৰণ ইমান সময়ে তেওঁ কফি কাপকে লৈ নাহিল। এনেতে টকিঅ'লৈ যোৱা দল এটাৰ কেইজনমান জাপানী মানুহ মোৰ ওচৰতে বহিল। তেওঁলোকৰ লগত অলপ কথা পাতি মই মোৰ বস্তুখিনি চাবলৈ অনুৰোধ কৰি দোকানখনলৈ আহি 'দেশ'ৰ দামটো সুধিলোঁ।

*তেওঁলোকে ছয়ত্ৰিশ টকা হোৱাৰ লগতে সেইখন যে অলপ আগতে ল'ৰাজনে ছয়ত্ৰিশ টকা দি নিছে তাকো কলে। মই কথাটো কওঁতে তেওঁলোকে ইচ-আচ কৰি কাকো বিশ্বাস নকৰিবলৈ ক'লে।*

মোৰ মনটো খুব বেয়া লাগিল প্ৰৱঞ্চিত হোৱাৰ কাৰণে। মই কাষ্টমত সোমাবলৈ যোৱাৰ আগতে ল'ৰাটোক নেদেখি মোৰ নিজৰ ওপৰতে খং উঠাৰ লগতে ল'ৰাটোৰ ওপৰতো অনুকম্পা জন্মিছিল। অভাৱগ্ৰস্ত সংসাৰ এখনত উঠি অহা ডেকা ল'ৰা এজনে এনেকুৱা প্ৰৱঞ্চনা কৰি অসৎ উপায়েৰে টকা অৰ্জন কৰা দেখি তেওঁৰ ভৱিষ্যতৰ কথা ভাবিছিলোঁ। মোৰ কাৰণে চাৰি টকা যোৱাটো একো ডাঙৰ কথা নহ'লেও আমাৰ দেশৰ ভৱিষ্যতৰ গঢ় দিয়া ডেকা ল'ৰাৰ এনে কু-আচৰণে মোৰ মনটো বেদনাসিক্ত কৰি তুলিছিল। কোনো বিদেশীয়ে যাতে এনেকুৱা প্ৰৱঞ্চনাৰ সন্মুখীন হৈ আমাৰ দেশৰ ওপৰত বেয়া ভাৱ লৈ নাযায় তাকে ভাবিছিলোঁ। মনতে আকৌ নিজকে সান্ত্বনা দিছিলোঁ যে হয়তো পূজাৰ সময়ত চাৰিটা টকাই তাৰ কাৰণে যথেষ্ট উপাৰ্জন। অভাৱত পৰিয়ে হয়তো এনে অসৎ পন্থা লৈছে। কিন্তু আনক প্ৰৱঞ্চনা কৰি কেইদিন জীয়াই থাকিব?

আবেলি ৫-৩০ বজাত আন্তঃৰাষ্ট্ৰীয় বিমান কোঠৰ গেটেৰে ভিতৰ সোমালোঁ। বহুতক বিদায় দিবলৈ অহা মানুহবোৰ দেখি মোক গুৱাহাটীত বিদায় দিবলৈ অহা স্বামী, ল'ৰাটো, ভতিজাহঁত আৰু বন্ধু-বান্ধৱীলৈ মনত পৰিছিল। মই একেবাৰে অকলশৰীয়া হোৱা বাবে প্ৰথমে টিকট দেখুৱাবলৈ গলোঁ। তাত বাকচবোৰ জমা দি এয়াৰপ'ৰ্ট টেক্স জমা দি প্ৰাপ্য ডলাৰখিনি লৈ ভিতৰ সোমালোঁ। ইয়াত বিভিন্ন ঠাইত আমাক পৰীক্ষা কৰাৰ পিছত ওপৰ তলালৈ যাবলৈ ক'লে। আমাৰ লগতে বাংলাদেশলৈ যাবলগীয়া যাত্ৰীসকলে ডলাৰ দি খুব বিদেশী সুৰা কিনা দেখি আচৰিত হৈছিলোঁ। মোৰ কাষতে বহা জাপানী পৰিয়াল এটাই মই ক'লৈ যাম বুলি সোধাত মই টকিঅ' হৈ ছানফ্ৰান্সিস্কোলৈ যাম বুলি কলোঁ। দৰকাৰ হলে তেওঁলোকে সহায় কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। জাপানত থাকিলে তেওঁলোকৰ ঘৰলৈ আহিবলৈ অনুৰোধ কৰি ঠিকনাও

দিলে। তেওঁলোকে ভাৰতত কেনে পালে বুলি সোধাত খুৱ ভাল লাগিল বুলি ক'লে বিশেষকৈ কাশ্মীৰখন। ভাৰতীয় মানুহৰ আতিথ্যবো শলাগ ললে। তিক্ত অভিজ্ঞতা পালেও তেওঁলোকে কেতিয়াও মোৰ আগত নকয় কাৰণ তেওঁলোক অতি বিনয়ী আৰু ভদ্ৰ। সময় হোৱাত আমি বিমানত উঠিবলৈ গ'লো। তেতিয়া গধূলি ৭-৩৫; পাতল কুঁৱলিয়ে সন্ধিয়া ঠাইবোৰ আগুৰি থকাত বিমান কোঠৰ লাইটবোৰহে কেৱল দেখিবলৈ পাইছিলোঁ।

বিমানত সন্ধিয়াৰ সাজ খোৱাৰ পিছত পৰ্দাত দেখুৱা হাঁহি উঠা চিনেমা এখন চাই থাকোঁতেই চকু দুটা জাপ খাই আহিল। চিংগাপুৰ পোৱাত টোপনি ভঙাত অলপ পৰ ইফাল সিফাল কৰি ঘূৰিবলৈ ধৰিলোঁ। কমলা আৰু আঙুৰৰ ৰস অলপ খাই থাকোঁতে চিনাকি হোৱা জাপানী মহিলা গৰাকীয়ে মোৰ খবৰ ল'বলৈ আহিল। তেখেতক মোৰ ওচৰতে অলপ বহিবলৈ কৈ কথা পাতি মোৰ খবৰ লোৱাৰ কাৰণে ধন্যবাদ জনালোঁ। তেখেতে এয়াৰ ইণ্ডিয়াৰ আপ্যায়ন অতি ভাল বুলি কোৱাত মোৰো মনতো ভাল লাগিছিল। আন যাত্ৰী অহাৰ লগে লগে তেখেত নিজৰ ঠাইলৈ গুচি যোৱাত মই চেফ্‌টি বেল্টডাল মাৰি কিতাপ এখন পঢ়িবলৈ ল'লো। ইমান পৰে মোৰ ওচৰত মন মাৰি বহি থকা জাপানী ছোৱালীজনীয়ে উচুপি উচুপি কান্দিবলৈ ধৰাত মই তাইৰ গাত হাতখন থৈ 'কি হৈছে' বুলি সোধাত তাই মোৰ গাত মূৰটো থৈ আৰু বেছিকৈ উচুপিবলৈ ধৰিলে। ষোল বা সোতৰ বছৰৰ পুতলাটোৰ দৰে ধুনীয়া সৰু ছোৱালী। তাই কান্দি কান্দি ক'বলৈ ধৰিলে যে ছয় মাহ তাই বিশ্বভাৰতীত প্ৰশিক্ষণ ল'বলৈ যাওঁতে বহুতো ভাৰতীয় বন্ধু-বান্ধবী লগ পাইছে। সিহঁতলৈ মনত পৰি বিশেষকৈ ল'ৰা বন্ধু এজনলৈ মনত পৰি তাইৰ বৰ দুখ লাগিছে। ঘৰৰ ওচৰ যিমানে পাইছে তাই উপলব্ধি কৰিছে যে সিহঁতক আৰু কেতিয়াও দেখা নাপায়। কুমলীয়া বয়সৰ আন্তৰিক অনুভূতি আৰু নিভাজ মৰমখিনি দেখি মই ছোৱালী-জনীৰ সৰল মনৰ পৰিচয় পাইছিলোঁ। তাইক মই বুজোৱাৰ পিছত তাই অলপ শান্ত হৈ মোৰ মুখলৈ চাই ক'বলৈ ধৰিলে "তোমালোক ভাৰতীয়-বোৰ বৰ মৰমিয়াল। আনন্দৰ মাকেও মোক মৰম কৰিছিল।" তাৰো

খুব ভাল ছোৱালী বুলি কোৱাত মোক ধন্যবাদ জনোৱাত মই তাইক অলপ চকু মুদি শুবলৈ ক'লোঁ।

"সুপ্ৰভাত মহাশয়া, আপোনাৰ প্ৰাতাহাৰ" বুলি কোৱাত মই চকু মেলি দেখোঁ ৰাতি পুৱাইছে। মই লৰা-লৰিকৈ টয়লেটলৈ গৈ মুখখন ধুই চাহ কাপ খাবলৈ ল'লো। ট্ৰে ভৰাই দিয়া বিভিন্ন বস্তুখোৱাৰ কোনো হেপাহ নহ'ল। ওচৰত বহা 'চুজি' বোলা ছোৱালীজনীয়ে মোলৈ চাই হাঁহি 'সুপ্ৰভাত' জনাই কেৱল দৈখিনি (ইয়প্ট) খাবলৈ ধৰিলে। আঠটা ত্ৰিশত নাৰিটা বিমানকোঠ পাই আমি পোনে পোনে চেকিঙলৈ আহিলো। টকিঅ'ত নমাবোৰৰ এটা পথ আৰু আমাৰ আন এটা পথ। জাপানী বিষয়া আৰু পুলিচে আমাৰ বস্তুবোৰ পৰীক্ষা কৰি অলপ ৰ'বলৈ ক'লে। মোৰ লগত চিনাকি হোৱা জাপানী পৰিয়ালটোৱে বিষয়া-জনক জাপানীতে কিবা কোৱাত তেওঁ মূৰ দোৱাই সঁহাৰি জনাইছিল। তেওঁলোকে মোৰ যাত্ৰা শুভ হওঁক বুলি জাপানী পদ্ধতিত মূৰ নত কৰি বিদায় লৈ উভতি আহোঁতে তেখেতসকলৰ ঘৰলৈ আহিবলৈ নিমন্ত্ৰণ জনালে। মই সম্ভৱ হ'লে সোমাম বুলি কথা দিলো। মই গেট কাৰ্ডখন লবলৈ ৰৈ থাকোঁতে এজন ভদ্ৰলোকে মোক পাছফালৰপৰা কলে "আপুনি অনুগ্ৰহ কৰি এটা বিশেষ উপকাৰ কৰি দিব পাৰিব নে?" মই কি বুলি সোধাত তেখেতে ক'লে "মই এতিয়াই ভেঙ্কুৱাভাৰলৈ যাম। এখেতক মোৰ লগত পঠিয়াইছে লচ্ এঞ্জেলচলৈ যাবলৈ। কিন্তু তেখেতৰ বিমান পাঁচটা বজাত"। তেখেতে মানুহ এগৰাকীক ইংগিতেৰে মাতিলে। পিছফালে থিয় হৈ থকা মানুহ গৰাকী অলপ আগবাঢ়ি আহিল। মানুহজনে কলে "এখেতক আপুনি যদি অলপ কষ্ট কৰি বিমানত যোৱাৰ সুবিধা কৰি দিয়ে তেনেহ'লে বৰ ভাল পাম কাৰণ তেখেত জীয়েকৰ তালৈ যাবলৈ প্ৰথম বাহিৰলৈ আহিছে। তেখেতৰ বিশেষ অসুবিধা হৈছে যে তেখেতে ইংৰাজী ক'ব নাজানে।" মই মানুহ গৰাকীৰ মুখলৈ চাই দেখিলো বয়সীয়া গাঁৱৰপৰা অহা সাধাৰণ গুজৰাটী মহিলা। ভয়, সংকোচ, অনিশ্চয়তাত অলপ উদ্বিগ্ন হৈ আছে। মই তেখেতৰ গেট নম্বৰটো চাই দেখিলো ছাব্বিশ আৰু মোৰটো ওঠৰ অৰ্থাৎ এটা মূৰৰপৰা আন এটা মূৰলৈ যাব লাগিব।

তথাপি মই তেখেতক চাম বুলি আশ্বাস দিয়াত মানুহ গৰাকীয়ে মোৰ হাতখন সাৰটি নীৰৱে কৃতজ্ঞতা জনালে। মানুহজনে তেখেতৰ ভায়েক আৰু তেখেতৰ ঠিকনা দি আমাৰপৰা বিদায় ল'লে। এনেতে শ্ৰীলংকাৰপৰা অহা পাঁচটা সৰু সৰু ল'ৰা-ছোৱালীৰ মাতৃ এগৰাকীয়ে আহি কলে যে তেওঁ একো চিনি নাপায়। তেওঁকো সহায় কৰিলে বৰ কৃতজ্ঞ হ'ব। তেখেতৰ গেট নম্বৰ চৈধ্য। মই সহায় কৰিম বুলি ক'লো। মোৰ দায়িত্ব দেখি জাপানী বিষয়াজনে মোক সুধিলে, "আপুনি চম্ভালিব পাৰিব নে? নহলে আমাৰ কোনো এজনে থৈ আহিব।" মই নালাগে বুলি কোৱাত তেখেতসকলে কাষ্টম পাৰ নোহোৱাকৈ ভিতৰতে থকা এটা জিৰণি কোঠাত আমাক বহিবলৈ দেখুৱাই দিলে। বিষয়াজনে মোক কলে "আপুনি ছয়টালৈ কি কৰিব? ইচ্ছা কৰিলে ফুৰি আহিব পাৰে।" মই ঘড়ী চাই জাপানৰ সময়মতে ৰাতিপুৱা ৯-৩০ বজা দেখি ভাবিলোঁ, অলপ ফুৰিয়ে আহোঁ। মই ডাঙৰ কোট আৰু বেগটো গুজৰাটী মহিলা গৰাকীক জমা দি কলোঁ "মই তিনিমান বজাত আহিম। আপোনালোকে চিন্তা নকৰিব।" লিফ্‌টেৰে চাৰি তলাৰপৰা তলতলাৰ কাষ্টম পাৰ হৈ ওলাই আহিলোঁ। বিমান কোঠৰ ভিতৰত থকা টুৰিষ্ট অফিচত মই নাৰিটালৈ কেনেকৈ যাম সুধিলোঁ। জাপানী ছোৱালীজনীয়ে মোক বাহিৰলৈ লগত আনি পাঁচ নম্বৰ বাছত উঠি টেক্সীৰে গৈ কেনেকৈ উভটি আহিব লাগে তাকে বুজাই দিলে। ময়ো পাঁচ নম্বৰ বাছেৰে নাৰিটা হোটেললৈ গৈ তাৰপৰা ইংৰাজীজনা ড্ৰাইভাৰ এজনৰ টেক্সিত উঠি চহৰখন ঘূৰি বিমান কোঠলৈ উভটি আহিলোঁ। বিমান কোঠত সোমাই চাৰি তলালৈ আহি দেখোঁ চাৰিওফালে দোকানে দোকান—মুকুতাৰ দোকান জিলিকি আছে আৰু মাজত কাউন্টাৰ। মই হতবাক হৈ চাৰিওফালে চাই আমাৰ সেউজীয়া ৰঙৰ চোফাৰ জিৰণি কোঠাটো বিচাৰিব ধৰিলোঁ। কাউন্টাৰত থকা গৰাকীক মই কথাটো কৈ গেটপাছখন দেখুৱাওঁতে ঠিক ঠাইলৈ অহা বুলি ক'লে আৰু সজাই থোৱা মটৰখনৰ ওচৰত জিৰণি ঠাইত বহিবলৈ কলে। মই এইবাৰ আকৌ বুজালোঁ। তেওঁলোকে হাঁহি মোক সহায় কৰিবলৈ ওৱাকিটকিৰে বেলেগ কাউণ্টাৰত এয়াৰ ইণ্ডিয়াত খবৰ দিলে। মই

চলন্তচিৰিৰে তললৈ নামি আকৌ লিফটেৰে চাৰি তলালৈ আহি সেই একে ঠাই পালো। মই অলপ ঘূৰি লিফটৰ ওচৰত থিয় হওঁতে প্ৰথমে লগ পোৱা জাপানী বিষয়াজনে পাছফালৰপৰা মাত লগালে "আপুনি ৰাস্তা হেৰুৱাইছে। মই কাম শেষ কৰি ঘৰলৈ যাবলৈ ওলাইছিলোঁ কিন্তু ওৱাকিটকিত গুলপীয়া শাৰী পিন্ধা ভাৰতীয় মহিলাৰ কথা কওঁতে মই আহিছোঁ আপোনাক উদ্ধাৰ কৰিবলৈ। আপুনি কাষ্টম অফিচ পাৰ হৈ অহাৰ কাৰণে আগৰ ঠাইলৈ যাব নোৱাৰিলে।" তেওঁ মোক পুনৰ কাষ্টমৰ মাজেৰে নিবলৈ অনুমতি লোৱাত একেবাৰে শেষৰ মূৰত থকা আমি বহা ঠাইলৈ আহিলো। তেতিয়া তিনিটা বাজিছিল।

মোক দেখি গুজৰাটী মহিলা গৰাকীয়ে আথে বেথে বহিবলৈ দিছিল। মই তেওঁলোকক মোৰ অভিজ্ঞতাৰ কথা নকৈ কিবা খাইছে নে নাই সুধিলো। শ্ৰীলংকাৰ মানুহ গৰাকীয়ে একাপ কফি কিনি মোক খাবলৈ দিয়াত মোৰ মনটো ভাল লাগিছিল কোনোবা এজনে যত্ন লোৱা দেখি। সঁচাকৈয়ে মোৰ পিয়াহ লগাৰ কাৰণে তেখেতক ধন্যবাদ জনাই কফি কাপ খালো। ৪-৩০ বজাত আমি সকলোৱে বস্তু লৈ দুই তলালৈ নামি প্ৰথমে চাৰিবছ নম্বৰৰ গেটলৈ গৈছিলোঁ। এইটো এফলীয়া আৰু দূৰত হোৱা কাৰণে গুজৰাটী মহিলা গৰাকীক থবলৈ গ'লো। গেটৰ দুৱাৰ মুখত তেখেতক ভিতৰ সোমাবলৈ কোৱাত তেখেতে মোকো লগত যাবলৈ কলে। তাৰপৰা আমাক সোমাবলৈ নিদিয়ে কাৰণে পুলিচ মহিলা অফিচাৰ এগৰাকীক কথাটো বুজাই ক'লো। তেওঁ মোক চিন্তা কৰিবলৈ হাক দি মানুহ গৰাকীক লগত লৈ ভিতৰ সোমাল। যোৱাৰ আগতে তেখেতে মোক সাৰটি লজএঞ্জেলচলৈ যাবলৈ ক'লে। ভয়ত মানুহ গৰাকী কঁপাৰ কাৰণে মোৰ মনটো বৰ বেয়া লাগিছিল। নেদেখালৈ তেখেতক হাত জোকাৰি আশ্বাস দিয়াৰ পিছত চৈধ্য নম্বৰত শ্ৰীলংকাৰ মানুহ গৰাকী আৰু ল'ৰা-ছোৱালী কেইটাক জিৰণি ঠাইত বহুৱাই টিভিত কেনেকৈ সময়টো চাই গেটত সোমাব লাগিব তাক বুজাই দিলোঁ। শেষত মই ওঠৰ নম্বৰৰ জিৰণি কোঠালৈ আহি বহিলোঁ।

ইয়াৰ জাপানী ছোৱালী, কৰ্মচাৰী আৰু পুলিচ অতিশয় বিনয়ী,

সহায়কাৰী আৰু ভদ্ৰ। খুব সৰুকৈ কথা কোৱাৰ বাহিৰেও অতি সহজ আৰু মাৰ্জিত তেওঁলোকৰ আচৰণ। কথাই প্ৰতি মুখ দোঁৱাই সম্ভাষণ জনায়। বিপদত পৰিলে সহায় কৰিবলৈ আগবঢ়াৰ কাৰণে অকলে অকণো অসুবিধা পোৱা নাছিলোঁ। ঘূৰণীয়া বিমান কোঠত বিভিন্ন বিমান কোম্পানীৰ নিজৰ একোটা অফিচ আছে। কিন্তু প্ৰত্যেক গেট, প্ৰত্যেকখন ঠাই অতি পৰিষ্কাৰ পৰিচ্ছন্ন কৰি ৰখাৰ কাৰণে বিমান কোঠটো জিলিকি আছিল। অত্যাধুনিক সকলো সুবিধা থকাৰ উপৰিও তাক ভালদৰে ৰাখিছে। কোনোবা সৰু ছোৱালী এজনী টফিৰ কাগজখন কাষত থোৱা জাবৰ পেলেৱা বাস্কেটৰ সলনি মাটিত পৰাত লৰা-লৰিকৈ পিছত যোৱা যাত্ৰী এজনে মাটিৰপৰা কাগজটুকুৰা তুলি বাস্কেটত পেলাই দিলে। পশ্চিমীয়া দেশসমূহৰ দৰে ইয়তো য'তে ত'তে বস্তু কেতিয়াও নেপেলায়। জাপানী মানুহ খুব সৌন্দৰ্য প্ৰিয় আৰু অতি সংস্কৃত।

**আৰু সহায়ঃ** মই জিৰণি কোঠাত বহি কিতাপ এখন পঢ়ি থাকোঁতে মোৰ ওচৰলৈ পাঞ্জাৰী মানুহ এগৰাকী আহি পাঞ্জাৰীতে মই ক'ৰপৰা আহিছোঁ তাক সুধিলে। মানুহ গৰাকীয়ে হিন্দীও ক'ব নোৱাৰে। লুধিয়ানাৰ এখন গাঁৱৰপৰা আহিছে ছানফ্ৰান্সিস্কোত থকা জীয়েকৰ তালৈ যাবলৈ। জীয়েকেই টিকেট আদি সকলো কৰি দি পঠাইছে। মধ্য-বয়সীয়া মানুহ গৰাকীৰ লগত কোনো নোহোৱাত মোৰ লগত যাব বিচাৰিলে। বৰ কথকী মহিলা। পাঞ্জাৰীতে কি কৈছে মই সম্পূৰ্ণ বুজি নাপালেও দুটা এটা কথাৰ আঁত ধৰি ভাৱটো ধৰি লওঁ। বাহিৰত একো নোখোৱাৰ কাৰণে দুদিন লঘোনে আছে বুলি কলে। মই বেগত থকা আপেল এটা উলিয়াই দিওঁতে তাকে খাবলৈ ধৰিলে। মই কিতাপত মন দিওঁতে কোন তলকত তেওঁ তেওঁৰ জ্ঞাতি ভাই আন এটা পাঞ্জাৰী পৰিয়ালৰ ওচৰলৈ উঠি গ'ল গ'মেই নাপালোঁ। মোৰ মনটো অলপ বেয়াও লাগিছিল। আমাৰ কিমান প্ৰতিভাৱান ল'ৰা-ছোৱালীয়ে টকাৰ অভাৱত বাহিৰৰ বিশ্ববিদ্যালয়ত উচ্চ-শিক্ষা ল'ব নোৱাৰে অথচ কিছুমান মানুহে ফুৰিবলৈ সুবিধা পাইছে। বাহিৰত ভাৰতীয় মানুহ লেতেৰা বুলি এটা বদনাম আছে। মানুহগৰাকীয়ে য'তে ত'তে থুই আৰু আপেলৰ

বাকলি পেলাব ধৰাত মই তেখেতক তেনে কৰিবলৈ হাক দিছিলোঁ আৰু ক'ত পেলাব লাগে দেখুৱাই দিছিলোঁ। তেখেতে মোক তাতেই হয়তো বেয়া পাই পাঞ্জাৱী পৰিয়ালৰ ওচৰলৈ উঠি গ'ল যদিও তেওঁলোকৰ মুখ দেখি বুজি পাইছিলোঁ যে তেওঁলোকে মানুহ গৰাকী যোৱাত ভাল পোৱা নাই। আঠ তাৰিখে গধূলি ৩-৩০ বজাত পুনৰ প্লেনত উঠাৰ পিছত তাত নৈশ আহাৰ দি জাপানী ফিল্ম এখন চোৱাৰ সুবিধা কৰি দিলে। আমি আন্তজাতিক সময়ৰেখা পাৰ হৈ বিপৰীতমুখী হোৱাৰ কাৰণে আমি আঠ তাৰিখে ১১-৩০ বজাত, ছানফ্ৰান্সিস্কো বিমান কোঠত নামিলোঁ। কাষ্টম পাৰ হৈ 'কিউ'ত থিয় হৈ থাকোঁতে জাপান এয়াৰ লাইনচৰ পৰিদৰ্শিকা এগৰাকীয়ে মোৰ ওচৰলৈ আহি অলপ সহায় কৰিব পাৰিব নেকি বুলি সুধিলে। মই 'পাৰিম' বুলি কোৱাত কলে এগৰাকী মহিলাই ইংৰাজী কব নাজানে। তেওঁক সহায় কৰিব লাগে। মই আপোনাৰ বাকচ আদি লৈ যাম। আপুনি নিশ্চিন্ত থাওক।" মই কাষ্টমৰ অফিচলৈ গৈ দেখো লুধিয়ানাৰ ভদ্ৰমহিলা গৰাকী। চিঞৰি চিঞৰি পাঞ্জাৱীতে কিবা কৈছে আৰু কাষ্টম অফিচাৰে অপ্ৰস্তুত হৈ তেওঁক মনে মনে থাকিবলৈ কৈছে। মই তেওঁৰ জীয়েকে পঠিওৱা চাৰ্টিফিকেট আৰু লাগতিয়াল বস্তুখিনি দি জীয়েকৰ তালৈ যে ফুৰিবলৈ আহিছে তাক ক'লো। এবছৰ থাকিব বিচাৰিছে বুলি কওঁতে তেওঁ ক'লে "মই তিনিমাহৰ কাৰণেহে থকাৰ ব্যৱস্থা কৰি দিছো।" মই ভদ্ৰমহিলাক কওঁতে তেখেত জকজকাই উঠাত মই তেনে ব্যৱহাৰ কৰিব নাপায় বুলি তাৰপৰা লৈ আহিলোঁ। ভদ্ৰমহিলাই মোক এষাৰো মাত নলগাই বাহিৰলৈ ওলাই গ'ল।

**অসমীয়া মিঠা মাত:** কাষ্টমৰপৰা ওলাই মই ইফালে সিফালে চাই কাকো নেদেখি মনটো অলপ বেয়া লাগিছিল। বিশ্ববিদ্যালয়ৰপৰা কাৰোবাক পঠিয়াম বুলি মোলৈ চিঠি লিখিছিল। মই বৈ থকা দুজন মানক সুধি নেতিবাচক উত্তৰ পাই হতাশ হ'লো। এনেতে পাছফালৰপৰা "আপুনি আহি পালেহি নেকি" বুলি অসমীয়াত সোধা প্ৰশ্নত ঘূৰি চাই দেখো ডঃ হীৰেন মজুমদাৰ আৰু দুবৈত কেঁচুৱাটো লৈ তেখেতৰ পৰিবাৰে মিচিক মাচাককৈ হাঁহি বৈ আছে। ডঃ মজুমদাৰ এজন সুদক্ষ আৰু উচ্চ-

স্তৰৰ ইঞ্জিনিয়াৰ। বহুত বছৰ আমেৰিকাত আছে। মই যাম বুলি ডঃ ইন্দু মোহন দাসৰ পৰিবাৰ মায়াই লিখা দেখি ককায়েকে জৰুৰী মিটিঙ এৰি মোক নিবলৈ আহিছিল। বিমানকোঠাত দুঘণ্টা দেৰি দেখি তেখেত-সকল যাবলৈ ওলাই হঠাত ঘূৰি মোক দেখা পাইছিল। তাতে বিশ্ব-বিদ্যালয়ৰপৰা অহা প্ৰফেচৰ হেইষ্টে মোক এওঁলোকৰ লগত কথা পতা দেখি মই নহয় বুলি আৰু দুঘণ্টা মোলৈ অপেক্ষা কৰিছিল। ডঃ মজুমদাৰে তেখেতসকলৰ ছানকানুত থকা ঘৰলৈ আনি জিৰাবলৈ কৈ মিটিঙৰ বাবে ওলাই গ'ল। মজুদাৰৰ পত্নী বেথ অতি মৰমিয়াল, শান্ত আৰু অতিথি পৰায়না ছোৱালী। মই একো নাখাওঁ বুলি কোৱা সত্ত্বেও তাই চাহ একাপ আৰু চেণ্ডউইচ এটা ডাঙৰকৈ কৰি মোক খাবলৈ দিলে। ড্ৰইংৰুমৰ চোফাখন মেলি এখন বিছনা কৰি মোক শুবলৈ ক'লে। কিন্তু ক'ত শুবৰ ইচ্ছা যাব? দুয়ো কথা পতাত ইমান ব্যস্ত হ'লোঁ যে পাঁচটা বজাত তাই পাকঘৰত ৰান্ধিবলৈ সোমাল। মই ৰাতিটো হোটেলত থকাৰ কথা কওঁতে বেথে ক'লে "আমি থাকোঁতে তুমি হোটেলত কেলেই থাকিবা। এই ঘৰটোলৈ প্ৰথম ভাৰতীয় আলহী তুমিয়ে আহিছা। আমাৰ খুব ভাল লাগিছে" ডঃ মজুমদাৰ আৰু বেথৰ আতিথ্য আৰু মৰম মই কোনোদিনে পাহৰিব নোৱাৰিম। ডঃ মজুমদাৰ আৰু মই অসমীয়াত কথা পাতিলে বেথে চাই থকা দেখিলে তাইক আকৌ ইংৰাজীত বুজাই দিওঁ। এঘাৰ মহীয়া ধুনীয়া ল'ৰাটোৱেও প্ৰথমে আহিব নুখুজিলেও পিছলৈ হাত মেলি আহিব ধৰা হ'ল। অফিচৰপৰা ডঃ মজুমদাৰ অহাৰ পিছত বেথে টেবুলত সান্ধ্য আহাৰ পৰিবেশন কৰিলে। এওঁলোকেও ৬-৭ টাৰ ভিতৰত আহাৰ খাই পিছত পঢ়ে আৰু বেথে পিছদিনাৰ যোগাৰ কৰি থয়।

**বাৰ্কলেলৈ যাত্ৰা ঃ** মই ৰাতিপুৱা ছয়টা বজাতে ডঃ মজুমদাৰৰ লগত টিউবেৰে (মাটিৰ তলৰ ট্ৰেইন) বাৰ্কলেলৈ যাব ওলাইছোঁ। ডঃ মজুমদাৰ মাজতে নামি আঠটাতে পোৱাকৈ অফিচলৈ যাব আৰু মই আগবাঢ়ি বাৰ্কলেলৈ যাম। তেখেতে মোক মেপ এখন দি ক'লৈ যাব লাগে বুজাই দিয়াৰ পিছত অকলে যাব পাৰিম নে নোৱাৰিম সেই কথাটো বাৰে বাৰে সুধিছিল। মই লণ্ডনত অকলে 'টিউবত' যোৱাৰ কথা কওঁতে তেখেতে

অলপ আশ্বস্ত হৈছিল। ছানবাৰ্নু ছানফাঙ্গিস্কোৰ দক্ষিণ অঞ্চলত। ইয়াৰপৰা মাটিৰ তলৰ ট্ৰেইন আৰম্ভ হৈ পশ্চিমগুলৈ যায়। ছানফাঙ্গিস্কো উপসাগৰৰ পানীৰ মাজেৰে টিউবত ট্ৰেইনখন আহি অকলেণ্ড পায় আৰু তাৰপৰা বাৰ্কলেলৈ আহে। ডেৰঘণ্টা মানৰ মূৰত বাৰ্কলে ষ্টেচনত নামি মই চলন্ত চিৰিৰে ওপৰলৈ আহি কলিকতাৰ চৌৰংগীৰ দৰে অঞ্চল দেখি মোৰ মনত অলপ সন্দেহ জন্মিল। বিশ্ববিদ্যালয়ৰ চিন নাই দেখোন! ৰাস্তাৰ কাষত বাছলৈ বৈ থকা নিগ্ৰো মহিলা এগৰাকীক বাৰ্কলেৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালৰ কথা সোধোঁতে তেখেতে বাছ এৰি মোৰ লগত ৰাস্তা পাৰ হৈ পাহাৰৰ ওপৰলৈ যোৱা পথটো দেখুৱাই ক'লে "তুমি পোনে পোনে গৈ থাকিলে এটা চেকপ'ষ্ট পাবা। সেই ফালেৰে ভিতৰলৈ সোমাই গ'লে বিশ্ববিদ্যালয়ৰ ঘৰবোৰ দেখিবা।" তেওঁক ধন্যবাদ জনাওঁতে তেওঁ মোক স্বাগতম জনাই ক'লে যে মোৰ যেন যাত্ৰা সফল হয়। অচিনাকি বিদেশীনীৰ এইখিনি সৌহাৰ্দ দেখিয়ে মই অভিভূতা হৈ পৰিছিলোঁ।

পাহাৰৰ ওপৰলৈ উঠি গাড়ী পৰীক্ষা কৰা 'চেক পষ্ট'টো দেখি মই আৰু ওপৰলৈ উঠিব ধৰিলোঁ। এবাৰ বৈ বিশ্ববিদ্যালয়ৰ সেউজীয়া প্ৰাকৃতিক সৌন্দৰ্য চাবলৈ ধৰিলোঁ। আকাশীযানৰপৰাই সাগৰৰ পাৰৰ কালিফৰ্ণিয়াৰ সেউজীয়া ৰূপ দেখা পাই আমাৰ অসমৰ কথা মনত পৰিছিল। বিশ্ববিদ্যালয়তো ওক, ইউক্লিপটাচ, ফাৰ আদি নানান ওখ ওখ গছ-গছনিয়ে ওখ টিলাৰ ওপৰত থকা অট্টালিকাবোৰ ঢাকি আছে। এঢলীয় সুৰক্ষিত সেউজীয়া লন আৰু ৰাস্তাৰ কাষবোৰ আই-ভি লতাৰে সুসজ্জিত কৰি তুলিছে। একা বেকা সৰু পকা পথবোৰে গোটেই বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগৰ লগত সংলগ্ন কৰিছে। জুৰিৰ ওপৰেৰে যোৱা দলঙ কেইখনে ইয়াৰ ৰূপ আৰু বঢ়াই তুলিছে পিঠিত বেগ এটা লৈ দৌৰি বা বেগদি জাকে জাকে ওলাই অহা প্ৰাণবন্ত ল'ৰা-ছোৱালীবোৰ দেখি মোৰ আমাৰ বিশ্ববিদ্যালয়ৰ ল'ৰা-ছোৱালীবোৰলৈ মনত পৰিছিল। পিছতহে বুজিছিলোঁ বেগত কিতাপ আৰু দুপৰীয়া আহাৰৰ লাঞ্চপেকেট থাকে। ইয়াত পোছাক পিন্ধাৰ কোনো নিয়ম নাই যেন লাগিছিল। কিছুমানে হাতকটা গেঞ্জী হাফ পেণ্ট, কিছুমানে আঠুত ফটা জীন পেণ্ট;

কিছুমানে স্কার্ট-ব্লাউজ আদি যি মন যায় তাকে পিন্ধিছে। মই মোৰ কাষেৰে যোৱা এজন ভদ্ৰলোকক শিক্ষা বিভাগটো ক'ত সোধাত তেখেতে মোক লগত লৈ ওপৰলৈ উঠি যোৱা পথেৰে গৈ টিলাত থকা অট্টালিকাটোলৈ যাবলৈ ক'লে। ময়ো এটলীয়া আৰু অলপ থিয় পথেৰে ওপৰলৈ উঠি দুটা মুখামুখীকৈ থকা অট্টালিকাৰ কাষ পাই দেখিলো এইটোৱে টলমেন হল অর্থাৎ শিক্ষা বিভাগ এফালে আৰু আনটো অট্টালিকাত মনোবিজ্ঞান। তেতিয়া ৭-৫০ বাজিছিল। মই চকী এখনত বহি অলপ উশাহ লবলৈ ধৰিলোঁ, বৰ ভাগৰ লাগিছিল। ঠিক আঠ বজাৰ লগে লগে দিনৰ অফিচৰ দুৱাৰ খুলি ভিতৰত থকা চেক্ৰেটৰী 'কেন্দ্ৰাই' স্বাগতম জনাই ভিতৰলৈ আহিবলৈ অনুৰোধ জনালে।

তেখেতে মোৰ নামত জমা হৈ থকা সকলো কাগজ পত্ৰ বুজাই কেনেকৈ নিউইয়র্কত থকা মোৰ নাম অনুমোদন কৰা কাউন্সিলৰ লগত যোগাযোগ কৰিব লাগিব তাক বুজাই দিলে। মোৰ থকাৰ কাৰণে ইণ্টাৰনেচনেল হাউচত থকা ফৰেইন স্কলাৰ অফিচত খবৰ কৰিবলৈ ক'লে। লগে লগে তালৈ ফোন কৰি মোক বিভিন্ন ব্যক্তিৰ লগত যোগাযোগ কৰি দিলে। মই ঠাইখিনি চিনি নাপাওঁ বুলি কওঁতে ওচৰতে থকা ও'নহিল নামৰ অধ্যাপিকা এগৰাকীয়ে মোক কেম্পাচৰ ভিতৰৰ পথেৰে 'ইণ্টাৰনেচনেল হাউচ'ত থৈ বিদায় ল'লে। ইয়াত সকলো ইমান ব্যস্ত যে নিজৰ কাম নিজে সকলোৱে কৰি লব লাগে। মই ইয়াৰ ফ্ৰণ্ট ডেস্কত থকা ফোনধৰোৱা মার্গাৰেট নামৰ মহিলা গৰাকীলৈ ফোন কৰাৰ লগে লগে তেওঁ আহি মোক সুপ্ৰভাত জনাই ক'লে যে তেওঁলোকে ইণ্টাৰনেচনেল হাউচত মোৰ থকাৰ ব্যৱস্থা কৰিছে আৰু কোঠাতো ৰং দি সাজু নকৰালৈকে দহ দিন অকলেগুৰ 'লেকমেৰিল ল'জ' এটাত থকাৰ বন্দবস্ত কৰি থৈছে। থকাৰ সুবিধাটো হোৱা বুলি গম পাইহে মই অলপ আশ্বস্ত হ'লোঁ কাৰণ বিদেশৰ অচিনাকি ঠাইত নিজে ঠিক কৰাটোত বহুতো অসুবিধা হয়। আগতে বন্দবস্ত কৰি থোৱা মতে মই চাটক হোটেললৈ খোজকাঢ়ি আহি গধূলিলৈ তাতেই ৰ'ব লগীয়া হ'ল। আগৰ বন্দবস্ত মতে ডঃ মজুমদাৰ আৰু বেথে গধূলি গাড়ীত মোৰ বস্তুখিনি আনি য'ত থাকিম তাত থৈ আহিব বুলি

কৈছিল। গধূলি তেওঁলোক অহাত সকলো কথা ক'লো। বেথে অকলেগুত কেইদিনমান থাকিব লাগিব বুলি কওঁতে চক্‌খাই উঠিছিল। তাই বাৰে বাৰে মোক ৰাতি নোলাবলৈ আৰু সাৱধানে থাকিবলৈ কৈছিল কাৰণ অকলেগু অপৰাধ বেছি হোৱা ঠাই। কিন্তু হ্ৰদৰ পাৰত লেকমেবিল লজ আৰু চাৰিওফালে মুকলি পৰিবেশ দেখি তাই খুব আনন্দিতা হ'ল। প্ৰকাণ্ড বহা কোঠাত টি ভি চাই বহি থকা মানুহখিনি দেখিও তাইৰ সন্দেহ দূৰ হ'ল। তাই হয়তো খুব ঘন বসতি স্থানত সাধাৰণ থকা ঠাই বুলি ভাবিছিল। তেওঁলোকে মোক খোৱা বস্তু অলপ দি বিদায় লওঁতে মোৰ বৰ বেয়া লাগিছিল। বিদেশতো যে মই ইমান মৰম আৰু সহায় পাইছোঁ সেইটো ভাবি মই বেথৰ হাতখন চুই নীৰৱে কৃতজ্ঞতা জনাইছিলোঁ। তায়ো মোৰ মনৰ ভাৱ বুজি পুনৰ খবৰ কৰিম বুলি আশ্বাস দি গৈছিল।

**লেক মেবিল লজেই মোৰ ঘৰ ঃ** অচিনাকি ঠাইত ভাগৰ লাগিলেও মোৰ টোপনি ভালদৰে নহাৰ কাৰণে তিনিটামান বজাত কিতাপ এখন পঢ়িব ধৰিলোঁ। ইয়াৰ কোঠাটো আহল বহল। এফালে চোফাত বহাৰ, আনফালে পঢ়াৰ আৰু কাষত সৰু এজনীয়া বিছনাৰে যাৱতীয় সকলো সুবিধাৰে কোঠাটো ধুনীয়াকৈ সজাই থৈছে। চাৰিওফালে কোমল কাৰ্পেট পৰা বাৰান্দা। ৰাতিপুৱা হোৱাৰ লগে লগে ডুগৰাকী ফিলিপাইনৰ মহিলাই ট্ৰলি এখনত কাপোৰ, চাদোন আদি আনি বিছনাৰ কাপোৰ বদলাই কোঠাটো পৰিষ্কাৰ কৰি পেলালে। ৭-৩০ বজাত লিফ্‌টেৰে তললৈ নামি ডাইনিং হললৈ চাহ জলপান খাবলৈ গৈ দেখোঁ বেছিভাগ বয়সীয়া মানুহ আৰু কিছুমান ডেকা ল'ৰা-ছোৱালী সম্ভৱতঃ ছাত্ৰ-ছাত্ৰী। ভাৰতীয়ৰ ভিতৰত অকল ময়ে। মোলৈ মন নকৰা যেন দেখুৱালেও মই বুজিছিলোঁ তেওঁলোকৰ কৌতূহল জন্মিছে মোৰ বিষয়ে জানিবলৈ। কিউত থিয় হৈ ট্ৰে এখনত গৰম ট'ষ্ট, ওটচ্‌, আমলেট আদি লবলৈ বাট চাই থাকোঁতে মোৰ আগত থকা মহিলা গৰাকীয়ে মোলৈ মিচিকীয়া হাঁহি এটা মাৰি 'সুপ্ৰভাত' জনাই মই ভাৰতৰপৰা আহিছো নেকি সুধিলে। বয়সীয়া মানুহ হলেও যথেষ্ট তজবজীয়া। সন্মুখত বহুতো বস্তু গৰম কৰি সজাই থৈছে। নিজে লৈ খাব লাগে, কেৱল আমলেট, পচ্চ, গুৰা অমলেট বা মাংস

গৰম কৰি মানুহ এগৰাকীয়ে দিছে। বাকী বস্তু নিজৰ ইচ্ছা অনুযায়ী খাব পাৰে। মই দেখিলো সকলোৱে পেট ভৰাই খাবৰ কাৰণে যথেষ্ট বস্তু লৈছে। আগৰ বয়সীয়া মানুহ গৰাকীয়ে মই নতুন বুলি মোক লোৱাত সহায় কৰিছে। মই একেবাৰে কম লোৱা দেখি ক'লে "তুমি লঘোন দিছা নেকি?" একেখন টেবুলত আন চিনাকি বয়সীয়া মানুহৰ লগত বহিবলৈ কৈ মোক আনবোৰৰ লগত চিনাকি কৰি দিলে। মই কি কৰিব আহিছোঁ বুলি সোধোঁতে মই মোৰ পঢ়াৰ উদ্দেশ্যটো কওঁতে তেওঁলোকে ক'লে 'তোমাৰ এতিয়াও বহুত দূৰ যাবলৈ আছে, কিন্তু আমিতো সকলোৱে চাকৰিৰপৰা অৱসৰ লৈছোঁ। মই সেই আটিল শৰীৰৰ স্বাস্থ্যৱান আৰু স্বাস্থ্যৱতী মানুহ কেইগৰাকীলৈ চাই বিশ্বাস কৰিবলৈ টান পাইছোঁ যে তেওঁলোকে অৱসৰ লৈছে। অৱশ্যে সিখন টেবুলত কেইজনমান বৰ বয়সীয়া মানুহ আছে। এগৰাকীয়ে ক'লে যে তেওঁলোক ইয়াত থকা দহ বছৰ মানেই হ'ল। ইয়াত ঘৰ চোৱা, খোৱাৰ কোনো চিন্তা নথকাৰ উপৰিও সুবিধামতে স্বাস্থ্যৰক্ষা কেন্দ্ৰ, খেল পথাৰ আৰু ডাক্তৰৰ তালৈ যায় আৰু মন গ'লে আগতে ফোন কৰি গাড়ীখন চলাই জীয়েক বা পুতেকৰ তালৈ যায়। ইয়াত ভাল লাগিছে নেকি বুলি মই সোধাত ক'লে "অ' এইখনেই আমাৰ ঘৰ। ভাল লাগে ইয়াতে।" চাৰিওফালে চাই দেখিলোঁ প্ৰত্যেক টেবুলতে ছয়জনকৈ বহিছে। ক'ৰবাত কোনোৱা অকলে বহিলেও এজনে উঠি গৈ তেওঁৰ তাত বহি বন্ধুত্বৰ সান্নিধ্য দিছে। ডেকা ল'ৰা-ছোৱালীবোৰ লৰালৰিকৈ খাই ওলাই গৈছে কামলৈ। ময়ো অলপ ওলাই যাম বুলি ভাবি তেওঁলোকৰপৰা বিদায় ললোঁ।

হেৰিচন ৰ'ডত মেক লেৰিল হ্ৰদৰ ওচৰত অৱস্থিত এই লজটো বৰ পৰিষ্কাৰ পৰিচ্ছন্ন। বহল বহল পথেৰে দীঘলীয়া হ্ৰদটোক কৃত্ৰিম সাজেৰে অতি ধুনীয়া কৰি ৰাখিছে। হ্ৰদটোৰ আকৃতি দেখি উৰিষ্যাত থকা বৰহমপুৰৰ ওচৰৰ চিল্কা হ্ৰদটোলৈ মনত পৰিছিল, কিন্তু চিল্কাহ্ৰদ বৰ দীঘল আৰু মাজত সৰু সৰু পাহাৰে হ্ৰদৰ সৌন্দৰ্য বঢ়াই তুলিছিল। দুয়োটাই সাগৰৰ হ্ৰদ হলেও লেক মেৰিলক অতি ধুনীয়াকৈ ৰাখিছে। হ্ৰদটোৰ দক্ষিণ-ফালে ওখ এঢলীয়া ঠাই। সেউজীয়া গছেৰে পূৰ্ণ এই ঠাইখিনিক সৰু ল'ৰা-

ছোৱালীৰ খেলৰ কাৰণে ইমান যে খেলাৰ বস্তু ধুনীয়াকৈ সজাই থৈছে। গধূলি হ'লে বিভিন্ন ৰঙৰ লাইট জ্বলি ৰম্যপুৰীৰ সৃষ্টি কৰে কাৰণে ইয়াৰ নাম দিছে 'ফেৰাৱিলেণ্ড' অৰ্থাৎ পৰীৰদেশ। মই আবেলি সময় পালে প্ৰায়ে তালৈ ফুৰিবলৈ ওলাই যাওঁ আৰু হ্ৰদৰ পাৰে পাৰে পকা পথেৰে গ'লে জগিং কৰা ল'ৰা-ছোৱালী, ডেকা-বুঢ়া সকলোকে লগ পাওঁ। আমাৰ লজত থকা বয়সীয়া মানুহ কেইগৰাকীমানেও জগিং কৰা দেখা পাই মই হাত জোকাৰিলে চিঞৰি কয়, "আহা, আমাৰ লগত যোগ দিয়া।" বয়সীয়া মানুহৰপৰা ডেকা ল'ৰা-ছোৱালী স্বাস্থ্যৰ প্ৰতি সজাগ। বহুতে চিগাৰেট খাবলৈ এৰাৰ উপৰিও নিৰামিষ খাবলৈ আৰম্ভ কৰিছে। এই লজটোত মাহেকীয়া বন্দৱস্তত থকাৰ ব্যৱস্থা আছে কাৰণে বহুতে এটা এটা কোঠা লৈ টিভি ভিচিয়াৰ আদিৰ সুবিধা কৰি কাকো আমনি নকৰাকৈ থাকে। অসুখ হলেই ইনচিওৰেন্স থকাত বিনা পইচাত ডাক্তৰক দেখুৱাই হস্পিতালত ভৰ্তি হয় আৰু সুস্থ হলে আকৌ গুচি আহে। প্ৰয়োজনত ইজনে সিজনক সহায় কৰে। পিছলৈ সকলোৰে লগত চিনাকি হোৱাত গম পালোঁ যে কাম কৰা ছোৱালীয়েও নিৰাপত্তাৰ কাৰণে এটা কোঠা লৈ থাকে আৰু মোৰ দৰে কিছুমানে এসপ্তাহ বা এমাহ থাকে। ইয়াত কাম কৰা মানুহখিনি অতি মৰমিয়াল আৰু কিবা এটা বিচাৰিলেই সহায় কৰিবলৈ আগবাঢ়ি আহে।

মই বেথৰ কথা মনত ৰাখি প্ৰথমে সাৱধানে থাকিলেও পিছলৈ দেখিছিলোঁ যে লগ পোৱা মানুহখিনি অতি ভদ্ৰ। ওকলেণ্ড নিগ্ৰো প্ৰধান ঠাই। ইয়াৰ কিছুমান ঠাইত সঘনে অপৰাধ সংগঠিত হয় কাৰণে মানুহে ৰাতি ওলাবলৈ ভয় কৰে। এবাৰ এজনে ওকলেণ্ড দেখুৱাবলৈ মটৰেৰে লৈ যাওঁতে ভাৰতীয় এজনে সজা এটা মন্দিৰো দেখুৱাইছিল। কিছুমান ঠাইত জন বসতি অতি ঘন হ'লেও কিছুমানত অলপ কম। উপসাগৰৰ ওচৰত অৱস্থিত হোৱাৰ কাৰণেই বাণিজ্য-ব্যৱসায়ৰ কেন্দ্ৰ হৈ পৰিছে। ওকলেণ্ডৰে বে ব্ৰিজখন যোৱাৰ কাৰণে ইয়াৰ প্ৰাধান্যও বাঢ়িছে, কাৰণ ছানফ্ৰান্সিস্কো আৰু ওকলেণ্ডক সংযোগ কৰিছে এই দুতলীয়া চাৰে সাত মাইল দীঘল বে ব্ৰিজখনে। মই আঠ বজাত হেবিচন ৰ'ড পাৰ হৈ বাইছ

নম্বৰ ষ্ট্ৰীটেৰে আহি 'ব্ৰডওৱে'ত ৫১ নম্বৰ বাছখনলৈ আহোঁতে লাঠি এডাল লৈ খোজকাঢ়ি ফুৰিবলৈ যোৱা বুঢ়া নিগ্ৰো এজনক লগ পাওঁ। তেওঁ প্ৰথম দিনা ৰাস্তাত লগ পাওঁতেই ক'লে 'হেৰা সুন্দৰী মহিলা, তুমি নিশ্চয় ভাৰতৰপৰা আহিছা।' 'হয়' বুলি কওঁতে তেওঁ স্মৃতি ৰোমন্থন কৰাৰ দৰে ক'লে 'মই দ্বিতীয় মহাসমৰত ভাৰতৰ বহুত ঠাইলৈ গৈছিলোঁ। দিল্লী, বম্বে, ইম্ফল আদি বহুত ঠাইত। মোৰ ভাৰতীয় বন্ধু বহুতো আছিল। আজিকালি দেশখন কেনেকৈ চলিছে? মই চমুকৈ কথা কৈ বিদায় লওঁ। সদায় লগ পালেই কয় 'মই ভাৰতীয় সৈনিক বন্ধু কেইজনক ভাল পাইছিলোঁ। বৰ ধাৰ্মিক। এতিয়া মই ক'তো যাব নোৱাৰিলেও পুৰণি কথা মনত পৰে। তেখেতৰ ওচৰত মই কৃতজ্ঞ কাৰণ প্ৰথম দিনা তেখেতক বাছৰ কথা সোধোঁতে তেখেতে মোৰ লগতে বাছ ষ্টেণ্ডলৈ আহি একাৱন্ন বা একাৱন্ন 'বি'ত উঠি কেনেকৈ ছাটক এভিনিউত নামিব লাগে তাক বুজাই দিছিল।

**ভদ্ৰ পৰিচালিকা ঃ** প্ৰথম দিনা বাছত উঠোঁতে খুব আমোদজনক অভিজ্ঞতা হ'ল। মই আমেৰিকাত প্ৰথম বাছত উঠি ড্ৰাইভাৰৰ ওচৰৰ ছিটত বহিছোঁ। প্ৰথম কেইটামান ছিট বয়সীয়া মানুহৰ বাবে। মই লণ্ডণতো বাছত উঠিছোঁ, আমাৰ দৰে কণ্ডাক্টৰে টিকট দিয়ে। ইয়াতো সেই একে প্ৰথা বুলি লাহে লাহে চেণ্ট উলিয়াই গণিব ধৰিছিলোঁ। কিন্তু মোৰ পিছত অহা মানুহ কেইগৰাকীমানে 'শ্লট'ত পয়সত্তৰ চেণ্ট সুমুৱাই দিয়া দেখি মই ড্ৰাইভাৰৰ মুখলৈ চালোঁ। নিগ্ৰো মহিলা ড্ৰাইভাৰ গৰাকীয়ে মিচিকিয়া হাঁহি মাৰি মোক ইংগিতেৰে চেণ্ট সুমুৱাই দিবলৈ ক'লে। ময়ো এমুঠি ভঙণীয়া লৈ তাইৰ ওচৰত হাতখন মেলি দিওঁতে তাই বাচি বাচি পয়সত্তৰ চেণ্ট লৈ শ্লটত ভৰাই দি টিকটখন দিলে। মই লাজ পাইছোঁ বুলি ভাবি ওচৰতে বহা আন এগৰাকীয়ে ক'লে "একো নহয়, তুমি নতুন আহিছা যেন পাইছো। ইয়াৰ নিয়ম নাজানা।" মই হাঁহি ক'লো "মই ভাল পাইছোঁ যে প্ৰথম বাছত উঠি নতুন কথা শিকিছোঁ। মোৰ অকণো বেয়া লগা নাই।" মানুহ গৰাকীয়ে ক'লে, "কি আনন্দৰ কথা। তোমাৰ মনোভাৱৰ প্ৰশংসা কৰিছো।" আমাৰ তাত বাছত উঠাৰ নিয়মৰ কথা

সুধিলে। মোৰ চকুৰ আগত চিটি বাছত ওলমি যোৱা মানুহৰ ভিৰৰ ছবিখন আহিল  ইয়াত কিন্তু থিয় হোৱাৰ সুবিধা থাকিলেও নির্দিষ্ট সংখ্যাতকৈ বেছি নিনিয়ে। ইয়াত কাউণ্টাৰ নথকাৰ কাৰণে দুখন দুৱাৰ স্বয়ংক্রিয়ভাৱে খোলা বা বন্ধ কৰাৰ ব্যৱস্থা ড্ৰাইভাৰেই কৰে। গাড়ীখনৰ পৰা নমাৰ লগে লগে যাত্ৰীয়ে ড্ৰাইভাৰক ধন্যবাদ জনায় আৰু ড্ৰাইভাৰেও 'সুন্দৰ দিন উপভোগ কৰক' বুলি কয় আৰু বয়সীয়া মানুহ দেখিলে সাৱধানে যাবলৈ কয়। ইয়াত খোজ কাঢ়িব নোৱাৰা চাইকেল চলাই অহা অক্ষম লোকক গাড়ীত তোলাৰো ব্যৱস্থা আছে। চুইচ টিপিলেই গাড়ীৰ খটখটি কেইটা ক্রমান্বয়ে সমান হৈ ফুটপাথত মিলি যোৱাৰ কাৰণে মানুহজনে গাড়ীখন সেইখিনি ঠাইত ভৰালে, আন এটা চুইচ টিপি ওপৰলৈ তুলি আনি ভিতৰলৈ আহে  লগে লগে দুটা চিট উঠাই গাড়ীখন ৰখাৰ ব্যৱস্থা কৰে। প্ৰায় এক মিনিটমান লগাৰ কাৰণে কাৰো অসুবিধাও নহয়। ইয়াত কোনোবা উঠিব নোৱাৰিলেও ড্ৰাইভাৰে উঠি গৈ ওপৰলৈ তুলি আনে আৰু গধুৰ বস্তু নমোৱাতো সহায় কৰে। ইয়াৰ গাড়ীবোৰত কেমেৰা এনেকৈ লগোৱা থাকে যাতে পিছৰ মানুহখিনিক ড্ৰাইভাৰে স্পষ্ট-ভাৱে দেখা পায় আৰু কিবা অসুবিধা বা গণ্ডগোল হলেই বা আনৰ সাহায্য লবলগীয়া হলে গাড়ীত থকা ফোনটোৰ সহায় লয়। ইয়াত যথেষ্ট সংখ্যক মহিলা ড্ৰাইভাৰ দেখা পাইছিলোঁ। ড্ৰাইভাৰৰ মিঠা ব্যৱহাৰে সকলোকে মোহিত কৰাৰ কাৰণে বুঢ়ীসকলে প্ৰায়ে নামি কয় "দিনটো তোমাৰ শুভ হওঁক।" সামান্য কেইটামান শব্দই মানুহৰ মনত কিমান আনন্দ দিয়ে তাক মই অনুভৱ কৰিছিলোঁ। প্ৰথমদিনা বাছত উঠা ড্ৰাইভাৰজনীয়ে মোক নামোতে 'শুভদিন হওঁক, সাৱধানে যাবা' বুলি কওঁতে মনটো বৰ ভাল লাগিছিল।

**ইণ্টাৰনেচনেল হাউচ ঃ** লেক মেৰিল লজত এসপ্তাহ থকাৰ পিছত মই ধুনীয়া ডাঙৰ আট্টালিকাত থকা ইণ্টাৰনেচনেল হাউচত থাকিবলৈ আহিলোঁ। এনেকুৱা আন্তর্জাতিক বাসস্থান নিউইয়র্ক আৰু বার্কলেত আছে। ১৯৩০ চনত স্থাপিত এই আবাসগৃহলৈ পৃথিৱীৰ প্ৰায় এশখন দেশৰ ছাত্ৰ-ছাত্ৰী, গৱেষক, প্ৰফেচাৰ, শিক্ষক কম দিন বা দীৰ্ঘ দিনৰ বাবে

থাকিবলৈ আছে। ইয়াৰ মূল উদ্দেশ্য হৈছে বিভিন্ন দেশৰ ল'ৰা-ছোৱালীয়ে কঢ়িয়াই অনা সাংস্কৃতিক বিভিন্নতা আচৰণ আৰু সুকুমাৰ কলা বুজাৰ সুবিধা দি ছাত্র-ছাত্রীৰ মনত বৌদ্ধিক সমন্বয়ৰ মনোভাৱ সৃষ্টি কৰা, বন্ধুত্ব আৰু আন্তর্জাতিক মনোভাৱ গঢ়ি তোলা। প্রায় সাতশমান ল'ৰা-ছোৱালীয়ে বাস কৰা এই বৃহৎ আবাসগৃহত সকলো ধৰণৰ সুবিধাই দিছে। সাংস্কৃতিক বুজাপৰাৰ কাৰণে প্রত্যেক দিনে অডিট'ৰিয়ামত বিভিন্ন দেশৰ সাংস্কৃতিক অনুষ্ঠান হয়। আমি জাপান, চীন, ব্রাজিল, আফ্রিকান, নিউজিলেণ্ড আদিৰ বিভিন্ন অনুষ্ঠান খুব উপভোগ কৰিছিলোঁ আৰু বহুতো নজনা কথা জনাৰ সুবিধা পাইছিলোঁ। ইয়াত সাংস্কৃতিক অনুষ্ঠান, আলোচনা চক্র আৰু অন্তর্বর্তী খেলৰ কাৰণে বিভিন্ন কোঠা আছে। তাৰ উপৰি মানুহ লগ পোৱাৰ প্রধান আকর্ষণ আছিল গাতে লগা ইণ্টাৰ-নেচনেল কফি হাউচ আৰু তাৰ কাষত থকা স্বয়ংক্রিয়ভাৱে ওলোৱা খোৱা বস্তুৰ ভাণ্ডাৰ। ইয়াত থকা 'ফৰেইন স্কলাৰ' অফিচটোৱে ইয়াত থকা বাসিন্দাৰ বাবে ভ্রমণৰ কার্যসূচী বিভিন্ন অনুষ্ঠানলৈ যোৱাৰ সুবিধা, আমেৰিকাৰ মানুহৰ ঘৰত থকাৰ সুবিধা, বিভিন্ন সভালৈ আমন্ত্রণ কৰা আদি বহুতো কাম কৰি দিয়ে।

মোৰ আটাইতকৈ ভাল লাগিছিল খোৱাৰ ঘৰটো য'ত ছশ জনৰ খোৱাৰ ব্যৱস্থা আছিল। একোখন টেবুলত প্রায় ১২ জনমানকৈ বহিব পৰা ব্যৱস্থা থকাৰ কাৰণে কেইবাজনকো একে লগে লগ পাব পৰা যায়। ইয়াত টেবুল অনুযায়ী ভাষা শিকা, ধর্ম, ৰাজনীতি, সমাজতত্ত্ব আদি বিভিন্ন বিষয় আলোচনা কৰাৰ নিয়ম থকাৰ কাৰণে প্রত্যেকে নিজৰ দেশৰ ভাষা, সংস্কৃতি, ধর্ম আদিৰ বিষয়ে অলপকৈ হ'লেও কয় আৰু তাৰ ওপৰতে আলোচনা হয়। ৰাতিপুৱা, দুপৰীয়া আৰু গধূলি অপর্যাপ্ত খোৱাৰ ব্যৱস্থা থাকিলে সাধাৰণতে ছাত্র-ছাত্রীয়ে ৰাতিপুৱা আহাৰ খাই পেকেট লাঞ্চ লৈ ওলাই যায়। দুপৰীয়া খাবলৈ অহাৰ সলনি লাইব্রেৰীত পঢ়িবলৈ বহে। ৰাতিপুৱা সকলো ব্যস্ত। দুপৰীয়া লাইব্রেৰী ৰসায়নাগাৰ আৰু আন আন ঠাইলৈ যোৱাৰ কাৰণে ইয়াত বহুতে দুপৰীয়া আহাৰ নাখায়। কিন্তু পাঁচটাৰপৰা চাৰে সাতটালৈ গোটেই ডাইনিং হলটো হাঁহি ধেমালি, কথা-

বতৰাৰে মুখৰিত হৈ থাকে। কিউত ট্ৰেখন লৈ থিয় হৈ চাৰিওফালে সজাই খোৱা খোৱা বস্তু নিজৰ ৰুচিমতে তুলি টেবুললৈ আহি খোৱাৰ লগতে কথা পাতিব পাৰি। ইয়াত বিভিন্ন ধৰণৰ ৰন্ধা বস্তু সজাই ৰাখে। চুপৰ বাহিৰেও বেছিভাগে মাংস, কেঁচা বন্ধা কবি, গাজৰ, ফুলকবি, বিট, মটৰ আদিৰ চালাড আৰু বিভিন্ন ৰঙৰ হয়গট (দৈ) আৰু ফলমূল থাকে। মাংস বেছিকৈ খোৱাৰ কাৰণে হয়তো কেঁচাবস্তু যথেষ্ট খায়। লণ্ডনত থাকোঁতে শুক্ৰবাৰে কেৰল মাছ আৰু আলুভজা খাবলৈ দিয়াৰ কাৰণে আমি সেই দিনটোলৈ সদায় অপেক্ষা কৰিছিলোঁ। কাৰণ শুক্ৰবাৰে কোনেও মাংস নাখায় কিন্তু ইয়াত সেই নিয়ম পালন নকৰাৰ কাৰণে আমি প্ৰত্যেক দিনে মুৰ্গীৰ মাংস বা মাছ খাবলৈ পাইছিলোঁ। অৱশ্যে অলপ ভজা। আমাৰ দৰে মচলা আদি নিদিলেও নিমখ দিয়াৰ কাৰণে খাবলৈ ভালেই লাগে। আমাৰ লগত থকা দাক্ষিণাত্যৰ ছাত্ৰ কেইজনমানে সিজোৱা বস্তুবোৰ গোটাই মচলা জলকীয়া দি মাইক্ৰওৱে অভেনত দি পাঁচ মিনিটত 'সম্ভাৰ' তৈয়াৰ কৰি তৃপ্তিৰে খাইছিল। এদিন এজনে লগৰ আমেৰিকান বন্ধু এজনক অলপ খাবলৈ দি তেওঁৰ অৱস্থা নাইকীয়া কৰি দিছিল। মোক কেতিয়াবা মৰমতে এবাটি তৈয়াৰ কৰি আনি দিলে মই দেখুৱাই অলপ খাই বাকীখিনি জ্বলাৰ কোবত থৈ দিছিলো।

ইয়াত বেছিভাগ সময় নিজ নিজ দেশৰ ৰাজনৈতিক সমস্যা, চৰকাৰ, সামাজিক ব্যৱস্থা, পোছাক পৰিচ্ছদ আদিৰ বিভিন্ন বিষয়ে আলোচনা হয়। কেতিয়াবা খুব তৰ্কাতৰ্কি আৰু কেতিয়াবা আলোচনা আদি হয়। দক্ষিণ আফ্ৰিকাৰপৰা বনানিকৰণৰ ৰিছাৰ্চ ফে'ল বু-বুৱে কেতিয়াবা খুব ৰগৰ কৰে। এদিন নিউইয়ৰ্কৰ ল'ৰা এজনে জোহান্সবাৰ্গলৈ যোৱাৰ ইচ্ছা আছে বুলি কওঁতে বুবুৱে খুব ভয় খোৱা যেন দেখুৱাই ক'লে "তুমি কেতিয়াও তালৈ নাযাবা। যোৱা যদি জীয়াই উভতি অহাৰ কাৰণে আশা নাৰাখিবা। ল'ৰাজনে ক'লে 'মোৰ গৱেষণাৰ কাৰণে পুলিচৰ সহায় লৈ গাঁওবোৰলৈ গ'লে কোনে কি কৰিব পাৰিব।' বুবুৱে ক'লে "তেনেহ'লে তুমি পুলিচক ভাল সুবিধা কৰি দিবা। পুলিচেই তোমাক মাৰি কৃষ্ণাঙ্গই মৰা বুলি কব কাৰণ গাঁৱৰ ভিতৰত পুলিচো সোমাব মোৱাৰে। পুলিচ নললেও তোমাক

গাঁৱৰ মানুহেই মাৰিব।" সি বিব্ৰত হৈ ক'লে 'যদি দেৰী যায় তেওঁকো মাৰিব নেকি?' মুৰটো সঘনে ল'ৰাই বুবুয়ে ক'লে 'মানুহে দেৰীক ফুলৰ থোপা দিব কাৰণ তেওঁ মহাত্মাৰ দেশৰপৰা আহিছে। তেওঁক পুলিচৰ সহায় নালাগে, মানুহেই নিৰাপত্তা দিব।' বেচেৰা ল'ৰাজন ইমান বিব্ৰত হ'ল যে সি অলপ পিছত সোনকালে খাই উঠি গ'ল। বুবু আৰু লগৰজনে ইহঁ দেখি মই কপট খঙেৰে ক'লো 'কেলেই তাক অপদস্থ কৰিলা।' বেচেৰাই লাজ পাইছে। বুবুৱে ক'লে 'তাক আমি কি ক'লো? কিন্তু শ্বেতাংগ সকলে আমাক যিমান শোষণ, নিষ্পেষণ আৰু অমানুষিক অত্যাচাৰ কৰিছে' তাৰ তুলনাত এই অপমান একেবাৰে কম।' দক্ষিণ আফ্ৰিকাৰ ৰাজনৈতিক পৰিস্থিতি বুজাওতে তাৰপৰা অহা গৱেষক কেইজন উত্তেজিত হৈ যায়। কিন্তু বৰ আশাবাদী।

**নেলচন মাণ্ডেলা:** বাচু আৰু ৰবাৰ্টৰ আটাইতকৈ ডাঙৰ দুখ সিহঁতৰ মৰমৰ নেতা নেলচন মাণ্ডেলাক আজি পঁচিশ বছৰ জেলত আটক কৰি থৈছে। কৃষ্ণাঙ্গ প্ৰধান দেশত বিদেশী এমুঠি শ্বেতাংগই শাসনৰ নামত অমানুষিক অত্যাচাৰ, নিৰ্বিচাৰে হত্যা আৰু বৰ্বৰোচিত ব্যৱহাৰ কৰাৰ প্ৰতিবাদত নেলচন মেণ্ডেলাৰ নেতৃত্বত গোটেই কৃষ্ণাঙ্গ শক্তি জাগৰিত হৈ উঠিছিল। ১৯৬১ চনত ৰিফ্ৰেনদাম পাতি যি ভেকোভাওনা কৰি শ্বেতাঙ্গ চৰকাৰ দক্ষিণ আফ্ৰিকাত গঠন কৰিলে তাৰ প্ৰতিবাদ গোটেই দেশতে ধ্বনিত হ'ল। বাচুৱে কৈছিল যে সেই প্ৰতিবাদে আফ্ৰিকাবাসীৰ জীৱনলৈ দুখ কষ্ট নমাই আনিলেও কোনেও সেও মনা নাছিল। ১৯৬২ চনত মাণ্ডেলা, ওৱাল্টাৰ চিচুলো, গভান বেকি আদি কৰি আঠজন নেতাক বন্দী কৰাৰ উপৰিও পুলিচে দহ হেজাৰ আফ্ৰিকাবাসীক বন্দী কৰি অমানুষিক অত্যাচাৰ কৰিছিল। বিনা দোষত ল'ৰা-ছোৱালীক হত্যা কৰিবলৈ সংকোচ কৰা নাছিল। আজিও এই নিষ্পেষণ সমানে চলি থাকিলেও মাণ্ডেলাৰ ত্যাগ আৰু বন্দী জীৱনে সাধাৰণ আফ্ৰিকাবাসীক এক গোট হৈ এই অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ সাহস দিছে। বাচুৱে কবৰ দৰে 'মাণ্ডেলাৰ বিনাদোষত দিয়া কাৰাদণ্ডই প্ৰতিশোধৰ মনোভাৱ সকলোৰে মনত জগাই তুলিছে। পঁচিশ বছৰৰ আগতে আজি সত্তৰ উত্তীৰ্ণ হোৱা নেতাজনৰ কাৰাদণ্ডই

সকলো কৃষ্ণাঙ্গ দায়বদ্ধ কৰি তুলিছে। বাতুৰ মতে পুলিচে চহৰত অত্যাচাৰ চলালেও গাঁৱত সোমাবলৈ ভয় কৰে, কাৰণ সিহঁতৰো জীৱনৰ ভয় আছে। চহৰতো সিহঁত লোহাৰ জালৰ ভিতৰত থাকে। ৰবার্টে কৈছিল যে ভাৰতৰ সহানুভূতি আৰু মহাত্মাৰ অসহযোগ আন্দোলনে দক্ষিণ আফ্রিকাৰ সংগ্রামী জনতাক উৎসাহিত কৰাৰ উপৰিও সাহস দিছে। ১৯৭৯ চনত ভাৰতে মাণ্ডেলাক জৱাহাৰলাল নেহেৰু এৱার্ড ফৰ ইণ্টাৰনেচনেল আণ্ডাৰষ্টেণ্ডিঙৰ বাবে দিয়া বঁটাই ভাৰতবাসীয়ে মাণ্ডেলা আৰু দক্ষিণ আফ্রিকাৰ কৃষ্ণাঙ্গ জনগণক চৰম সম্মান দেখুৱাইছে। বাতুহঁত বৰ কৃতজ্ঞ। আশাবাদী গৱেষক কেইজনে দক্ষিণ আফ্রিকাৰ শ্বেতাঙ্গ চৰকাৰে যে এসময়ত পৃথিৱীৰ জনমত আৰু সংগ্রামী জনতাৰ আন্দোলনৰ ওচৰত সেও মানিব লাগিব তাক ধৰি লৈছে। এদিন সিহঁতৰ চৰকাৰ গঠন হ'ব আৰু নেলচন মাণ্ডেলাই মুক্তহৈ স্বাধীন দক্ষিণ আফ্রিকাৰ শাসন ভাৰ লব সেইটো দিনলৈ বৈ আছে। শ্বেতাঙ্গ শাসনত মানুহৰ ওপৰত হোৱা অমানুষিক অত্যাচাৰৰ বিষয়ে সিহঁতে বর্ণাওঁতে আমাৰ টেবুলৰ সকলো স্তম্ভিত হৈ উঠিছিল। সকলোৱে বাতুহঁতৰ সংগ্রামৰ সফল সমাপ্তি কামনা কৰিছিল।

এই ডাইনিং হলটো সমন্বয়ৰ কেন্দ্রস্থল হোৱাৰ কাৰণে ইয়াত বিদ্বেষ বেছিপৰ নাথাকে। দুদিন মানৰ পিছত ডেনিয়েল নামৰ সেই শ্বেতাঙ্গ ল'ৰাজন আন এগৰাকী বান্ধৱীৰ লগত আহি বাতুৰ লগত বহি গধূলিৰ আহাৰ খোৱা দেখি ভাল পাইছিলোঁ। কৃষ্ণাঙ্গৰ এই আন্দোলন সমর্থন কৰা এই ছোৱালীজনীয়ে হেনো দক্ষিণ আফ্রিকাৰ বহুত ঠাই ফুৰি মানুহৰ সংগ্রামৰ বিষয়ে লেখিছিল। এই ডাইনিং হলতে প'লেণ্ড জেকশ্লভেকীয়া, ফ্রান্স, জার্মানী, স্পেইন, জাপান, ফিলিপাইন, আর্জেনটিনা আৰু লণ্ডনৰ কেইবাজনো অধ্যাপক আৰু অধ্যাপিকা গোট খাওঁ। ছোভিয়েত ৰাচিয়াৰ পৰাও এজন গৱেষক আহিছিল কিন্তু তেওঁ একে লগে কথা পাতিবলৈ সংকোচ কৰিছিল। এই অধ্যাপক আৰু অধ্যাপিকাৰ লগত এনেকুৱা বন্ধুত্ব হ'ল যে পিছলৈ আমি লাউন্সত একো কাপ কফি লৈ বহি বহুতো বিষয় আলোচনা কৰিছিলোঁ।

মই ইয়াৰ পৰিষ্কাৰ পৰিচ্ছন্নতাৰ শলাগ লৈছিলোঁ। ইমান ডাঙৰ ডাইনিং

হলটো প্ৰত্যেকখনত বাৰজনকৈ বহিব পৰা প্ৰায় পঁচিশখন মান টেবুল চকিবোৰ মানুহে খোৱাৰ পিছতো পৰিষ্কাৰ হৈ থাকে। প্ৰত্যেকে একোখন ট্ৰেত প্ৰয়োজনীয় বস্তুখিনি লৈ খোৱাৰ শেষত প্লেটখন চাফা কৰি জাৱৰৰ বাকচত বস্তুখিনি পেলাই দিয়ে। টেবুলখন অলপ লেতেৰা হ'লে নিজেই কাগজৰ ৰুমালেৰে চাফা কৰি চকীখন টেবুলৰ ভিতৰত ভৰাই ট্ৰেখন থোৱা ঠাইত থৈ আহে। মজিয়াত আঙুৰৰ ৰস বা বৰফৰ পানী অলপমান পৰিলেও তৎক্ষণাৎ মচি পেলায়। ফলত কোঠাবোৰ দেখাত ধুনীয়া হৈ থাকে।

ইণ্টাৰনেচনেল হাউচত প্ৰশাসনীয় বিষয়ৰ বাবে 'ৰেছিডেন্স অফিচ' থাকিলেও ইয়াৰ বিভিন্ন কাৰ্যসূচীসমূহ পৰিচালনা কৰে নিৰ্বাচিত ছাত্ৰ-ছাত্ৰীসকলে। সাংস্কৃতিক সন্ধিয়াৰপৰা পৰিষ্কাৰ পৰিচ্ছন্নকৈ ধুনীয়াকৈ সজাই ৰখা কামবোৰো ছাত্ৰ-ছাত্ৰীয়ে নিৰ্দিষ্ট সময়ত কৰে আৰু তাৰ বাবে তেওঁলোকে মাননিও পায়। তেওঁলোকে নিজৰ কামখিনি ইমান নিষ্ঠাৰে পালন কৰে যে খুঁত ধৰিবলৈ একো নাথাকে।

লাইব্ৰেৰী : ইয়াত থকা লাইব্ৰেৰীটো চাবলগীয়া। পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা অহা বাতৰি কাকত, মেগাজিন বিভিন্ন বিষয়ৰ কিতাপ পূৰ্ণ হৈ আছে। গধূলিৰেপৰা ল'ৰা-ছোৱালীয়ে পঢ়া-শুনা আৰম্ভ কৰে। কাৰণ প্ৰত্যেকজন ছাত্ৰ বা ছাত্ৰী সপ্তাহত দুটাকৈ প্ৰবন্ধ ( assignment ) প্ৰস্তুত কৰিব লাগে আৰু এখন আলোচনা চক্ৰত ভাগ লব লাগে। যথেষ্ট পঢ়াশুনা কৰিব লাগে, কাৰণ তেওঁলোকে প্ৰস্তুত কৰা প্ৰবন্ধ আৰু আলোচনাত ভাগ লোৱাৰ ওপৰত পৰীক্ষাৰ গ্ৰেড বহুতখিনি নিৰ্ভৰ কৰে। ইয়াত ল'ৰা-ছোৱালীয়ে একে লগে আলোচনা কৰি মূল বিষয়খিনি উলিয়াই লোৱা প্ৰায়ে দেখা পোৱা যায়। কেতিয়াবা আহি আমাকো দুটা এটা কথা সোধে। ইয়াত ল'ৰা-ছোৱালীয়ে লাউঞ্জৰপৰা সোনকালে উঠি গ'লে এটা কথাই কয় "কাইলৈ মোৰ 'প্ৰেজেণ্টেচন' আছে—মই প্ৰবন্ধ প্ৰস্তুত কৰিব লাগে।" ইয়াত প্ৰবন্ধসমূহ টাইপ কৰি দিব লগীয়া হোৱাত ল'ৰা-ছোৱালীয়ে টাইপ আৰু কম্পিউটাৰ শিকিবলৈ বাধ্য হয়। কাৰণ কোনেও আনৰ অনুগ্ৰহ লব নোখোজে আৰু আনে কৰি দিলেও মাননি লয়। গতিকে

টাইপ কৰা আৰু কম্পিউটাৰ শিকা উচ্চশিক্ষাৰে অংগ হৈ পৰিছে। ইয়াত ল'ৰা-ছোৱালীৰ আত্মনির্ভৰশীলতা আৰু আত্মবিশ্বাস অতি বেছি। কোনো সক্ষম পুৰুষ বা মহিলাই যে আনৰ ওচৰত ৰঘুমলা হৈ অর্থনৈতিকভাৱে নির্ভৰশীল হব সেইটো ভাবিব নোৱাৰে। সামাজিক জীৱনধাৰাই প্রত্যেকজন পুৰুষ মহিলাক নিজে উপার্জন কৰি খোৱাৰ ওপৰত গুৰুত্ব দিছে। মহিলাই বিয়াৰ পিছত কাম নকৰিলেও কিছুমান সামাজিক অনুষ্ঠানৰ লগত জড়িত হৈ থাকে। উচ্চশিক্ষাত ল'ৰা-ছোৱালীৰে বহুত বেছি খৰচ কৰিব লগীয়া হোৱাত বহুতে ঘণ্টা অনুযায়ী কাম কৰি আয়ৰ বাট উলিয়ায়। ইয়াত কিতাপৰ দাম খুব বেছি হোৱা কাৰণে ল'ৰা-ছোৱালীৰে নিজে লাগতিয়াল কিতাপখিনি 'জেৰক্স' কৰি লয়। লাইব্রেৰী-বোৰত জেৰক্স কৰাৰ সুবিধাও যথেষ্ট পৰিমাণে কৰি দিয়াৰ কাৰণে পঢ়াৰ সামগ্রীও কম খৰচতে গোটাব পাৰে। ছাত্র-ছাত্রীৰ মুখত যেতিয়া পঢ়াৰ আলোচনা শুনো আৰু লাইব্রেৰীত নিমগ্ন হৈ লিখা বা পঢ়া কৰি থকা দেখি মনটো ভাল লাগিছিল। বহুত দিন ময়ো এক বা দুই বজালৈ পঢ়াশুনা কৰিছিলোঁ। ইণ্টাৰনেচনেল হাউচটো খুব সুৰক্ষিত। ইয়াত চকীদাৰ নাথাকিলেও দৰজাবোৰ আমাৰ হাতত থকা বিশেষ কার্ডৰদ্বাৰাহে খুলিব পাৰি। কার্ডখন দৰজাৰ কাষত থকা মাইক্রেওৱেভচুইচত লগাই দিলে নিজে নিজে খুলি যায়। গতিকে হাউচটো ডাঙৰ এলেকাৰ হলেও ভিতৰতে সকলো ব্যৱস্থা আছে, দুখন দৰজা পাৰ হৈ লাইব্রেৰীটো আৰু তাৰপৰা অলপ দূৰ আহি লিফটত উঠি নিজৰ কোঠালৈ আহিব পাৰি। গতিকে ল'ৰা-ছোৱালীয়েও নিশ্চিন্ত মনে বহুত ৰাতিলৈ পঢ়িব পাৰে।

দ্বিতীয় অধ্যায়

# বিনন্দীয়ায়া ছানফ্ৰান্সিস্কো

মই থকা বাৰ্কলেইৰ ইণ্টাৰনেছনেল হাউছৰ ছয়তলাৰ মোৰ কোঠাটোৰ খিৰিকিৰপৰা মই উপসাগৰৰ সি পাৰত থকা আকাশচুম্বী অট্টালিকা, এফালে বে'-ব্ৰীজ আৰু আনফালে বিখ্যাত গল্ডেন গেটব্ৰীজ ঠিক ছবি এখনৰ দৰে দেখা পাওঁ। ইয়াৰপৰা এনে অপূৰ্ব দৃশ্য দেখাৰ কাৰণে ইয়াৰ ভাড়াও হেনো এশ ডলাৰ বেছি কেৱল ভিজিটিঙ স্কলাৰক থাকিব দিয়ে। ক্ষণে ক্ষণে ৰ'দ বৰষুণ কুঁৱলিৰ কাৰণে সলনি হৈ থকা ইয়াৰ বিভিন্ন ৰূপ সঁচাকৈয়ে মনোমোহা। গধূলি লাইটবোৰ জ্বলাৰ লগে লগে এখন পৰীৰ ৰাজ্য দেখা যেন লাগে। এই আবাস গৃহ পাহাৰৰ ওপৰত হোৱাৰ কাৰণে তললৈ যোৱা মটৰৰ ৰঙা লাইটৰ শাৰীয়ে মালা এডালৰ সৃষ্টি কৰে। খিৰিকিৰে ছবিৰ দৰে দেখা এই চহৰখন কিন্তু পাবলৈ বাৰ্কলেৰপৰা এঘণ্টামান লাগে। বাৰ্কলেৰপৰা ছানফ্ৰান্সিস্কো চহৰলৈ মাটি আৰু পানীৰ তলৰ ট্ৰেইন বাৰ্টেৰে যাব পাৰি। বা বাছেৰেও সাগৰৰ পাৰে পাৰে বে-ব্ৰীজেৰেও যাব পাৰি। প্ৰথমতে কেইদিনমান মই বাছেৰে গ'লেও পিছলৈ বাৰ্টেৰে যোৱাটো বেছি সহজ পাইছিলোঁ। ছানফ্ৰান্সিস্কো চহৰখন অতি ধুনীয় চহৰ। উপসাগৰৰ পাৰত সুউচ্চ ষাঠি-সত্তৰ তলাৰ ঘৰৰ অঞ্চল, পুতলা ঘৰৰ দৰে চাৰিওফালৰপৰা জিলিকি থাকে আৰু দুয়োফালে দুখন দলঙে ইয়াৰ সৌন্দৰ্য বৃদ্ধি কৰিছে।

মোক কোৱামতে চাৰ ফান্সিচ ড্ৰেকে প্ৰায় দুশ বছৰৰ আগতে ছান-ফ্ৰান্সিস্কো উপসাগৰলৈ আহি মেৰিণ নামে ঠাইত নামিছিল, কিন্তু তাৰ আগতে আৰু পিছতো স্পেনিচসকলে ইয়ালৈ আহি খোপনি পুতিছিল আৰু স্পেনিচ মিছনাৰীয়ে ইয়াত থকা আদিবাসী ৰেড ইণ্ডিয়ানসকলক খ্ৰীষ্টান ধৰ্মলৈ দীক্ষিত কৰিছিল। ছানফ্ৰান্সিস্কো এসময়ত অতি কম

বসতিৰ অঞ্চল আছিল। ১৮৪৮ চনত সাতাৰছ্ মিল নামে ঠাইত হৈনো সোণৰ টুকুৰা পোৱাৰ লগে লগে মানুহে সোণৰ সন্ধানত এই চহৰলৈ আহিবলৈ ধৰে। এশজন আদিবাসীৰ এই অঞ্চলটোত জনসংখ্যা এশগুণ বাঢ়িবলৈ ধৰিলে। এল ডোৰাডো (El Darado) অঞ্চলৰ চাইৰা (Sierre) পাহাৰৰ নামনিত সোণৰ আৰু পিছত নেভাডা (Nevada) অঞ্চলত ৰূপৰ সন্ধান পোৱাৰ লগে লগে ইউৰোপ, এছিয়া, আমেৰিকা আদি বিভিন্ন ঠাইৰ পৰা মানুহৰ সোঁত ব'বলৈ ধৰে। ১৮৫০ চনৰ পিছৰেপৰা সোণৰ কাৰবাৰ কৰি আৰু বিভিন্ন সামগ্ৰী দি ধনী হোৱা মানুহে স্থায়ীভাৱে বসবাস কৰাৰ পিছত ইয়াৰ জনসংখ্যা বঢ়াৰ উপৰিও নগৰখন সমৃদ্ধ হ'বলৈ ধৰিলে। নতুনকৈ ধনী হৈ বসতি কৰা মানুহখিনিয়ে এই অঞ্চলটো ধুনীয়া আৰু আধুনিকীকৰণ কৰাৰ ওপৰত গুৰুত্ব দিছিল। মাৰ্ক হপকিন, কলিচ হাটিংটন লিল্যাণ্ড, ষ্টেনফৰ্ড আৰু চাৰ্লচ ক্ৰকাৰ নামৰ চাৰিজন পুঁজিপতিয়ে হেনো ৰাস্তা ঘাট তৈয়াৰ কৰাৰ বাহিৰেও ৰেল লাইন স্থাপন কৰাত যথেষ্ট কষ্ট কৰিছিল।

প্ৰথম দিনা মই অকলে বাৰ্কলেৰপৰা ট্ৰেইনেৰে পাৱেল ষ্ট্ৰীট ষ্টেচনত নামি চলন্ত চিৰিয়েদি ৰাস্তালৈ আহোঁতে ৰেলৰ ডবাৰ দৰে এখন পুৰণি গাড়ী দেখিছিলো। তাত উঠিবলৈ মানুহে দীঘল কিউ কৰা দেখি ময়ো তাত থিয় হলোঁ। পিছতহে গম পাইছিলো এয়া বিখ্যাত "কেৰলকাৰ"। বত্ৰিশ মাইল দীঘল পাহাৰীয়া উপদ্বীপটোৰ ওখচাপৰ সাতচল্লিছ মাইলতকৈ কম থকা মাটিত ৰেল লাইন কৰোঁতে প্ৰথমে এই কেৰলকাৰ ব্যৱহাৰ কৰিছিল। কাঠেৰে সজা ভিতৰে-বাহিৰে বহিব পৰা এটা সৰু ৰেলৰ ডবা। নগৰ সমৃদ্ধ হোৱাৰ লগে লগে কেৰলকাৰ উঠাই দিলেও মানুহৰ দাবীত পুনৰ ১৯৭৯ চনত 'কেৰলকাৰ' প্ৰচলন কৰে। এতিয়া অৱশ্যে বিদ্যুতৰ দ্বাৰা পৰিচালিত হ'লেও 'কেৰলকাৰ'ৰ পুৰণি ৰূপটো বজাই ৰাখিছে। ওখ, চাপৰ, থিয় গড়ীয়া ৰাস্তাত কেৰল কাৰখন গৈ থাকিলে পৰো পৰো যেন লাগিলেও ভ্ৰমণৰ এক মাদকতা আছে। আমাৰ মিটিঙ বা পাৰ্টি হ'লে কেইবাজনীও গোট খাই কেৰলকাৰত গৈ খুব আনন্দ লাভ কৰিছিলো। কনডাক্টৰেও ৰগৰ কৰি ঠাইবোৰৰ বৰ্ণনা দি ক'লে আমি প্ৰশ্ন সুধি ব্যস্ত

কৰো। যুগশ্লভেকীয়াৰ 'মেকা' নামৰ প্ৰফেচৰ গৰাকীয়ে কোনোবা ঠাই এখন জানিবলৈ বিচৰাত কনডাক্টৰ জনে কৈছিল "তুমি দহ বছৰ থাকিলেও ছানফ্ৰান্সিস্কোৰ বিষয়ে ভালকৈ নাজানিবা। ইমান বৈচিত্ৰ্যপূৰ্ণ আৰু সুন্দৰ এই চহৰ।" আমিও হাঁহি সম্মতি জনাইছিলো।

ছানফ্ৰান্সিস্কো চহৰখন ধুনীয়া কৰাত প্ৰকৃতিৰ দান আৰু মানুহৰ সৌন্দৰ্যকৰণৰ স্পৃহা স্বীকাৰ কৰিবই লাগিব। ইয়াত সাতখন পাহাৰত চল্লিশটা সৰু সৰু টিলা আছে। নগৰখন সাজোঁতে এই টিলাৰ ওপৰত সুপৰিকল্পিতভাৱে ঘৰ, ৰাস্তা, পাৰ্ক আমোদ-প্ৰমোদৰ স্থান আদি সাজি উলিয়াইছিল। একোটা টিলাত থিয় হৈ গোটেই চহৰখনৰ প্ৰাকৃতিক সৌন্দৰ্য উপভোগ কৰিব পাৰি। নব পাহাৰৰ পাৱেল ষ্ট্ৰীটৰ ওপৰৰপৰা একেবাৰে পোন হৈ যোৱা বিখ্যাত কালিফৰ্ণিয়া ষ্ট্ৰীট দেখিবলৈ পোৱা যায়। টেলিগ্ৰাফ পাহাৰৰ ওপৰত থকা 'গায়নিয়াৰ পাৰ্ক'খন অতি ধুনীয়া আৰু সুপৰিকল্পিতভাৱে সজাই থৈছে। ইয়াত খৃষ্টফাৰ কলাম বাছৰ মূৰ্তি এটা দেখিছিলো। লিংকন পাৰ্কত থকা "কালিফৰ্ণিয়া পেলেচ অব ডি চিজন অব অনাৰ" বোলা মিউজিয়ামত ফ্ৰান্সৰ বহুতো মূল্যবান বস্তু সংৰক্ষিত কৰি থৈছিল। ইয়াৰ কেইবাটাও মিউজিয়াম আৰু আৰ্ট গেলেৰী চাইছিলো। কিন্তু পূব জাৰ্মানীৰ ড্ৰিচডেন ( Dresden ) চহৰৰ ৰাজপ্ৰাসাদ বোৰত সংৰক্ষিত আৰ্টক ধুনীয়া আৰু পুৰণি বস্তু খুব কম দেখিছো।

**বে-ব্ৰীজ :** ছানফ্ৰান্সিস্কোৰ আটাইতকৈ আকৰ্ষণীয় বস্তু হৈছে বে-ব্ৰীজ ( Bay-Bridge ) আৰু গল্ডেন গেট ব্ৰীজ ( Golden gate-bridge ) ছানফ্ৰান্সিস্কো উপদ্বীপক মূল মহাদেশৰ লগত সংযোগ কৰা এই দুখন দলঙৰ কাৰিকৰী কৌশলতা আৰু আভিযান্ত্ৰিক দক্ষতাই এসময়ত অভিলেখ সৃষ্টি কৰিছিল। আমেৰিকাৰ অৰ্থনৈতিক সংকটৰ সময়তে ১৯৩৩ চনত 'বে-ব্ৰীজ'খন সাতসত্তৰ মিলিয়ন ডলাৰত সাজি উলিয়াওতে চৰকাৰে প্ৰথমতে বহুতো সমালোচনাৰ সম্মুখীন হৈছিল যদিও ইয়াৰ তাৎপৰ্য পিছত স্বীকাৰ কৰিছিল। এই দলঙখন দুই তলাৰ আৰু প্ৰায় চাৰে সাত মাইলতকৈ দীঘল।

### তৃতীয় অধ্যায়

# কালিফর্ণিয়া সচাঁকৈয়ে নয়নাভিৰাম

পৃথিৱীৰ বিভিন্ন দেশৰপৰা মানুহে চাবলৈ অহা ছানফ্ৰান্সিস্কোৰ আন এখন বিখ্যাত দলঙ হৈছে 'গল্ডেন গেট ব্ৰীজ'। কেৱল দুটা খুটাৰ ওপৰত সজা এই দলঙখন মোৰ খিৰিকিৰপৰা ৰঙচুৱা সূতা এডাল যেন দেখি। এসময়ত আমেৰিকাৰ অভিযান্ত্ৰিক আৰু কাৰিকৰী অভিনৱ সৃষ্টি বুলি জনজাত এই ৰঙচুৱা চাচপেনচন দলঙখন ১৯৩৬ চনত সাজি উলিয়াওতে ইয়াক শ্ৰেষ্ঠ দলঙ বুলি অভিহিত কৰিছিল। পানীৰপৰা ৭৫০ ফুট ওখ স্তম্ভ দুটাৰপৰা ধেনুভিৰীয়াকৈ ওলমা লোহাৰ ৰ'ডৰ বেৰাখন দূৰৰপৰা ওলমি থকা যেন লাগে। আবেলি ডুবু ডুবু হোৱা বেলিৰ হেঙুলীয়া পোহৰে গোটেইখন দলঙক সোণালী ৰঙৰ কৰি এক অপূৰ্ব দৃশ্যৰ সৃষ্টি কৰে। দলঙখন সবল কৰি ৰাখিবলৈ ব্যৱহাৰ কৰা ৮০০০০ টন লোহাৰ ৰডে হেনো ইকুৱেডৰক তিনিবাৰ বান্ধিব পাৰিব। মোক গল্ডেন গেট ব্ৰীজ দেখুৱাবলৈ নিয়া প্ৰফেচৰ হেইষ্টে কৈছিল যে এই দুখন দলঙ কৰিবৰ সময়ত মানুহৰপৰা ভীষণ বিৰোধিতা আৰু সমালোচনা সহ্য কৰিব লগাত পৰিছিল। বিৰোধিতাৰ কাৰণেই হয়তো চীফ ইঞ্জিনীয়াৰ জোচেফ ষ্টাচে তেওঁৰ দক্ষ সহযোগীৰ সৈতে ইমান ধুনীয়া দলঙৰ সৃষ্টি কৰিছে। এই দলঙৰ ওপৰেৰে ছয়খন গাড়ী অহা যোৱা কৰাৰ সুবিধা দিয়াৰ উপৰিও খোজ কঢ়াৰ ব্যৱস্থা কৰি দিছে আৰু তলেৰে জাহাজ যোৱাৰো ব্যৱস্থা কৰি দিয়াত বন্দৰৰ মান বাঢ়ি গৈছে। গোল্ডেন গেট ব্ৰীজ পোৱাৰ আগতে বিখ্যাত গোল্ডেন গেট পাৰ্ক এক চাবলগীয়া বস্তু। তিনি মাইলতকৈ বেছি দীঘল শুকান বালিৰ ওপৰত উইলিয়াম হল আৰু মেল লেৱেল নামৰ ইঞ্জিনীয়াৰৰ উদ্যোগত পতা এই উদ্যান এতিয়া জাকত জিলিকা পাৰ্ক হৈ পৰিছে। ইয়াত পেগোডা চেৰিগছ, মনকামনা কৰা জুৰি, ধুনীয়া দলঙেৰে

জাপানী কাৰুকাৰ্যৰ "জাপানীজ টি গার্ডেন" কেৰাটে খেলাৰ সেউজীয়া ঘাঁহনি, আঠ মাইল দীঘল ৰাস্তাৰ ঘোঁৰা শিকা ঠাই, ধুনীয়া চৰাইৰে পূৰ্ণ পুখুৰী, ডাঙৰ গছৰ হাবি আদি চাবলগীয়া অসংখ্য বস্তু আছে। ইয়াত থকা জিনজাৰ ব্ৰেড কনজাৰভেটৰিটো চাবলগীয়া। লণ্ডনৰ বিখ্যাত কিউ গার্ডেনত দেখা শীতোষ্ণ অঞ্চলৰ গছ-গছনি ইয়াত দেখা পাইছিলো। ইয়াত পল', বেচবল, গল্‌ফ আদি খেলাৰ বাবেও বিভিন্ন খেল পথাৰ দেখিছিলো। ঠাইবোৰ চাবলৈ গাড়ীৰে ঘূৰোঁতেই আমাৰ তিনি ঘণ্টা লাগিছিল।

**আধুনিকা নগৰী ঃ** ছানফ্ৰান্সিস্কো উপকূল ইমান সুন্দৰভাৱে সাজি উলিয়াইছে যে এফালে ই বাণিজ্যিক ব্যৱসায়ৰ কেন্দ্ৰ হোৱাৰ উপৰিও মানুহৰ মনোৰঞ্জনৰ ক্ষেত্ৰ হৈ পৰিছে। সাগৰৰ কাষত ফেৰী বিল্ডিং, নেচনেল মেৰিটাইম মিউজিয়াম আদি বিভিন্ন আকৰ্ষণীয় বস্তু থকাৰ উপৰিও 'ফিচাৰ মেন' হোৱাৰ্ফ'ট লানি নিছিঙা মানুহৰ সমাবেশ দেখিলে কিবা উৎসৱ হোৱা যেন লাগিছিল। বিভিন্ন বঙৰ ধুনীয়া সাগৰীয় সৰু জাহাজ আৰু নাওবোৰ সজাই থৈছিল। সাগৰীয় মাছেৰে প্ৰস্তুত কৰা বিভিন্ন ধৰণৰ আহাৰ পৰিবেশন কৰা ৰেষ্টোৰা, মাছ চিকাৰ কৰাৰ সুবিধা আৰু ধুনীয়াকৈ সজাই থোৱা দোকানবোৰে এই অঞ্চল বিতোপন কৰি ৰাখিছে। প্ৰথম দিনা চাবলৈ যাওঁতে গৰম কাপোৰ লগত নিনিয়াৰ কাৰণে সাগৰত ভ্ৰমণ কৰিব নোৱাৰাত মনটো বেয়া লাগিছিল। এদিন মোৰ বান্ধৱী মেকাৰ লগত ৩৯ নম্বৰ পিয়েৰলৈ গৈ জাহাজত উঠি সাগৰৰপৰা ছানফ্ৰান্সিস্কোৰ বিভিন্ন অঞ্চল চাবলৈ গৈছিলো। ইও এক নতুন অভিজ্ঞতা আছিল।

সেইদিনাও বেছ গৰম থকাৰ কাৰণে এটা কাৰ্ডিগান লৈ গৈছিলো। কিন্তু জাহাজত উঠাৰ পিছত হঠাতে কুঁৱলি আহি বতৰ ডাৱৰীয়া কৰাৰ উপৰিও সাগৰৰ বতাহে গা কঁপাই তুলিলে। আমি জাহাজৰ একেবাৰে ওপৰ তলাৰ মুকলি ঠাইত থিয় হৈছিলো যদিও ঠাণ্ডাৰ কোবত তললৈ নামি হাচিয়াবলৈ ধৰিলোঁ। কিন্তু চহৰ সোমোৱাৰ পিছত আমাৰ ঠাণ্ডা লগা ভাবটো নাইকিয়া হোৱাত আমিও স্বস্তিৰ নিশ্বাস পেলালো। কাৰণ আমি দুয়ো বিদেশীনী অসুখত পৰিলে আমাৰে অসুবিধা হ'ব। আমি এদিন

গল্ডেন গেট ব্রীজ পাৰ হৈ সাগৰৰ পাৰে পাৰে পাহাৰৰ ওপৰলৈ উঠি গৈ সাগৰৰ পাৰত থকা শিলৰ টিলা এটাৰ ওপৰত থকা ঠাই এডোখৰত ৰ'লোগৈ। আমাৰ লগত যোৱা প্ৰফেচৰ গৰাকীয়ে কৈছিল যে এই ওচেনবিচলৈ মানুহৰ সমাগম হয় আবেলি, কাৰণ প্ৰশান্ত সাগৰৰ বুকুত দিবাকৰে দিনটোৰ শেষত বিদায় লোৱা দৃশ্য চাই ফটো ল'বলৈ অসংখ্য সমাগম হয়। 'ওচেনবিচ'ৰ তলত সাগৰৰ বুকুত শিলৰ ওপৰত থকা 'ক্লিফ হাউচটো' চাবলৈ আমি নামি যাওঁতে চিগল চৰাইবোৰে আমাৰ চাৰিওফালে উৰি কিবা খাবলৈ বিচৰাত আমাৰ লগতে যোৱা যাত্ৰীয়ে মাকৈ জাতীয় বস্তু খাবলৈ দিছিল। প্ৰশান্ত সাগৰৰ কোৰাল সোঁত আৰু সাগৰীয় বতাহত আমাৰ অৱস্থাবোৰ চাবলৈ বৰ ভাল হৈছিল যদিও সেই মুহূৰ্তবোৰ উপভোগো কৰিছিলো। ওচেনবিচৰপৰা আহি আৰু ওপৰলৈ উঠি আন এটা সৰু পাহাৰৰ টিলাৰপৰা গল্ডেন গেট ব্ৰীজৰ সৈতে ছানফ্ৰান্সিস্কো চহৰখন দেখিছিলো। বহুতো মানুহৰ সমাগমৰ মাজত কিছুমানে 'টি ছাৰ্ট' বিক্ৰী কৰি ফুৰিছিল। কিছুমানে ফটো তুলিবলৈ গৈ হতাশ হ'ল। কাৰণ গোটেই দলংখন কুঁৱলিয়ে ঢাকি ধৰাত একো নেদেখা হৈছিল। মোৰ খিৰিকীৰেও ৰাতিপুৱা সুৰুযৰ পোহৰত জিলিকি উঠা দলংখন আৰু বাকচৰ নিচিনা সাগৰৰ পাৰৰ স্কাইস্কেপাৰবোৰ চাই থাকোঁতেই কুঁৱলিয়ে গোটেইখন আগুৰি থাকে। ইয়াক ছানফ্ৰান্সিস্কোৰ মানুহে স্বাভাৱিক বতাহ ঠাণ্ডা কৰা পদ্ধতি বুলি কয় কাৰণ কালিফৰ্ণিয়াৰ গৰম দিনত হোৱা অসহ্য গৰমটো হেনো এই কুঁৱলিয়ে বহুত কমাই ৰাখে। মই এই কথাটো ভালদৰেই গম পাইছিলো এই কাৰণেই যে মোৰ খিৰিকিৰে গল্ডেন গেট ব্ৰীজত কুঁৱলিৰে ঢাকি নেদেখা হ'লেই বুজি পাওঁ ৰ'দৰ প্ৰসৰতা কমিব আৰু সঁচাকৈয়ে অলপ পিছতে গৰম যে কমিছে, তাক অনুভৱ কৰা যায়। মোৰ খিৰিকিৰে দেখা দুফালে দুখন দলংখনৰ মাজত ছানফ্ৰান্সিস্কো চহৰৰ অত্যাধুনিক অংশ আগৰ সাগৰৰ নীলা পানীয়ে এক অনবদ্য ছবিৰ সৃষ্টি কৰিলেও কেমেৰাত কিন্তু গোটেই অংশই ধৰা নিদিলে। বহুত চেষ্টা কৰি এটা এটা অংশহে তুলিব পাৰিছিলো যদিও মোৰ স্মৃতি কোঠাত সময়ে সময়ে ৰূপ সলোৱা এই মনোৰম দৃশ্যসমূহ এতিয়াও বৈ আছে।

**বিচিত্ৰপূৰ্ণ জনবসতি, বিচিত্ৰ ঘৰৰ কাৰুকাৰ্য্য :** ছানফ্ৰান্সিকো চহৰখন অতি ঘন বসতিপূৰ্ণ ঠাই। সোণৰ সন্ধানত বিভিন্ন দেশৰপৰা মানুহৰ সোঁতে ছানফ্ৰান্সিস্কো বৈচিত্ৰপূৰ্ণ জাতি ধৰ্ম দেশৰ বিভিন্ন ব্যক্তিৰ জনসংখ্যাৰ সৃষ্টি কৰিছে। বিভিন্ন জাতি গোষ্ঠী ধৰ্মৰ মানুহে এতিয়াও নিজৰ সাংস্কৃতিক কাৰ্যকলাপৰদ্বাৰা নিজৰ বৈশিষ্ট্য দেখুৱালেও তেওঁলোক যে আমেৰিকাৰ বাসিন্দা সেইটো মনত ৰাখে। ইয়াত স্পেইন, মেক্সিস্কো, চীনৰ যথেষ্ট প্ৰভাৱ পৰিছে। ইয়াত স্পেনিচ শাসন থকাৰ কাৰণে ঠাই আৰু ৰাস্তাৰ নামবোৰো স্পেইন শব্দৰ। এজনে কৈছিল যে ছানফ্ৰান্সিস্কোত থকা দহজনৰ ভিতৰত তিনি জনেই আমেৰিকাৰ বাহিৰৰপৰা অহা বা মাক বা বাপেক বাহিৰৰ। ইয়াত ইটালী, স্পেইন, জাৰ্মানী, মেক্সিস্কো, ব্ৰাজিল, চীন, জাপান, ফিলিপাইন, টাওৱাইন, ভাৰতবৰ্ষ, চিংগাপুৰ আদি বিভিন্ন ঠাইৰপৰা মানুহ গৈ বসতি কৰিছে। সোণৰ সন্ধানত অহা ইউৰোপীয়সকলক আহিলা-পাতিৰে আৰু শাৰীৰিক পৰিশ্ৰমেৰে সহায় কৰিবলৈ চীন দেশৰপৰা অহা বহুতো লোক ইয়াত নিগাজীকৈ বাস কৰি ঠাইৰ নাম দিছে 'চীনা টাউন'। সেইদৰে ইটালীৰ মানুহো 'নৰ্থকিচ' নামে ঠাইত আৰু জাপানীসকলে 'টিহন মাশ্চি' নামে ঠাইত থাকিবলৈ লৈছে। কালিফৰ্ণিয়াৰ প্ৰায় চহৰতে 'চাইনা টাউন' আছে। য'ত চীনা সকলে নিজৰ দোকান, বেংক, স্কুল আদি চলায়। ইয়াত কেইবাখনো ভোজ বা পাৰ্টিত মেক্সিকো, স্পেনিচ আৰু ইটালীয়ান অৰ্কেষ্ট্ৰা বজোৱা শুনিছিলো। এজনে কৈছিল ইটালীৰ চচেজ, সোৱাদ লগা ৰুটি, পিজ্জা খাবলৈ আৰু চীন দেশৰ হাঁহৰ তৰকাৰী খাবলৈ এইবোৰ ঠাই বিচাৰি উলিয়াবা 'নিহনসাশ্চি'ত জাপানৰ ব্যৱসায়ৰ ঘাটিবোৰ থকাৰ উপৰিও পোন্ধৰ মিলিয়ন ডলাৰত সজা বিখ্যাত "জাপানীজ কালচাৰেল এণ্ড ট্ৰেড চেণ্টাৰ'টো আছে। মূল ছানফ্ৰান্সিস্কোত ইমান ঘন বসতি যে ইয়াত মাটি পাবলৈ নাই। আকাশচুম্বী উচ্চ অট্টালিকাই আকাশৰো সন্ধান নিদিয়ে। ইয়াত তিনি চাৰি তলাৰ ফ্লাওৱে ইমান বেছি যে মটৰে মাটিত নচলাৰ দৰে অৱস্থা। আলমাৰেডো নামে ব্যৱসায়ী কেন্দ্ৰ এটাত ফ্লাওৱে ইমান বেছি যে গাড়ীৰ গন্তব্য স্থানলৈ যোৱাটো নিৰ্দিষ্টকৈ

*নাজানিলে বা ৰাস্তা ভুল কৰিলে বহুত দূৰলৈ গৈছে ঘূৰি আহিব পাৰিব।*

ছানফ্ৰান্সিস্কোত চাবলগীয়া আৰু এটা বিষয় হৈছে ইয়াৰ বসতি অঞ্চল। দুতলীয়া বা তিনিতলীয়া ট্ৰাইলচ বা কাঠ লগোৱা ঘৰবোৰ এটলীয়াকৈ সাজি পাহাৰৰ ওপৰলৈ উঠি যোৱাত ওপৰখনে চিৰি কাটি কাটি ওপৰলৈ যোৱা যেন দেখি। কিছুমান ঠাইত ঘৰবোৰ লগলগোৱা হোৱাৰ কাৰণে মুখত অলপ মাটি আৰু কাষেৰে সোমোৱা ব্যৱস্থা কৰি লয়। কিছুমান ঠাইত ঘৰবোৰ এডাল মালাৰ দৰে অকোৱা পকোৱা হৈ লগ লগাই সজাৰ কাৰণে দূৰৈৰপৰা দেখিবলৈ বৰ ধুনীয়া লাগে।

ইয়াৰ খিৰিকীবোৰৰ কাৰুকাৰ্য্য চাবলগীয়া। কিছুমান স্পেইন, কিছুমান গথিক, কিছুমান ইটালীৰ ভাস্কৰ্য পৰিস্ফুট হৈ উঠে। মোৰ লগত যোৱা চু বোলা জাপানী ছোৱালীজনীয়ে কৈছিল খিৰিকিবোৰ চাই ইয়াৰ বিচিত্ৰ জনসংখ্যাৰ বিভিন্ন কলা কুশলতা নিৰ্ণয় কৰিব পাৰি। টুইন প্ৰিক্স ( Twin priks ) নামে ঠাইত এনেকুৱা ঘৰবোৰ দেখি বৰ ভাল লাগিছিল। ইয়াত বিভিন্ন অঞ্চল কামৰ কাৰণে বিখ্যাত, যেনে—পাৱেল ষ্ট্ৰীটত দোকান, চিভিল চেণ্টাৰ বেংক বা একাউণ্ট অফিচ, আৰমাৱব্ৰেণ্ডা স্কাই স্কেপাৰৰ অফিচ আৰু অত্যাধুনিক দোকানৰ কাৰণে বিখ্যাত। মই কেতিয়াবা বহুত দোকান ঘূৰি ঘূৰি উল ৱৰ্থ নামৰ সকলো বস্তু পোৱা দোকানখনত সোমাও। মই এটা কথাত আচৰিত হৈছিলো যে ইয়াত সকলো দোকানতে একে দাম নহয়। ঠাইলৈ আৰু বেলেগ হয়। আমাৰ দৰেই দোকানে প্ৰতি বস্তুৰ দামো বেলেগ হলেও কিছুমান ৰাষ্ট্ৰীয় গোষ্ঠীৰ দোকানত দাম একে থাকে। ইংলেণ্ডতো উলৱৰ্থ বিখ্যাত—ইয়াতো সেই নামৰ একে দোকান পাই বেছি ভাগ বস্তু তাৰপৰাই কিনিছিলো। তাৰপৰা কালিফৰ্ণিয়াৰ ষ্ট্ৰীটেৰে কেৱল কাৰত উঠি পাহাৰৰ ওপৰৰপৰা তলৰ ফাইনেল ডিষ্ট্ৰিক্টৰ অত্যধুনিক স্কাইস্ক্ৰেপাৰবোৰ চাবলৈ প্ৰায়ে গৈছিলো। এই বিখ্যাত ঠাইখিনি সাগৰৰ পাৰেৰে সৈতে অতি ধুনীয়া আছিল। ইয়াত সজা সু-উচ্চ ঘৰ তিনিকোণীয়া স্কাইস্ক্ৰেপাৰবোৰ ভূইকঁপত পৰি নাযাবলৈ বিশেষভাৱে সাজি উলিয়াইছে। কাৰণ কালিফৰ্ণিয়াত সঘনে ভূমিকম্প হোৱাৰ কাৰণে মানুহে খুব সাৱধানে থাকে।

# সেউজী ছানফ্ৰান্সিকো

সুজলা সুফলা শস্য-শ্যামলা এই ৰাজ্যখনত অকল প্ৰকৃতিয়ে সুন্দৰ কৰা নাই মানুহেও বৈজ্ঞানিক পদ্ধতিৰে ৰাজ্যখন সমৃদ্ধ কৰি তুলিছে ইয়াত বিভিন্ন ধৰণৰ শস্য আৰু খাদ্য বস্তু ইমান বেছি পৰিমাণে হয় যে নিজৰ খোৱাৰ উপৰিও আন ৰাজ্যবোৰলৈ পঠিয়াব লগীয়া হয়। শিল্প বাণিজ্য ব্যৱসায় আৰু কাৰিকৰী দিশটো, ৰাজ্যখন অতি আগবঢ়া। উপসাগৰত কেইবাটাও বন্দৰ থকাত আন্তৰাষ্ট্ৰীয় বাণিজ্যৰ সুচল হোৱাৰ উপৰিও দেশৰ অৰ্থনৈতিক উন্নতি সাধন কৰিছে। ইয়াত জাপানী, চীনা, স্পেনিচ আৰু আন ঠাইৰপৰা অহা আমেৰিকানসকল ব্যৱসায়ত আগবঢ়া। চীনাসকলৰ হোটেল আৰু ৰেষ্টোৰা সকলোতে বিৰাজমান। ভাৰতীয় সকলৰ ৰেষ্টোৰা থাকিলেও ইংলণ্ডৰ দৰে ইমান প্ৰতিপত্তি লাভ কৰিব পৰা নাই। অৱশ্যে ডোচা আৰু চমুচা (শিঙাৰা) বিখ্যাত। অষ্ট্ৰেলিয়াৰ পাৰ্থটো ডাঙৰ আকাৰৰ চমুচা আমাক খাবলৈ দিছিল আৰু আনেও তাক খোৱা দেখিছিলো। ইয়াত ভাৰতীয়সকলৰ ভিতৰত পাঞ্জাবী আৰু গুজৰাটীয়ে বেছি দোকান দিয়ে বিশেষকৈ বাৰ্কলেইত 'ইউনিভাৰচিটী অভিনিউত' একে ৰাস্তাতে বহুতো ভাৰতীয় দোকান দেখিছিলো। শাৰী, কাপোৰ আৰু খোৱা বস্তুৰ দোকানবোৰত ভিৰ দেখিলে বুজিব পাৰি যে ইয়াত গ্ৰাহক যথেষ্ট হয়। শাৰীকাপোৰৰ দাম ভাৰতত‌কৈ চাৰিগুণ বেছি হ'লেও তাত থকা ভাৰতীয়সকলে শাৰী, চেলোৱাৰ-কামিজ আৰু গৰম চাদৰ আদি ল'বলৈ সংকোচ নকৰে। ইয়াৰ 'গেলা-মালৰ' দোকানত ভাৰতৰ খাদ্য সকলো বস্তু পায় বিশেষকৈ মচলা। মচলাৰ বিভাগতহে মানুহৰ ভিৰ যথেষ্ট বেছি হোৱা দেখা পোৱা যায়। ভাৰতীয় ছাত্ৰ-ছাত্ৰী আৰু গৱেষকসকল অতি প্ৰখৰ বুদ্ধিৰ বুলি এটা নাম থাকিলেও ইয়াত নিগাজীকৈ বাস কৰা ব্যৱসায়ী গোষ্ঠীৰ ভাৰতীয়ৰ প্ৰতি বৰ সম্ভ্ৰম কিছুমান আমেৰিকানৰ নাই। নিউ জাৰ্চিত ভদ্ৰ মহিলা দুগৰাকী বাছলৈ ৰৈ থাকোঁতে শ্বেতাঙ্গ ডেকা ল'ৰা কেইজনমানে অপমান কৰিছিল।

এজন ডাক্তৰক হত্যা কৰিছিল আৰু সুবিধা পালেই 'ভাৰতীয় গুচি যোৱা' বুলি চিঞৰিছিল। কর্মঠ আৰু কষ্ট সহিষ্ণু ভাৰতীয়ই খুব সাধাৰণভাৱে জীৱন যাত্ৰা কৰি নিজৰ ব্যৱসায়-বাণিজ্য প্ৰতিষ্ঠা কৰে কাৰণেই হয়তো তাৰ নিগাজী বাসিন্দাই বেয়া পায়। ভাৰতীয়সকলে নিজৰ চুবুৰি এটা গঢ়ি নিজৰ সংস্কৃতি, আচাৰ-ৰীতি ধৰ্ম আদি বজাই ৰখাৰ কাৰণেও হয়তো এই সমস্যাটো আহিছে। কিন্তু আমেৰিকাত এতিয়াও বৈচিত্ৰপূৰ্ণ জাতিসমূহৰ সংস্কৃতিৰ সংমিশ্ৰণ বা সম্মিলন হোৱা নাই সেই কাৰণে সংমিশ্ৰিত হ'ব ধৰা জনসংখ্যা বুলি কোৱা হয়। এদিন উইমেন ৰিচাৰ্চ চেণ্টাৰৰদ্বাৰা আয়োজিত বৰ্তমান সমাজত মাতৃ হিচাপে পশুপালনত মহিলাৰ দায়িত্ব বোলা এখন আলোচনা চক্ৰত বিভিন্ন দেশৰপৰা বহুতো মহিলাই অংশ গ্ৰহণ কৰিছিল। গোৱেটামালাৰপৰা অহা কিন্তু আমেৰিকাৰ নাগৰিকত্ব লোৱা এগৰাকীয়ে তেওঁৰ মাতৃ হিচাপে সমস্যাৰ কথা কৈছিল। তেওঁ কৈছিল যে তেওঁ গোৱেটামালাৰ সমাজৰ নীতি-নিয়ম আৰু সংস্কৃতিত ডাঙৰ হোৱাৰ কাৰণে তেওঁ ল'ৰা-ছোৱালী দুটাকো তেনে শিক্ষা দিব বিচাৰিছিল। কিন্তু আমেৰিকাৰ সমাজত থকাৰ কাৰণে সিহঁতৰ মূল্যবোধৰ দ্বন্দ্ব হৈছিল। সিহঁতে কোনটো ভাল আৰু কোনটো বেয়া বুজিব নোৱাৰি তেওঁৰ লগত প্ৰায়ে তৰ্ক কৰিছিল। দুয়োটা সংস্কৃতিৰ ভাল-বেয়া বুজাই দিলেও সিহঁতে নিজে বাস কৰা সমাজৰ ৰীতি নিয়মৰ প্ৰতি বেছি আকৰ্ষিত হৈছিল। মই ভাৰতৰ মাতৃসকলে কেনেকৈ ভাৰতীয় জীৱন-দৰ্শন, সাংস্কৃতিক মূল্য বোধেৰে আৰু সামাজিক ব্যৱস্থাৰ মাজেৰে ল'ৰা-ছোৱালীক শিক্ষা দিব খোজে, তাক বহলাই কওঁতে এগৰাকী ছোৱালীয়ে তেওঁৰ অভিজ্ঞতা এটা কৈছিল, তেওঁলোকৰ ঘৰৰ ওচৰতে এঘৰ ভাৰতীয় পৰিয়াল থাকে। মানুহ গৰাকী ইমান গোড়া যে তেওঁক হাতেৰে দিয়া বস্তু কেতিয়াও নাখায়। এনেকুৱা আচৰণে যে বিদেশত বিৰূপ মনোভাৱৰ সৃষ্টি কৰে, সেইকথা কিছুমানে নজনাৰ কাৰণেই ভুল বুজা-বুজিৰ সৃষ্টি হয়। ইয়াত অৱশ্যে প্ৰত্যেক জাতিয়ে নিজৰ বৈশিষ্ট্য বজাই ৰাখিবলৈ যত্ন কৰে যদিও এই দেশৰ সুবিধাবোৰো লয়। 'চাইনা টাউন'খন ঘূৰি ঘূৰি চাওঁতে কোনোবা এজনে মন্তব্য দিছিল যে ইয়াত পুৰা পিকিংখনক বহুৱাই দিছে। ইয়াত

থকা আমেৰিকাৰ এছীয়বাসীয়ে এতিয়া কৃষ্ণাঙ্গসকলৰ দৰেই অধিক সা-সুবিধা বিচাৰিছে। ইয়াত ভাৰতীয় সকলেও কেইবাখনো বাতৰি কাকত উলিয়াই আৰু তাৰ ভিতৰত ৬৪ পৃষ্ঠাৰ ইণ্ডিয়াৱেষ্ট বুলি কাগজখনে আমেৰিকাৰ ভাৰতীয় বাসিন্দাসকলৰ কাৰ্যকলাপৰ বৰ্ণনা আৰু ভাৰতৰ বাতৰি প্ৰকাশ কৰে। ইয়াত টিভিতো দেওবাৰে ৰাতিপুৱা এঘণ্টাৰ বাবে ভাৰতীয় সঙ্গীতৰ বিচিত্ৰানুষ্ঠান এটা চেনেলৰ যোগে দেখুৱায়। আন জাতিৰ দৰে আমেৰিকাৰ ভাৰতীয়সকলে নিজৰ স্বীকৃতি বিচাৰি বিভিন্ন অনুষ্ঠান স্থাপন কৰিছে।

## মহাত্মা গান্ধীৰ প্ৰভাৱ

ভাৰতক গান্ধীৰ দেশ বুলি শ্ৰদ্ধা দেখুৱায় আৰু প্ৰায়ে আমাক গান্ধীৰ কাৰ্যাৱলী আৰু তেওঁৰ প্ৰতি আমাৰ কেনে ভাৱ তাক সুধিছিল। মই থাকোতেই এটেনব'ৰৰ গান্ধী ছবিখন দুঘণ্টা কৰি দুদিনো টিভিত দেখুৱাইছিল। আমাৰ শিক্ষা-বিভাগৰ দুৱাৰমুখতে গান্ধীৰ হাতযোৰ কৰা ছবি এখন আঁৰি থোৱা আছিল। ১৯৪৭ চনৰ ১৯ ছেপ্টেম্বৰত আমেৰিকাই নিকাৰাগুৱাৰ শাসকসকলক সমৰ্থন জনাই অস্ত্ৰ-শস্ত্ৰ পঠিওৱাৰ প্ৰতিবাদত কণবাৰ্ড নামৰ ৰেল ষ্টেচনৰ লাইনৰ আগত এটা দল থিয় হৈছিল। ভিয়েটনাম যুদ্ধৰ সময়ত আমেৰিকাই অস্ত্ৰ-শস্ত্ৰ পঠিওৱাৰ প্ৰতিবাদত এই কণবাৰ্ড নেভেন ৰেপেন ষ্টেচনত মানুহে প্ৰতিবাদ কৰিছিল। ট্ৰেইনৰ আগত পৰি দিয়াত ব্ৰিয়াণ উইনছন নামৰ শান্তিকামী মানুহ এজনে দুয়োখন ভৰি হেৰুৱাব লগীয়া হয়। হাস্পতালৰপৰা মুক্ত হৈ উইলছনে ২৯ ছেপ্টেম্বৰত এই প্ৰতিবাদকাৰীসকলৰ লগত 'উই ছেল অভাৰ কাম' গানটো গাই লাইনৰ ওপৰত থিয় হৈছিল। জনকান মাৰ্ফি নামৰ এজনে আমেৰিকাৰ চৰকাৰৰ যুদ্ধনীতিৰ বিৰুদ্ধে ত্ৰিশদিন অনাহাৰ কাৰ্যসূচী আৰম্ভ কৰিছিল। মহাত্মা গান্ধীৰ অহিংসা নীতিত বিশ্বাস কৰা এই প্ৰতিবাদকাৰী দলটোৰ নেতা মাৰ্ফিয়ে কৈছিল "আমাৰ দেশৰ মিলিটেৰী

ৰাজত্ব গুচাবলৈ গান্ধীৰ প্ৰতিবাদ নীতিৰ সম্ভাৱনা ব্ৰিয়াণে দেখুৱাই দিছে। কেইবাখনো সভাত মহাত্মা গান্ধীৰ অহিংসা নীতিৰ তাৎপৰ্য বুজাবলৈ মোক অনুৰোধ জনাইছিল।

এজনে মন্তব্য কৰিছিল যে বৃটিছৰ দৰে প্ৰবল পৰাক্ৰমী শাসকে গান্ধীৰ অহিংসা নীতিৰ ওচৰত সেও মনাটো পৃথিৱীৰ বুৰঞ্জীতে হয়তো অতি বিস্ময়কৰ ঘটনা।

আজি আমেৰিকাতো জনসাধাৰণে পৃথিৱীত শান্তি কামনা কৰে। দ্বিতীয় বিশ্ব মহাযুদ্ধত ইংলণ্ড ফ্ৰান্স আৰু জাৰ্মানীৰ দৰে নগৰ ধ্বংস নহলেও বহুতো সৈনিকৰ মৃত্যুয়ে পৰিয়ালসমূহৰ দুখ-দুৰ্গতিৰ সীমা নাইকিয়া হৈছিল।

ভিয়েটনাম যুদ্ধই আৰু বেছি যুৱক সৈনিকৰ অকালতে সমাধি ৰচনা কৰিছিল। বাৰ্কেলেৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ে নেতৃত্ব লৈ ভিয়েটনাম যুদ্ধৰ বিৰুদ্ধে প্ৰতিবাদ কৰি বিশ্ববিদ্যালয়ে অচল কৰি তুলিছিল। গোটেই দেশৰ বিভিন্ন বিশ্ববিদ্যালয়সমূহে একেধৰণৰ প্ৰতিবাদ কৰাত এক শক্তিশালী জনমত গঠন হৈছিল যাৰ ফলত চৰকাৰে নতি স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। বৰ্তমানে কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ত থকা নিউক্লিয়াৰ লেবৰেটৰী দুটালৈ এক আন্দোলন আৰম্ভ হৈছে। আমেৰিকান চৰকাৰৰ এনাৰ্জি বিভাগৰ শকত অনুদানৰদ্বাৰা পুষ্ট এই লেবৰেটৰী দুটাত বহুতো মাৰণাস্ত্ৰ প্ৰস্তুত কৰিছিল বুলি সন্দেহ কৰে। লৰেন্স লিভাৰ ম'ৰ আৰু লচ আলামচ নামেৰে দুখন ঠাইত অৱস্থিত এই লেবৰেটৰী দুটাত ৰাইজক অৱগত নকৰি গোপনে বহুত ধৰণৰ পৰীক্ষা কৰিছে—যাৰ ফলত ৰেডিঅ' এক্টিভিটি, দূষিত বায়ু আৰু অস্বাস্থ্যকৰ পৰিবেশ গোটেই অঞ্চলৰ মানুহৰ সৰ্বনাশ কৰিব বুলি আশঙ্কা কৰিছে।

বাৰ্কেলৰ বিভিন্ন অনুষ্ঠান আৰু পৰিবেশ শুদ্ধি কৰণৰ সংগঠনে একেলগে বিশ্ববিদ্যালয়ৰ বৰ্ড অফ ৰিজেণ্টৰ বিৰুদ্ধে আলামেডা কাউণ্টিৰ উচ্চ আদালতত মোকৰ্দমা আৰম্ভ কৰিছিল। চাৰ্ডান কালিফৰ্ণিয়া ফেডাৰেচন অব চাইণ্টিষ্টেও ৰাষ্ট্ৰীয় স্বাস্থ্য নিয়ম ভংগ কৰাৰ অভিযোগত বৰ্ডৰ বিৰুদ্ধে ক'টত মোকদৰ্মা তৰিছিল। ইয়াৰ মানুহ যিমান স্বাধীন সিমান ৰাষ্ট্ৰীয়

আৰু স্থানীয় সমস্যাসমূহৰ প্ৰতিও অতি সজাগ হোৱাৰ কাৰণে বহুত সময়ত প্ৰশাসকে নিজ ইচ্ছাৰে কাম কৰিব নোৱাৰে। মই থকা সময়তে ইৰাক-ইৰাণৰ যুদ্ধ, নিকাৰাগুৱাত আমেৰিকাৰ অস্ত্ৰ প্ৰদান আৰু ছোভিয়েত গৰ্ভাচেভৰ আমেৰিকালৈ আগমন আৰু প'পৰ ভ্ৰমণ আদিত মানুহৰ সমদলে পৃথিৱীত শান্তি স্থাপনৰ প্ৰচেষ্টাৰ ওপৰত গুৰুত্ব দিছিল। এদিন কেইজনীমান জাপানী ছোৱালীয়ে মোক গাড়ীৰে সিহঁতৰ উপাসনা কৰা গীৰ্জা ঘৰলৈ লৈ যাওঁতে ময়ো সিহঁতৰ লগতে পৃথিৱীত শান্তিস্থাপন হওক বুলি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিলোঁ।

**গাওঁবোৰ আমাৰ নগৰতকৈ ভাল ঃ** চেপ্তেম্বৰৰ ২৭ তাৰিখে আমাক ভিতৰৰ অঞ্চল দেখুৱাবলৈ ইণ্টাৰনেচনেল হাউচৰপৰা গাড়ীৰ আয়োজন কৰিছিল। লক্ষ্য আছিল নেপা উপত্যকাৰ চেণ্ট হেলেনা। চেণ্ট হেলেনা বোলোতে প্ৰবল পৰাক্ৰমী ফ্ৰান্সৰ সম্ৰাট নেপলিয়ন বোনাপাৰ্টৰ নিৰ্বাসনৰ স্থান চেণ্ট হেলেনা দ্বীপলৈ মনত পৰিছিল। নেপলিয়নৰ প্ৰথম পৰ্যায়ৰ জীৱনী পঢ়ি আমি খুব আনন্দ কৰাৰ উপৰিও তেওঁৰ বেপৰোৱা স্বভাৱ আৰু নিৰ্ভীক মনোভাৱক প্ৰশংসা কৰিছিলোঁ। কিন্তু তেওঁৰ একছত্ৰী শাসনক সমৰ্থন নকৰিলেও এই পৰাক্ৰমী মানুহজনৰ শেষ জীৱনৰ দুৰ্দশা পঢ়ি মনটো বৰ বেয়া লাগিছিল। কালিফৰ্ণিয়াৰ চেণ্ট হেলেনা উৎকৃষ্ট আঙুৰৰ অঞ্চল। বাৰ্কলেৰপৰা চেক্ৰামেণ্টও নদীৰ ওপৰৰ দলঙেৰে পাৰ হৈ প্ৰায় এশ মাইলমান গাঁৱৰ মাজেৰে আহি নেপা উপত্যকা পোৱা যায়। নামত গাঁও হ'লেও আমাৰ চহৰতকৈ ধুনীয়া আৰু সুপৰিকল্পিতভাৱে সাজি উলিয়াইছে। এই অঞ্চল বৰ্তমান বঢ়োৱাৰ চেষ্টা কৰিলেও সাগৰৰ পাৰত বহুত ঠাইত এনেই পৰি আছে, কিন্তু পাহাৰৰ কাষৰ ওখ মাটিত ধুনীয়া কেবিন ঘৰৰ নিচিনাকৈ কাঠৰ ঘৰবোৰ শাৰী পাতি উলিয়াইছে। ইয়াত অৱস্থাপন্ন মানুহে ৪০-৫০ বিঘা পাহাৰীয়া মাটি লৈ বেঞ্চ পাতি ৰহিছে য'ত ঘোঁৰা, কুকুৰা, গৰু আদি পোহে। কিছুমান নতুনকৈ পতা গাঁৱৰ মাজেৰে নিওঁতে দেখিছিলো যে তাত প্ৰথমে আহল বহল ৰাস্তা সজাৰ ওপৰতহে গুৰুত্ব দিছে।

নেপা ( Nepa ) অঞ্চলত সোমোৱাৰ লগে লগে আমাৰ উজনি অসমত

সোমোৱা যেন লাগিছিল। অসমত যেনিবা চাহৰ বাগান আৰু ইয়াত যেনিবা বিস্তৃত মাটিত শাৰী শাৰীকৈ আঙুৰৰ গছবোৰ। বৈজ্ঞানিক পদ্ধতিৰে ৰোৱা আঙুৰ লতাৰ কাষে কাষে পাইপ লগাই থৈছে যাতে প্ৰয়োজন মতে পানী দিব পাৰে আৰু কুঁৱলি বা বেছি ঠাণ্ডাত গৰম বতাহ দিব পাৰে। বৈজ্ঞানিক পদ্ধতিৰে গছৰ যত্ন লৈ চেম্পেইনৰ উপযোগী গোটা আঙুৰ উৎপাদন কৰাৰ ফলত মানুহো কোটিপতি হৈছে। ইয়াত আন শিল্পই আঙুৰৰ খেতি নষ্ট হব বুলি আশংকা কৰি মানুহে কোনো শিল্প গঢ়ি উঠিবলৈ দিয়া নাই। 'হেন্স কৰনেল' নামৰ চেম্পেইন কৰা বিখ্যাত কাৰখানালৈ লৈ যাওঁতে লুই লুকাচ নামৰ মালিকজনে খুবধেমেলীয়া কথা কৈ আঙুৰৰপৰা ৰস উলিয়াই কেনেকৈ 'চেম্পইন' প্ৰস্তুত কৰিছিল তাক বিভিন্ন মেচিনৰ ওচৰলৈ লৈ গৈ বুজাইছিল। চাহপাতৰ গুণনিৰ্ণয় কৰিবলৈ যেনেদৰে জিভাৰ সোৱাদৰ প্ৰয়োজন ইয়াতো হেনো জিভা আৰু নাকৰ প্ৰয়োজন। পৰীক্ষা কৰা মানুহজনে কেইবাটাও বস্তু খাব নোৱাৰে। ইংগিল নুক নামৰ এখন বিখ্যাত আঙুৰৰ বাগানত আঙুৰ গছৰ যত্ন কেনেকৈ লব লাগে তাৰ বিষয়ে এখন ফিল্মকে দেখুৱাইছিল। কিন্তু হাৰভেষ্ট ইনঃ বোলা এখন পুৰণি ভাস্কৰ্যৰে সজা চাহৰ দোকানত কফি খাবলৈ লৈ আহোঁতে ইয়াৰ ফুলনিখনহে মোৰ চকুত পৰিছিল। বিভিন্ন ৰঙৰ নাৰ্জি ফুলবোৰ এনেকৈ হৈছিল যেন এখন ফুলবচা দলিচাহে আৰু তাৰ কাষে কাষে থোপে থোপে লগা কেবা ৰঙৰ ডাঙৰ গোলাপে ইয়াৰ সৌন্দৰ্য আৰু বৃদ্ধি কৰিছিল। একেবাৰে চাপৰ গছত নাৰ্জিফুল লগাৰ কাৰণে পাতবোৰ দেখা নোপোৱা হৈ এখন দলিচাৰ দৰে সৃষ্টি কৰিছিল।

নেপা উপত্যকাৰ সনামা ( Sonema ) নামে ঠাইত মিঃ এম, ৰ'জাৰ নামেৰে এজন বোটেনিয়ানে তেখেতৰ পাহাৰৰ ওপৰত থকা ৩০ একৰ মাটিৰ ৰেঞ্জৰ ঘৰত আমাক বাৰ বাৰ্কিউ ( Baburcui ) চাপাৰ খাবলৈ নিমন্ত্ৰণ জনাইছিল। ডাঙৰ ৰাস্তা এৰি পাহাৰৰ ওপৰলৈ উঠি যাওঁতে প্ৰথমে ছিলং যেন লাগিছিল কিন্তু ফাৰ, মেপল আৰু আপেল গছবোৰ দেখি কাশ্মীৰলৈ মনত পৰিছিল। পাহাৰৰ ওপৰলৈ উঠি যোৱাৰ লগে লগে তলৰ উপত্যকা, সাগৰৰ পাৰ আৰু ইউক্লিপটাচ গছবোৰে চনমাৰ নাম স্মৰণ কৰাই দিছিল।

ইমান ওখ ঠাইত মানুহ থকাটো ভাবিলেই কিবা লাগে কিন্তু তলত খেতি আৰু পাহাৰৰ ওপৰত থকা ঘৰবোৰ সাজি উলিয়াইছে। মিঃ ৰ'জাৰৰ ঘৰটো বহুত ওপৰত অৱস্থিত হোৱাৰ কাৰণে দূৰৰ উপত্যকাখন খুব ধুনীয়াকৈ দেখা পাইছিলো। পাহাৰৰ ওপৰত গাড়ীৰে যাওঁতে প্ৰায় বিশজনমান ওচৰত থকা ৰোটেৰিয়ানে আমাক আগবঢ়াই তললৈ যোৱা ৰাস্তাৰে লৈ গৈছিল। মিঃ ৰ'জাৰৰ চৌহদৰ ভিতৰত সোমাওঁতে ফুলনিখন আৰু কেৱল কাঠেৰে সজা ধুনীয়া ঘৰটো চকুত পৰিছিল। চাৰিওফালে ওখ গছ-গছনিৰে পূৰ্ণ আহল-বহল মুকলি ঠাই এডোখৰত গছৰ বাকলিৰে টেবুল কেইখন ধুনীয়াকৈ সজাই থৈছিল। কেবাজনেও লগলাগি ডাঙৰ ডাঙৰ গেচৰ ষ্টভ জ্বলাই মাংসবোৰ ধুনীয়াকৈ পুৰি দিছিল। প্ৰথমে সজাই থোৱা আঙুৰ আৰু কমলা ৰস গিলাচত বাকী লৈ টেবুলত থোৱা, চিজ, শাক-পাচলি, বিস্কুট আদি আমি খাই মানুহৰ লগত চিনাকি হৈছিলোঁ। কেইজনমান ভাৰতলৈ অহাৰ কাৰণে তেওঁলোকে দিল্লী, আগ্ৰা, কাশ্মীৰৰ কথা আমাক সুধিছিল। মই আঙুৰৰ ৰস খাই অলপ দূৰ হাবিয়ে হাবিয়ে ফুৰিবলৈ যাওঁতে মই লগৰ কেইজনীক কৈছিলো "এই ত্ৰিশ একৰ মাটিত অকল এহাল পুৰুষ-মহিলা আৰু দুটা সৰু ল'ৰা-ছোৱালীয়ে অকলশৰীয়া অনুভৱ নিশ্চয় কৰে।" বিপদে আপদে এমাইল দূৰৈত মানুহ পোৱা যায়, অৱশ্যে লাইট, পানী, টেলিফোন, গাড়ী দুখনেৰে সৈতে আধুনিক সা সুবিধা গোটেইখিনি আছে। মই চিনাকি হোৱা এগৰাকী মহিলাক কথাটো সোধোতে ক'লে যে তেওঁলোকৰো পঁচিশ একৰ মাটিত অকলে স্বামীৰ সৈতে থাকে। অৱশ্যে বেঞ্জখন বহুত তলত হোৱাৰ কাৰণে মানুহৰ লগত যোগাযোগ কৰিবলৈ সুবিধা। তাৰ উপৰি কেইবাটাও সামাজিক অনুষ্ঠানৰ লগত জড়িত থকাৰ কাৰণে তেওঁৰ সময় সুন্দৰকৈ পাৰ হৈ যায়। মিচেছ ৰ'জাৰ ছোৱালী মানুহ। তেওঁ আমাৰ ওচৰত বহোঁতে আমাৰ কথা শুনি মোক কৈছিল যে তেওঁ জিৰাবলৈ কম সময় পায় কাৰণ গিৰীয়েকক ছপাশালাত সহায় কৰে, বন্ধা-বঢ়া কৰি ল'ৰা-ছোৱালীক স্কুললৈ পঠিয়াই, বেঞ্জৰ খেতি চায় আৰু ঘোঁৰাশাল, কুকুৰাগাৰ আদি তদাৰক কৰে। ঘণ্টাত বন্দবস্ত কৰা মানুহে কেতিয়াবা বাহিৰা কামত সহায় কৰিলেও বাকী

সকলো কাম তুয়ো কৰে। গধুৰ কাঠেৰে তৈয়াৰ কৰা পুৰণি ধৰণৰ চোকাবোৰ দেখুৱাই কৈছিল যে এইবোৰ তুজন কাৰিকৰ লগাই তেওঁলোক তুয়ো তৈয়াৰ কৰিছে। গোটেই ঘৰটো ইমান ধুনীয়াকৈ ৰাখিছে যে তলত পালিচ কৰা কাঠত খোজ কাঢ়িবলৈ বেয়া লাগে। বাহিৰত খোজ কাঢ়িবলৈ কাঠৰ গোল গোল টুকুৰাবোৰ ধুনীয়াকৈ পাৰি থোৱা দেখি বুজিছিলো যে সেই ঠাইৰ গছ কাটি ঘৰটো আৰু আচবাব-পত্ৰ কৰিছিল আৰু পেলনি যোৱা কাঠৰ বাকলি আৰু কাঠেৰে চোতালৰ চকী, টেবুল আৰু ধুনীয়া বেঞ্চবোৰ কৰিছিল।

ঠিক পাঁচ বজাত তেওঁলোকে আমাক আহাৰ খাবলৈ আমন্ত্ৰণ কৰিছিল। প্ৰায় পাঁচ জনমান মানুহৰ কাৰণে কেঁচা চালাচ কেইবাবিধো সিজোৱা পাচলি চিজ মেক্ৰনীৰ তৰকাৰী নানাবিধ চিজ, ফলমূলেৰে তুখন ডাঙৰ টেবুল ভৰাই দিছিল। ধুনীয়া প্লাষ্টিকৰ প্লেট, নিজৰ ইচ্ছামতে বস্তুলৈ গৰম গৰমকৈ ভাজিথোৱা মাংসৰ ওচৰত শাৰীপাতি থিয় হৈছিলো। আমি মুৰ্গী খাম বুলি কোৱাত তেওঁলোকে বিশেষভাৱে বন্ধা ভেড়াৰ মাংসৰ জুতি চাবলৈ ক'লে। বন্ধাবঢ়া, দিয়া বস্তু সামৰা আদি সকলো কাম ৰোটেৰিয়ানসকলে কৰিছিল। মহিলাসকলে ৰুটি আৰু কেক কেইটা ঘৰত কৰি টেবুলত সজাই দিছিল। আমি খোৱাৰ পিছত পলিথিনৰ বেগত পেলনীয়া বস্তু ভৰাই মুখ বান্ধি গাড়ীত তুলি গেচৰ চিলিণ্ডাৰ আদি ভৰাই আধাঘণ্টাৰ ভিতৰতে চোতাল পৰিষ্কাৰ কৰি পেলালে। ক'তো এটুকুৰা কাগজো পৰি নাথাকিল। খোৱাৰ সময়তে চাৰিজন মানুহে মেক্সিকান গান গাই শুনাইছিল। খোৱাৰ শেষত অৰ্কেষ্টাৰ লগে লগে সকলোৱে নাচিছিল। মাত্ৰ আমি চাৰিজন মানুহে বহি উপভোগ কৰিছিলো। আমাৰ ফালৰ পৰা ৰেচিডেণ্ট অফিচাৰ মিছ বেকাৰে নিমন্ত্ৰণৰ বাবে ধন্যবাদ জনোৱাত 'বিল' নামৰ তজবজীয়া সত্তৰ বছৰৰ বয়সীয়া মানুহজনে আমাক ধন্যবাদ জনাই কলে যে আমেৰিকানসকলে টিনৰ আহাৰ খায় বুলি বহুতৰ ধাৰণা, কিন্তু আমি গৰম গৰম ৰন্ধা, সিজোৱা আৰু ভজা বস্তু খাইহে ভাল পাওঁ। আমাৰ আজিৰ প্ৰস্তুতিয়ে যি প্ৰমাণ কৰিছে তাক আনৰ আগত যেন কওঁ। এখেতৰ অৱস্থা খুব ভাল।

দুখন ৰেঞ্জ আৰু ছয়টা ডাঙৰ ঘৰ আছে। মই ক'লো যে মই ভাৰতলৈ মধুৰ স্মৃতি লৈ যাম। আমেৰিকাৰ বাসিন্দা বিশেষকৈ চনামাৰ বাসিন্দা-সকল যে ইমান অতিথি পৰায়ণ তাক আন ভাৰতীয়ৰ আগত কম। তেওঁলোকে আনন্দতে হাত চাপৰি বজাই মোক আকৌ ধন্যবাদ জনালে। সন্ধিয়াৰ লগে লগে তলৰ উপত্যকাৰ লাইটৰ দীপাৱলী চাই আমি ইণ্টাৰ-নেচনেল হাউছলৈ উভতিলোঁ।

ইণ্টাৰনেচনেল হলৰ অডিটৰিয়ামত বিভিন্ন দেশৰ সাংস্কৃতিক অনুষ্ঠান অনুষ্ঠিত হয়। মই থাকোঁতে চীন দেশৰ বাদ্যযন্ত্ৰ বাদন, জাপানীৰ নাচ, আফ্ৰিকাৰ নাচ, ব্ৰাজিলৰ গান আদি কেইবাটাও অনুষ্ঠান হৈছিল। মহৰ্ষি মহেশ যোগীৰ আশ্ৰমৰপৰা ভাৰতীয় বাদ্যযন্ত্ৰৰ অনুষ্ঠান এটি হওঁতে মই প্ৰধান অতিথি আছিলো। তাত বীণা আৰু বাঁহীৰ দুটা দুঘণ্টীয়া কাৰ্যসূচী হোৱাৰ কাৰণে দৰ্শক সকলৰ কাৰণে উপভোগ্য হলেও অলপ আমনিদায়ক হৈছিল। কাৰণ ইয়াৰ একোটা কাৰ্য দহ মিনিট বা পোন্ধৰ মিনিটতকৈ বেছি নোহোৱাৰ কাৰণে বিষয়টো উপভোগ্য বেছি। আমাৰ সংগীত সাধাৰণ মানুহে বুজি নোপোৱাৰ কাৰণে সুৰৰ সংযোগ উপলব্ধি কৰিব নোৱাৰে। মুখেৰে খুব ভাল হৈছে বুলি কলেও মই দৰ্শকসকলৰ মুখলৈ চাই বুজিছিলো এঘণ্টা তেওঁলোকৰ কৰণে যথেষ্ট আছিল।

**ধৰ্ম আলোচনা ইয়াতো হয় ঃ** উনত্ৰিশ নবেম্বৰত মিচিগান বিশ্ববিদ্যা-লয়ৰপৰা বাৰ্কলেলৈ পঢ়িবলৈ অহা কেথি নামৰ মলম লগা ছোৱালীজনীয়ে গধূলিৰ আহাৰ খাওঁতে মোক "চুচি' পাৰ্টিলৈ নিমন্ত্ৰণ জনালে। অডিটৰিয়ামৰ কাষত স্প্ৰাউট ৰুমত ( Sprout room ) ৭-৩০ হব বুলি কব। তাই ইয়ালৈ পাব্লিক হেল্থৰ নিউট্ৰিচন বিভাগত ডক্টৰেটৰ কাৰণে কাম কৰিছে। ইয়াত দুবছৰ কটোৱাৰ পিছতো আৰু চাৰি বছৰ থাকিব লাগিব বুলি কৈছে। বৰ কষ্ট কৰে তাইৰ পৰীক্ষাবোৰৰ কাৰণে। ইয়াত ডক্টৰেটৰ কাৰণে নিয়মিতভাৱে পৰীক্ষা ( Tests ) দিব লগাৰ উপৰিও সাপ্তাহিক আলোচনা চক্ৰ, প্ৰবন্ধ লিখা কামবোৰ কৰিব লাগে। তাই এদিন চুপৰ লগত ভাত লৈ খাই মোক কৈছিল "মই ভাৰতীয়ৰ দৰে খাইছো"। মই হাঁহি কলো 'তুমি আচল বস্তু দালিটো লোৱা নাই।

"তাইক দালি বুজাবলৈ গৈ মই হাবাথুৰি খালো। কাৰণ তাততো দালি পোৱা নাযায়। মই সিজোৱা বুট এটাক ডুফাল কৰি কেনেকৈ ৰান্ধে তাক বুজাই দি ক'লো 'বাৰু এদিন মই তোমাক ভাৰতীয় ৰেষ্টুৰা এখনলৈ লৈ যাম।' 'তাই জাপ মাৰি ক'লে 'বাঃ তোমালোকৰ তৰকাৰী ইমান জ্বলা। মই এদিন খাই মজা পাই গৈছিলোঁ।' তাই মুখখন এনেকুৱা কৰিছিল যেন সেই জ্বলা এতিয়াও তাইৰ মুখত লাগি আছে। অলপ পিছতে তাই দুখ প্ৰকাশ কৰি কলে 'মই বৰ দুখিত। তোমালোকৰ খোৱা বস্তুৰ বিষয়ে মই তেনেকৈ কব নালাগিছিল।' মই হাঁহি ক'লো 'একো নহয়। তুমি তোমাৰ মনৰ ভাব প্ৰকাশ কৰিছা। আমিও খুব জ্বলা নাখালেও মচলাৰ তৰকাৰী খাই ভাল পাওঁ।' তাই মোক আকৌ ক'লে 'তুমি মোক ক্ষমা কৰিছাতো।' মই তাইক ক্ষমা কৰিছো বুলি হাঁহি কওঁতে তাই মোক সাৱটি ধৰি কলে 'তুমি ইমান মৰমিয়াল।' কেথিৰ মুখখন দেখিলে মোৰ ছোৱালীজনীলৈ মনত পৰাৰ কাৰণে তাইৰ নিমন্ত্ৰণ গ্ৰহণ কৰিলো।

৭-৩০ বজাত মই স্প্ৰাউটৰুমলৈ আহি দেখিলো যে তাত বিভিন্ন দেশৰ-পৰা অহা ল'ৰা-ছোৱালী আৰু দহজনমান প্ৰফেচৰ গোট খাইছে। যুগশ্ল-ভেকিয়াৰপৰা অহা 'মেগা' নামৰ প্ৰফেচৰ গৰাকীও আহিছে। ডাঙৰ টেবুলত 'চুচি', অৰেঞ্জ আৰু আঙুৰৰ ৰস। সকলোৱে লৈ খাব লাগে। আজি জাপানী ছোৱালীসকলে 'চুচি' ৰান্ধি কোঠাটোত ফুল সজাই চকুত লগা কৰি থৈছে। চুচি আমাৰ চুঙা পিঠাৰ দৰে আঠা থকা চাউলবোৰ তাৰ মাজত মাংস তৰকাৰী দি ঘূৰণীয়াকৈ ৰান্ধি সিজাই সৰু সৰু কৈ কাটি ধুনীয়াকৈ সজাই দিয়ে। ইয়াৰ আগতে পেৰিচ আন্তৰ্জাতিক সম্মিলন খনলৈ যাওঁতে তাতো এটা পাৰ্টিত চুচি খোৱা মনত পৰে। কিন্তু এইটোক যে চু'চি বোলে তাক মই নাজানিছিলোঁ। কিন্তু চু'চি পাৰ্টি মাধ্যমহে। ইয়াত নন কনফৰমিষ্টসকলে বাইবেলত থকা যীচুখৃষ্টৰ বাণীহে আলোচনা কৰে। এজনে ঘৰত বিভিন্ন অধ্যায়ৰপৰা বচা বচা কিছুমান বাণী নিৰ্বাচন কৰি সেইবোৰ ইয়াত আলোচনা কৰি অংশ গ্ৰহণকাৰীসকলৰ মতামত বিচাৰে। মোৰ পাল পৰোতে মই কৈছিলো যে সকলো ধৰ্মৰে মূলনীতিবোৰ

প্ৰায় একেই। আমাৰ হিন্দু ধৰ্ম, বৌদ্ধ ধৰ্ম আৰু জৈন ধৰ্মৰ কেনে মিল আছে তাক অলপ বুজাই দিছিলো। মই শ্ৰীকৃষ্ণৰ নাম ইচ্ছা কৰিয়ে উল্লেখ কৰোঁতে তেওঁলোকে নামটো শুনা বুলি কলে কাৰণ ইয়াৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰ সংস্থা অফিচৰ মুকলি পথাৰখনত প্ৰায়ে এটা দলে দিনটো 'হৰে কৃষ্ণ হৰে ৰাম' নাম গায়। ডেৰঘণ্টা মানৰ পিছত আলোচনা শেষ হোৱাত তেওঁলোকক ধন্যবাদ জনাই মই ওলাই আহিছিলো। মোৰ মনটো এই কাৰণেই ভাল লাগিছিল যে উঠি অহা যুৱক-যুৱতীৰ এটা দলে এই বয়সত ধৰ্মৰ মূলনীতিবোৰ আলোচনাৰ বিষয়বস্তু কৰি তুলিছে উচ্চ মূল্যবোধৰ সৃষ্টি কৰিবলৈ। সেই কথাটো তেওঁলোকে ঘোষণা কৰিছিল যে ধৰ্ম চৰ্চাতকৈ ধৰ্মত থকা মানবীয় সনাতন নীতিবোৰ আলোচনা কৰাহে তেওঁলোকৰ মুখ্য উদ্দেশ্য। কেথিয়ে মোক তাইৰ গাড়ীত বহুত ঠাই ফুৰোৱাৰ লগতে এদিন তাইৰ প্ৰফেচৰৰ লগত মোকো সিহঁতৰ গীৰ্জালৈ লৈ গৈছিল। নিউইয়ৰ্কৰপৰা অহা ধৰ্ম যাজক এজনে সাধাৰণ মানুহৰ দৰেই কাপোৰ পিন্ধি বক্তৃতা দিছিল 'বিশ্বযুদ্ধ ভয়বহতাৰ আৰু ইয়াৰ মানুহৰ কৰ্তব্য'ৰ বিষয়ে বাইবেলৰ উদ্ধৃতি দিলেও মানুহজনে মনোগ্ৰাহী বক্তৃতা দিয়াৰ বাবে তেখেতক ধন্যবাদ জনাইছিলো চিনাকি কৰি দিয়াৰ সময়ত। সমবেত হোৱা শ্ৰোতাৰ ভিতৰত মই প্ৰায় এহেজাৰমান ছাত্ৰ-ছাত্ৰী, যুৱক-যুৱতীয়ে খুব আগ্ৰহেৰে শুনি বক্তৃতাটোৰ বিষয়ে আলোচনা কৰিছিল। ইয়াতে মোক এজনী আমেৰিকাৰ ছোৱালীয়ে হিন্দীতে নমস্কাৰ জনাই কথাই পাতিছিল! তাই ভাল হিন্দী কোৱা দেখি মই কেনেকৈ ভাষাটো শিকিছে তাক সোধাত তাই এটা দোভাষীৰ পাঠ্যক্ৰম লোৱাৰ উপৰিও ভাৰতীয় ল'ৰা-ছুজনৰ লগত কথা-পাতি উচ্চাৰণবোৰ শিকা বুলি কৈছিল। তাই মোৰ ওচৰলৈ আহি হিন্দী শিকিম বুলি কোৱাত মই আহিবলৈ নিমন্ত্ৰণ জনাইছিলো। মই যে হিন্দী কোনোমতে চলাই দিয়াকৈ কব পাৰো সেইটো তাইৰ আগ্ৰহ দেখি কবলৈ বেয়া লাগিল।

**আত্মনিৰ্ভৰশীল ল'ৰা-ছোৱালী:** ইয়াত আনক সহায় কৰিলেও সকলো আত্মনিৰ্ভৰশীল হোৱাটো খুব বিচাৰে। অফিচত কোনো ঠাই বা কাৰোবাৰ ঘৰ বিচাৰিবলৈ তৎক্ষণাত ফোন নম্বৰ, ৰাস্তা আৰু ঘৰৰ নম্বৰৰ

আৰু যোৱাৰ বাচৰ নম্বৰ আদি সুন্দৰকৈ কাগজত লেখি দিব যা'তে অসুবিধা অকণো নহয়। কোনো কাম দিলেও আগতেই কেনেকৈ কৰিব লাগে তাক সুন্দৰকৈ বুজাই লেখি দিয়ে। ভ্ৰমণসূচী কৰিলেও প্ৰায় এমাহৰ আগতে বিৱৰণ দি ভ্ৰমণ সূচী প্ৰকাশ কৰে। কোনো কথা সুধিলেই কাগজত লেখি দিয়াতো অলপ আচহুৱা যেন লাগিলেও পিছলৈ গম পাইছিলো যে ইয়াৰ সুবিধা বহুত। নিজে পাহৰিলেও কাগজ টুকুৰা দেখিলেই সকলো কথা মনত পৰাৰ কাৰণে কাম কৰাৰ সুবিধা হয়। মই থকা হাউছত কোনোবাই ফোন কৰি মোক নাপালে কৰোঁতাৰ ফোনৰ নম্বৰ বা খবৰটো কাগজত লেখি মোৰ নম্বৰৰ মেইলবক্সত ভৰাই থয় যাতে মই খুলিলে পঢ়িব পাৰো। ইয়াত প্ৰত্যেকজন বাসিন্দাৰে একোটা মেইলবক্স থাকে য'ত চিঠিৰ খবৰবোৰ ভৰাই থৈ দিয়ে। এটা 'ক'ড' নম্বৰ থাকে যাৰদ্বাৰা মইহে সেইটো খুলিব পাৰো। কেতিয়াবা আকৌ দুৱাৰ মুখৰ বিচেপশ্বন হলত কোঠাৰ নামটো লেখি চকুত পৰাকৈ থৈ দিয়ে যাতে মই সোমায়ে কথাটো সুধিব পাৰো। ইয়াত কাগজ আৰু টেলিফোনৰ ইমান ব্যৱহাৰ হয় যে কেতিয়াবা মানুহৰ লগত দেখা নোহোৱাকৈ কামবোৰ সমাধা কৰিব পাৰি।

ইয়াৰ মানুহবোৰ আত্মনিৰ্ভৰশীল আৰু স্বাৱলম্বী হবলৈ সৰুৰেপৰা শিক্ষা পায়। মাক-বাপেক বা স্কুলেও এই গুণবোৰ বঢ়াবলৈ যথেষ্ট যত্ন কৰে, ইয়াত সামাজিক নিৰাপত্তাৰ বাবে বহুতো সুবিধা থকাৰ কাৰণে মাক-বাপেকৰ সুবিধাও হয় বহুতো। ইয়াত ল'ৰা-ছোৱালীয়ে ভৱিষ্যতে নিজে উপাৰ্জনশীল হৈ জীয়াই থকাৰ অৰ্হতা অৰ্জন কৰিব লাগিব তাক সৰুৰেপৰা জানে। অৱশ্যে ইয়াত বিভিন্ন বিষয়ত অৰ্হতা লাভ কৰিবলৈ বহুতো সুবিধা আছে। আমাৰ দৰে কেৱল ডিগ্ৰীটোৰ ওপৰত ইমান গুৰুত্ব নিদিয়ে। কলেজৰ শিক্ষা লৈ ল'ৰা-ছোৱালী অহাৰ কাৰণে বেছিভাগেই বৃত্তি আৰু কাৰিকৰী শিক্ষাৰ পাঠ্যক্ৰম বা প্ৰশিক্ষণ লৈ কামত সোমাব পাৰে। ইয়াত মানুহবোৰে বন্ধুত্বপূৰ্ণ মনোভাৱ দেখুৱাৰ কাৰণে সহজে আনৰ লগত লগ হয় আৰু ৰগৰো কৰে কথা প্ৰসঙ্গত। জাৰ্মানী, ইংল্যাণ্ড আৰু ফ্ৰান্সত মানুহবোৰ এওঁলোকতকৈ যেন বেছি গহীন আৰু আনুষ্ঠানিকভাৱে সৌজন্য

দেখুৱাই ভাল পায়। কিন্তু আমেৰিকাত অলপ চিনাকি হোৱাৰ পিছতে বন্ধুত্ব গঢ়ি উঠে সোনকালে। কিন্তু সকলো পশ্চিমীয়া দেশত এটা নিয়ম হৈছে যে ফোন নকৰাকৈ বা আগতীয়াকৈ খবৰ নিদিয়াকৈ কোনেও কাৰো ঘৰলৈ নাযায়। ইয়াত সাধাৰণতে পুতেকে বিয়া কৰোৱাৰ পিছত বেলেগে থাকিবলৈ লোৱাত এওঁলোকেও মাক-বাপেকৰ ঘৰলৈ আহিবলৈ ফোন কৰিহে আহে। তেওঁলোকে ব্যক্তি স্বাধীনতা আৰু নিজস্ব গোপনীয়তা বজাই ৰখাত বেছি গুৰুত্ব দিয়াৰ কাৰণে অতিথিয়ে পাৰিবাৰিক বিষয়ৰ কথা বা গুজৱ আলোচনা কৰাটো তেওঁলোকে পচন্দ নকৰে। মাক-বাপেকেও পৰাপক্ষত ডাঙৰ ল'ৰা-ছোৱালীৰ কথাত হস্তক্ষেপ নকৰাটো এটা নিয়মৰ দৰে। বিশ্ববিদ্যালয়তো ছাত্ৰ-ছাত্ৰীয়ে শিক্ষকৰ লগত আৰু শিক্ষকে আন শিক্ষক বা প্ৰশাসনীয় বিষয়াক লগ ধৰিবলৈ আগতে চেক্ৰেটৰীৰ লগত বন্দৱস্ত কৰিব লাগে। আমাৰ ছাত্ৰই অতি সহজে শিক্ষকক বা প্ৰশাসনীয় মুৰব্বীক লগ ধৰা দেখিলে তেওঁলোক হয়তো আচৰিতে হব। তেওঁলোকে সময়ৰ ওপৰত অতি গুৰুত্ব দিয়ে। তেওঁলোকে নিৰ্ধাৰিত সময়ৰ বেছি সময় কথা পতাটো পচন্দ নকৰাৰ কাৰণে সময়ৰ বিষয়ে খুব সচেতন আছিলোঁ। চাহ খাবলৈ বা আহাৰ গ্ৰহণ কৰিবলৈ নিমন্ত্ৰণ কৰিলেও আমনি লগাকৈ বহিব নলগাৰ কাৰণে আমি খোৱাৰ আধঘণ্টামানৰ পিছতে বিদায় লওঁ। তেওঁলোকে খোৱাৰ বন্দৱস্ত কৰিলে অৱশ্যে যোৱাটো তেওঁলোকৰ ওপৰত নিৰ্ভৰ কৰে। সময় মতে সকলো কাম কৰাৰ কাৰণেই সময়জ্ঞান খুব বেছি আৰু কামত পাৰদৰ্শিতাও বেছিকৈ দেখুৱাব পাৰে। শিল্প প্ৰধান দেশত সা-সুবিধা বহুত ধৰণৰ থাকিলেও জীৱন সংগ্ৰামৰ বাবে ব্যস্ততাও বেছি; সেয়ে হয়তো সময় জ্ঞানো বেছি হয় আৰু ইয়েই শেষত জীৱন যাত্ৰাৰে এক অংগ হৈ পৰিছে। প্ৰথমবাৰৰ বাবে বাংগালোৰৰপৰা গৱেষণা কৰিবলৈ অহা ভাৰতীয় এজনে আহিয়ে তেওঁৰ গাইডক দেখা কৰিবলৈ নাপাই খঙত কৈছিল 'ইয়াত চুইচ টিপি সকলো বস্তু উলিওৱাৰ দৰে মানুহৰ সম্বন্ধটো মেচিনৰ দৰে হৈছে।' তেওঁক গাইডৰ চেক্ৰেটৰীয়ে তিনিদিনৰ মূৰত পোন্ধৰ মিনিটৰ বাবে দেখা কৰাৰ কথা কওঁতে তেওঁৰ খুব খং উঠিছিল কাৰণ ভাৰতত এই প্ৰশ্ন নুঠেই। মই

হাঁহি কৈছিলো 'দুবছৰৰ মূৰত ইয়াৰ মূল্য বুজিবা। তুমিও এই নিয়মটো ভাল বুলি ভাৰতত কৰাগৈ। সময় দিয়াৰ কাৰণে নিজৰ কাম কিমান বেছি কৰিব পাৰি তাক পিছত বুজিবা।" মই এদিন প্ৰফেচৰ হেইণ্টক আমাৰ সমাজ ব্যৱস্থাৰ বিষয়ে কওঁতে আমাৰ মাজত মানুহৰ সম্বন্ধটো বেছি সেইটো কৈছিলোঁ। আমাৰ ইয়াত সময় নিদিয়াকৈও যে মানুহে ঘৰলৈ ফুৰিবলৈ বা লগ পাবলৈ আহে তাক কওঁতে তেওঁ আচৰিত হৈ কৈছিল 'এইটো কেনেকৈ সম্ভৱপৰ? তোমালোকে কাম কৰিবা কেনেকৈ।" মই কৈছিলো, আমাৰ জীৱন যাত্ৰাত এইটো অতি সহজ নিয়ম কাৰণ অতিথি আমাৰ কাৰণে সম্মানিত ব্যক্তি। দুপৰীয়াৰ অতিথি সাক্ষাৎ ভগৱান। কোনোবা অনাহুতভাৱে আহিলেও সাক্ষাৎ দামোদৰ বুলি ভাবি খাবলৈ নিমন্ত্ৰণ কৰোঁ। প্ৰাচ্যৰ দৰ্শনত শ্ৰদ্ধা দেখুৱা এই পয়সত্তৰ বছৰৰ বৃদ্ধ প্ৰফেচৰ জনে ক'লে 'প্ৰাচ্যৰ দৰ্শনৰ বিষয়ে বহুত পঢ়িছোঁ, কিন্তু বুজিবলৈ টান পাওঁ কাৰণ আমাৰ চিন্তাধাৰাৰপৰা একেবাৰে বেলেগ।' তেখেতে চীন চিকিৎসাৰ এখন কলেজ খোলাত আগভাগ লৈছে আৰু একুপাংচাৰৰ ওপৰত বহুতো কিতাপ পঢ়িছে যদিও ব্যাখ্যাবোৰ বুজিবলৈ অলপ টান পায়। তেওঁৰ এই বয়সতো কাৰ্যদক্ষতা দেখি আচৰিত হৈছিলোঁ কাৰণ ৰাতিপুৱা টেনিচ খেলি ৰাতিলৈ ব্যস্ত হৈ থাকে, পঢ়া-শুনা আৰু বিভিন্ন ধৰণৰ গৱেষণাৰ কামত। তেওঁ হেনো গীতাৰ ইংৰাজী ভাঙনিও পঢ়িছে কিন্তু কিছুমান কথা মানিবলৈ টান পায়। মই ক'লো "তোমালোক বাস্তৱ-বাদী আৰু বস্তুবাদী হোৱাৰ কাৰণে বহু ক্ষেত্ৰত এনেকুৱা আধ্যাত্মিক মূলক কথা বুজিবলৈ টান পালেও ভাৰতীয়সকলে ইয়াৰ অৰ্থ উপলব্ধি কৰে। আমাৰ উঠি অহা যুৱক-যুৱতীয়ে পাশ্চত্য সভ্যতাৰ প্ৰভাৱত বস্তুবাদৰ ওপৰত গুৰুত্ব দিয়াৰ কাৰণে আমাৰ সংস্কৃতিৰ প্ৰভাৱ অলপ কমিলেও ইয়াৰপৰা সম্পূৰ্ণৰূপে মুক্ত হোৱাটো সম্ভৱ নহয়।" তেখেতে কৈছিল যে তেখেত এজন ভাৰতীয় পণ্ডিতৰ ওচৰত ভাৰতীয় দৰ্শনৰ বিষয়ে আলোচনা কৰি বহুতখিনি জ্ঞান লাভ কৰিলেও ই সম্পূৰ্ণ নহয়। দ্বিতীয় মহাসমৰত সৈনিক হিচাপে যোগদান কৰা মানুহজনে যুদ্ধত দুয়োখন হাতৰ আঙুলি দুটা হেৰুৱালেও তেওঁ যুদ্ধৰপৰা উভটি আহি কলেজত পঢ়ি ডক্টৰেট ডিগ্ৰী

লৈ শিক্ষা প্ৰশাসন বিভাগত সোমাইছিল। ইয়াত প্ৰায় মানুহৰে নিজৰ অনুৰাগ অনুযায়ী কিছুমান সাংগঠনিক সৃজনীমূলক কাম কৰে, নতুন বিদ্যাশিকে, আৰু খেল ধেমালি কৰিবলৈ শিকে। বেছিভাগেই আবেলি বা গধূলি পৰত ক্লাব বা কেন্দ্ৰত অৱসৰ বিনোদনৰ বাবে বিভিন্ন ধৰণৰ কাম শিকে। ইয়াত এজন বিজ্ঞানীয়ে ছবি আঁকিবলৈ বুৰঞ্জী শিকিবলৈ, কাঠৰ বস্তু তৈয়াৰ কৰিবলৈ গধূলিৰ শিক্ষা কেন্দ্ৰত ভৰ্তি হয়। বিজ্ঞান আৰু প্ৰযুক্তিৰ অকল্পনীয় প্ৰগতিয়ে মানুহৰ বৃত্তি আৰু জীৱিকাত জটিলতাৰ সৃষ্টি কৰিছে যাৰ বাবে তেওঁলোকে সঘনে প্ৰশিক্ষণ লবলৈ বাধ্য, বিশেষকৈ কাৰিকৰী বৈজ্ঞানিক, অভিযান্ত্ৰিক কম্পিউটাৰ আদি নানান ধৰণৰ বিষয়ত। ইয়াত প্ৰত্যেক বৃত্তিতে প্ৰশিক্ষণ দিয়াতো এটা নিয়মত পৰিণত হৈছে।

**আমাক শান্তি লাগে :** ইয়াত মানুহে সমাজৰ উন্নতিৰ কাৰণেই শান্তি বিচাৰে। বিশ্বযুদ্ধ দুখনত বৃটেন, ফ্ৰান্স, জাৰ্মানী ছোভিয়েত ৰাছিয়াৰ বহুত অংশ ধ্বংসপ্ৰাপ্ত হৈছিল, মানুহৰ মৃত্যু হৈছিল, জীয়াই থকা মানুহৰ বিপত্তিৰ সীমা নাইকীয়া হৈছিল। কিন্তু দেশ হিচাপে আমেৰিকাৰ কোনো নগৰ বা চহৰ ধ্বংসপ্ৰাপ্ত হোৱা নাছিল, মানুহৰ ধন সম্পত্তিৰো ক্ষয়-ক্ষতি হোৱা নাছিল। কিন্তু যেতিয়া দ্বিতীয় মহাসমৰৰ পিছত যুদ্ধত অগণন যুৱক সৈনিকৰ মৃত্যুয়ে আৰু উভটি অহা সৈনিকৰ অংগ ক্ষত বিকলাংগ হোৱা আৰু বহুতো শাৰীৰিক আৰু মানসিকভাৱে অসুস্থ হৈ অহাৰ পিছত মানুহে যুদ্ধৰ ভয়বহতা বুজি পাইছিল। আমেৰিকাই ভিয়েটনাম যুদ্ধৰ ঘোষণা কৰাৰ পিছত ছাত্ৰ শক্তি বিশেষকৈ বাৰ্কলেৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে যুদ্ধৰ বিৰোধিতা কৰি আন্দোলন কৰিছিল, বিশ্ববিদ্যালয় বন্ধ কৰিছিল আৰু প্ৰবল জনমত গঢ়াত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। বাৰ্কলেক দেখি আন বিশ্ববিদ্যালয়বোৰৰ ছাত্ৰসকলে ভিয়েটনাম যুদ্ধ বন্ধ কৰিবলৈ প্ৰবল শক্তিশালী জনমত গঢ়ি তুলিছিল। এতিয়া ইৰাক ইৰাণৰ যুদ্ধ বন্ধ কৰিবলৈ নিকাৰাগুৱাত শাসকদলক আমেৰিকাই অস্ত্ৰ-শস্ত্ৰ নিদিবলৈ জনমত গঢ়ি উঠিছে। দ্বিতীয় মহাসমৰতকৈও যে আজিৰ বিশ্বযুদ্ধ আৰু ভয়াবহ আৰু ধ্বংসকাৰী হব তাক উপলব্ধি কৰিয়ে জন-সাধাৰণে যুদ্ধৰ বিৰুদ্ধে মত পোষণ কৰি আহিছে। মই থাকোঁতেই

আমেৰিকালৈ ছোভিয়েত ৰাছিয়াৰ প্ৰেচিডেণ্ট গৰ্বাচেভ আহিছিল। ৰেগানৰ লগত আলোচনা বিফল হলেও টিভিত দিয়া সাক্ষাৎকাৰে তেওঁ মানুহৰ মন জয় কৰিছিল। দুয়োদেশৰ মাজত যে শান্তি স্থাপনৰ প্ৰচেষ্টা চলাব লাগে তাক বাতৰি কাকতবোৰেও লিখিছিল।

**আলমেজ দ্বীপৰ উন্নতিকৰণঃ** অক্টোবৰৰ উনত্ৰিশ তাৰিখে জিনেভ্ৰা চৈহিন নামৰ এগৰাকী মহিলাই আলমেডা দ্বীপ দেখুৱাবলৈ নিমন্ত্ৰণ কৰাত মই তাইৰ গাড়ীত দ্বীপটো চাবলৈ ওলালোঁ। জিনেভ্ৰা শিল্পী, দেখিবলৈ বৰ ধুনীয়া, শান্তশিষ্ট। তাইৰ লগত মোৰ চিনাকিও হঠাতে হলেও বন্ধুত্ব কিন্তু সহজে গঢ়ি উঠিছিল। এদিন মই আই হাউছৰ হল ঘৰটোৰ একাষৰ চোফা এখনত বহি কাগজখন পঢ়ি থাকোঁতে ইয়াৰ ৰেচিডেণ্ট অফিচাৰ মিছ বেটচি বেকনে মোৰ ওচৰলৈ আহি কালিফৰ্ণিয়া কেনে পাইছো, কাম কেনে চলিছে আদি কথা সুধিছিল। এনেতে জিনেভ্ৰা কফি হাউছৰপৰা কফি একাপ লৈ হলটোৰ মাজেৰে যাওঁতে বেটচিয়ে মোক জিনেভ্ৰাৰ লগত চিনাকি কৰি দিলে। জিনেভ্ৰাই অনুমতি লৈ মোৰ কাষতে বহি মোৰ কথাৰ উপৰিও ভাৰতৰ শিল্পকলাৰ বিষয়ে আলোচনা কৰিছিল। তাই কৈছিল যে তাইৰ দেউতাকে ইউ. এন. ও'ত ইটালি চৰকাৰৰ হৈ কাম কৰোঁতে সিহঁতে ইটালিৰপৰা আহি ইয়াতে পঢ়াশুনা আৰম্ভ কৰিছিল। অৱসৰ লৈ মাক-বাপেক উভটি গ'লেও ল'ৰা-ছোৱালী দুজন পঢ়াৰ কাৰণে বষ্টন ( Boston ) চহৰত থাকিল। বৃত্তি এটা পাই জিনেভ্ৰাই ছানফ্ৰান্সিস্কো ষ্টেট ইউনিভাৰচিটিত পঢ়িবলৈ আহি ইয়াৰ প্ৰাকৃতিক সৌন্দৰ্যত মোহিত হৈ ইয়াতেই কাম বিচাৰি ললে। বৰ্তমান আলমেডাত এটা ঘৰ কিনি তাৰপৰা চল্লিচ মাইলমান গাড়ী চলাই আই হাউছত কাম কৰিবলৈ আহে। অতি শান্ত-শিষ্ট, কিন্তু মাৰ্জিত এই ছোৱালীজনী সাগৰত সৰু নাও চলাব পাৰে, ভাল পিয়ানো বজাব পাৰে আৰু ঘৰৰ আভ্যন্তৰীণ সাজসজ্জাত উপদেষ্টা হিচাপে কিছুমান কোম্পানীক সহায় কৰে। মোক গোটেই ঘৰখন দেখুৱাওঁতে তাইৰ শিল্পী সুলভ মনৰ পৰিচয় পাইছিলোঁ, তাই বেলেগ বেলেগ ধৰণে সজোৱা বিভিন্ন কোঠাবোৰ দেখি ধুনীয়া ফুলনিখন দেখুৱাবলৈ নিওঁতে নাৰ্জী

ফুলবোৰ দেখি মই কৈছিলোঁ, ইয়াত ফুলা বেছিভাগ ফুল আৰু ৰাস্তাৰ কাষে কাষে ৰোৱা খেজুৰ গছ আৰু তালগছ আমাৰ তাতো হয়। ফুলবোৰ আমাৰ বোৰতকৈ বহুত ডাঙৰ আৰু জোপোহা হৈ চাপৰতে লাগিলেও কেকটাচবোৰ কিন্তু মোৰ খিনিতকৈ ভাল হোৱা নাছিল।

আমি প্ৰথমে অকলেণ্ডৰ বন্দৰটো চাবলৈ যাওঁতে বন্দৰটো যে খুব ডাঙৰ তাক গম পাইছিলো। কালিফৰ্ণিয়াৰ এক বিখ্যাত বন্দৰ হোৱাৰ কাৰণে ইয়াৰ সাগৰৰ পাৰত বহুতো প্ৰকাণ্ড সাগৰীয় জাহাজ, প্ৰকাণ্ড ক্ৰেন আৰু এফালে বহুতো জাহাজৰ আকাৰত সজা পানীৰ ওপৰত আছে ৰেষ্টুৰা। ইয়াতে ধুনীয়া পুৰণিকালৰ বান্ধি থোৱা সৰু জাহাজ এখন দেখুৱাই জিনেভ্ৰাই কৈছিল যে মানুহে এইখন ফ্ৰেঞ্চিচ ব্ৰেকৰ জাহাজ বুলি কয়। আমেৰিকাৰ কালিফৰ্ণিয়া অঞ্চললৈ এই জাহাজেৰে অহাৰ কাৰণে এইখন চিন স্বৰূপে ভালদৰে ৰাখিছে। এক ডলাৰৰ টিকেট কিনি ভিতৰৰ কাৰুকাৰ্য চাবলৈ চিৰিয়েদি ওপৰলৈ উঠিলো। প্ৰথম কুইন এলিজাবেথৰ দিনত ফ্ৰেন্সিচ ব্ৰেক আটলান্টিক মহাসাগৰেদি আমেৰিকাত নামিছিল। ব্ৰেক আচলতে জলদস্যু হলেও তেওঁ পিছলৈ ৰাজকীয় সম্মান লাভ কৰিছিল আমেৰিকাত কলনি স্থাপনৰ সুবিধা কৰাৰ কাৰণে। জাহাজখন ওচৰত থকা প্ৰকাণ্ড জাহাজবোৰতকৈ বহুত সৰু আৰু ঠেক। একেবাৰে তলত কাঠৰ তক্তাত শোৱাৰ ব্যৱস্থা, প্ৰকাণ্ড প্ৰকাণ্ড বাকচ, খাবলৈ কাঠৰ টেবুল-চকী আৰু শকত ৰচী আছিল। মাজৰ তলাত চলোৱা যন্ত্ৰ আৰু ওপৰ তলাত পালতৰা ৰচী লগোৱা আৰু নিৰীক্ষণ কৰাৰ ব্যৱস্থা আছিল। জিনেভ্ৰাই কৈছিল "চোৱাচোন আগৰ দিনত বছৰ ধৰি এনেকুৱা জাহাজত মানুহ ঘূৰি ফুৰি নতুন ঠাই আৱিষ্কাৰ কৰিছিল অথচ আজিৰ যুগত জাহাজবোৰত চুইচটিপিলেই পানীত চলাৰ সুবিধা কৰি লৈছে। জাহাজত উঠি সাগৰৰ বিপৰীত পাৰত থকা আলমেডা দ্বীপটো দেখুৱাই কৈছিল যে আলমেডাৰ এটা অংশ সাগৰ সংৰক্ষণ বিভাগে লৈছে, য'ত বিনা অনুমতিত মানুহক যাবলৈ নিদিয়ে। ওকলেণ্ড বন্দৰত ৰেষ্টুৰা থকা অঞ্চলটো 'লণ্ডন স্কোয়েৰ' বুলি জনাজাত। মই প্ৰথমে ইংলণ্ডৰ লণ্ডনৰ নাম অনুসৰি দিয়া বুলি ভাবিছিলো যদিও আচলতে মিঃ লণ্ডন

নামৰ বিখ্যাত ঔপন্যাসিকৰ নামত এই অঞ্চলটো উৎসৰ্গিত কৰিছে। মিঃ লণ্ডনে ইয়াৰ পাব আৰু ৰেষ্টুৰাত খাই ইয়াত উপন্যাসৰ সমল গোটাইছিল। এতিয়াও সেই পাব আৰু ৰেষ্টুৰাখন তেনে অৱস্থাতে ৰাখিছে। এতিয়া ওকলেণ্ড বন্দৰ বহুত ডাঙৰ হলেও ইয়াৰ বৰ্ণনা আৰু মানুহৰ জীৱন কাহিনী লণ্ডনৰ উপন্যাসত ইমান জীৱন্তকৈ ফুটাই তুলিছে যে মানুহে উপন্যাস পঢ়ি বন্দৰ এখনৰ সুন্দৰ ছবি এখন দেখা পায়। আজি ওকলেণ্ডত ডাঙৰ ডাঙৰ জাহাজত ৰাতিহে ক্রেনৰ সহায়েৰে বস্তু তুলি বিভিন্ন দেশলৈ বস্তু পঠিয়ায়। ইয়াৰ ৰেষ্টুৰাবোৰৰ ব্যৱসায়ো খুব চলে কাৰণ মাছৰ বিভিন্ন ধৰণৰ ৰন্ধাৰ সোৱাদ লবলৈ বহুত ঠাইৰ পৰা মানুহ ইয়ালৈ আহে।

ওকল্যাণ্ড বন্দৰটো চাই পানীৰ তলৰ সুৰংগেৰে আলমেডা দ্বীপলৈ আহি দেখিলো সাগৰৰ পাৰত থকা বিভিন্ন ৰঙৰ মেচিন লগোৱা সৰু সৰু পালতৰা নাও ভৰ্তি হৈ আছে। জাৰ্মানীৰ উত্তৰ মহাসাগৰত থকা গ্রাইফ ওৱাণ্ডতো এনেকুৱা পালতৰা নাও দেখা পাইছিলো। সেইবোৰ আছিল বেছিভাগে চৰকাৰৰ, কিছুমান ব্যক্তিগত মানুহবো আছিল। কিন্তু এইটো ব্যক্তিগত লাভজনক ব্যৱসায়। মানুহে সাগৰত ফুৰিবলৈ বা মাছ মাৰিবলৈ এনেকুৱা নাও ভাড়া কৰে। ভাড়াত নিদিলেও বহুতে শনিবাৰ ৰবিবাৰে অৱসৰ সময় আনন্দেৰে কটাবলৈ নিজস্ব একোখন নাও ৰাখে। গৰমৰ দিনত সাগৰত পালতৰা নাও মেলি ফুৰিবলৈ যোৱাটো এটা চখৰ দৰে। জিনেভ্ৰাই বাপেকৰ নাও চলাই প্রতিযোগিতাত জিকিছিল আৰু মাক বাপেকক ফুৰাবলৈ হেনো বহুত দূৰলৈ লৈ গৈছিল। অতীতৰ দিনবোৰ মনত পেলাই তাই বাপেক-মাকৰ কথা কওঁতে মনটোত দুখ কৰি কৈছিল 'সপ্তাহত মাক এবাৰকৈ হলেও ফুৰাবলৈ নিছিলো। তেওঁলোকক আজি কালি মই এবছৰ বা দুবছৰৰ মূৰতহে দেখা পাওঁ। জিনেভ্ৰাই মোক খেজুৰী গছৰ মাজেৰে গাড়ী চলাই ধুনীয়া ধুনীয়া চালি দিয়া দুতলীয়া ঘৰৰ বসতি স্থানেৰে সাগৰৰ পাৰলৈ লৈ যাওঁতে কৈছিল যে তাই সাগৰ খুব ভাল পোৱা কাৰণেই এই দ্বীপত ভিক্টৰীয়ান ষ্টাইলৰ ঘৰটো কিনিছে। এতিয়া নাও নাই যদিও সাগৰত সাঁতুৰিবলৈ প্রায়ে আহে সাগৰত সাতুৰি বালিত শুই থকা মানুহবোৰলৈ দেখুৱাই কৈছিল যে তোমালোকৰ

দৰে ছালখন বঙা কৰিবলৈ ৰ'দত থাকিলেও লাভ কিন্তু বেছি নহয়।' মই কৈছিলো যে আমি বগা হব খোজো আৰু তোমালোকৰ আকৌ ওলোটাতো। ভগৱানে যে মানুহ অসন্তুষ্ট কৰি ৰখাৰ স্বভাৱ এটা দিলে তাৰ প্ৰমাণ এইবোৰতে পোৱা যায়। মোৰ কথা শুনি তাই খুব হাঁহিবলৈ ধৰিলে। জিনেভ্ৰাৰ ঘৰত চাহ খাই মই বাছত আহিবলৈ খোঁজোতে তাই ক'লে 'মই তোমাক কেলেই বাছত যাব দিম? মই তোমাক লৈ আহিছো যেতিয়া ময়েই তোমাক থৈ আহিম, কাৰণ তুমি মোৰ অতি আদৰৰ অতিথি।' জিনেভৰাৰ লগত গোটেই দিনটো কটাই মনটো সঁচাকৈয়ে বৰ ভাল লাগিছিল। বিদায়ৰ সময়ত তাই মোক সাৰটি কৈছিল 'তোমাৰ দৰে অতিথি পোৱাও ভাগ্য। ভাৰতৰ সংস্কৃতিৰ বিষয়ে মই বহুতখিনি শিকিলোঁ এই কম সময়তে।' ইয়াৰ পিছতো তাইৰ লগত বহুতবাৰ বহি কথা পাতোঁতে তাই ভাৰতীয় সাজ পাৰ, জীৱনধাৰা, নীতি-নিয়ম আদিৰ বিষয়ে প্ৰশ্ন কৰি ব্যতিব্যস্ত কৰি তুলিছিল। তাইক মই ভাৰতৰ বিভিন্ন সংস্কৃতিৰ বিষয়ে জানিবলৈ ভাৰতলৈ আমন্ত্ৰণ জনাওঁতে তাই আহিব বুলিও কৈছিল। জেনেভ্ৰাই কৈছিল যে তাই দেউতাকৰ মুখত ভাৰতৰ সমৃদ্ধ সংস্কৃতিৰ বৈশিষ্ট্যৰ বিষয়ে শুনিছে। দেউতাক কুটনীতিজ্ঞ হোৱাৰ কাৰণে বিভিন্ন দেশৰ বিষয়ে জানিবলৈ বিভিন্ন কিতাপ পঢ়োতে ভাৰতীয় সাহিত্য, সভ্যতা আৰু জীৱনধাৰাৰ বিষয়ে বহুত কথা জানি সিহঁতক সেইবোৰৰ বিষয়ে কৈছিল। কিন্তু আমেৰিকাৰ কাগজত ভাৰতৰ দৰিদ্ৰতা, ভিক্ষাৰী, যৌতুক প্ৰথা আৰু নৰীক জুইৰে পোৰা আদি বাতৰি পঢ়ি মনত সংশয়ৰ সৃষ্টি হৈছিল। ইয়াত চীন-জাপানৰ সংস্কৃতি, খাদ্য, গীত-নাচ আদি জনাৰ যথেষ্ট সুবিধা আছে কাৰণ শক্তিশালী সংগঠন আছে। কিন্তু ভাৰতৰ প্ৰচাৰ মাধ্যম খুব দুৰ্বল। এসময়ত স্পেনিচ পৰ্তুগীজৰ সংস্কৃতিৰ প্ৰাধান্য কালিফৰ্ণিয়াত থাকিলেও বৰ্তমানে প্ৰাচ্যৰ বিশেষকৈ চীন আৰু জাপানৰ সংস্কৃতিৰ ছাঁ পৰিছে। প্ৰায় প্ৰত্যেক ৰাস্তাতে চীনা ৰেষ্টুৰা আৰু তাত মানুহৰ ভীৰ দেখি চীনৰ খাদ্যৰ জনপ্ৰিয়তাৰ বিষয়ে গম পায়। খাদ্যও খুব সস্তাত পোৱা যায়। বাহিৰত খাবলৈ হ'লে আমি সদায় চীনা ৰেষ্টুৰা বিচাৰি যাওঁ। সেইদৰে ইটালীৰ পিজা মেক্সিকোৰ জলা মাংস ভজা খাবলৈ

বহুতে ভাল পায়। জিনেভ্‌ৰাই সিহঁতৰ প্ৰিয় খাদ্য পিজা ভাল পাওঁনে বুলি সোধোতে মই পোৱা বুলি কলেও মই খুব ভাল পোৱা নাছিলোঁ। ইণ্টাৰনেচনেল হাউছত পিজা দিলে ল'ৰা-ছোৱালীয়ে খুব ভাল পোৱা দেখি ইয়াৰ জনপ্ৰিয়তা বুজি পাইছিলোঁ। ইয়াত পালেং শাকৰ আৰু চিজ দি তৈয়াৰী কৰা তৰকাৰীখন খাবলৈ বৰ ভাল লাগে।

## লাভেন থ'ৰ মিলন সভা

অক্টোবৰৰ ছয় তাৰিখে ছানফ্ৰান্সিস্কোৰ লাভেন থ্‌' নামে ঠাই এখনত আমাক বিভিন্ন দেশৰ গৱেষকৰ সৈতে চিনাকি হবলৈ মিছেছ কনি হেমাৰচন নামৰ এগৰাকী আমেৰিকান মহিলাই নিমন্ত্ৰণ কৰিছিল। চিঠিৰ লগতে কেনেকৈ আহিব লাগিব তাৰ সবিশেষ জনাই মেপ এখন আঁকি দিছিল। আই হাউছত থকা যুগস্লোভেকিয়াৰ প্ৰফেচৰ মেগা আৰু আন এগৰাকী ভাৰতীয় মহিলা সুচমাৰ লগত মই ছয় অক্টোবৰত মাটি আৰু সাগৰৰ পানীৰ তলেৰে যোৱা ৰেল "বাৰ্টেৰে" গৈ পাৱেল ষ্ট্ৰীটত নামি আমি কেবল কাৰেৰে (Cable car) লাভেন থ্‌লৈ যাবলৈ থিৰাং কৰিলোঁ যদিও মেপত দুখন বাচত যোৱাৰ নিৰ্দেশ আছিল। 'কেবল কাৰ'ত উঠাৰ হেপাহতে প্ৰায় বিছ মিনিটমান কিউত বৈ টিকেট কাটি ৰেলৰ ডবাৰ দৰে গাড়ীত উঠিছিলো। ছানফ্ৰান্সিস্কো চহৰৰ জন্ম লগ্নতে সংলিষ্ট হৈ থকা এই কেবল কাৰখন আধুনিক আৰু বৈদ্যুতিক শক্তিৰে চলায় যদিও, আকাৰত ৰেলৰ ডবা এটাৰ দৰেই ৰাখিছে। মানুহে বহিছে থিয় হৈছে বা বাহিৰৰ ৰেলিঙত ভৰি থৈ বাহিৰৰ সৌন্দৰ্য উপভোগ কৰিছে। চুচ্‌মাই মোক বহাৰ ঠাই এডোখৰ বিচাৰি দি তাই ৰেলিঙৰ ওচৰত থিয় হৈ কণ্ডাক্টৰক গাড়ীখন কেনেকৈ ঘূৰায় আৰু ইমান ওখ ঠাইলৈ কেনেকৈ যায় তাক সুধিব ধৰিলে। গাড়ীখনত বেছিভাগেই পৰ্যটক হোৱাৰ কাৰণে তেওঁলোকেও মনযোগ দি কনডাক্টৰৰ কথা শুনিবলৈ ধৰিলে। তেওঁ কলে যে গাড়ীখন য'তে ত'তে ঘূৰিব নোৱাৰে। পাৱেল ষ্ট্ৰীটৰ ৰাস্তাৰ শেষত ঘূৰণীয়া কাঠৰ চলন্ত ঢাকোন এখন আছে। ৰেল লাইনৰ ওপৰত থকা কেবল কাৰখন ইয়াৰ

ওপৰত তুলিদি ড্ৰাইভাৰ আৰু কনডাক্টৰে নামি এডাল লোহাৰ ৰ'ডেৰে ঢাকোনখন ঘূৰাই দিলে গাড়ীখনৰ মুখখনো লগে লগে ঘুৰি ইটো ৰেল লাইনৰ ওপৰত উঠি উভতি যাবলৈ সাজু হয়। ৰেল লাইনৰ তলত বৈদ্যুতিক তাঁৰে গাড়ীখন চলোৱা নিয়ন্ত্ৰণ কৰিলেও ড্ৰাইভাৰে গাড়ীৰ বেগ নিয়ন্ত্ৰণ কৰে। ৰাস্তাবোৰ ভীষণ থিয় গঢ়া হলেও ইয়াক দূৰৈৰ 'কেবল হাৰ্ডছাৰ' মেচিনেৰে সম্পূৰ্ণ নিয়ন্ত্ৰণ কৰে। থিয় গঢ়া ঠাইৰপৰা হঠাত তললৈ নামি বা তলৰপৰা ওপৰলৈ উঠি কেইবাটাও ৰাস্তাৰে আহি আমি গন্তব্য স্থান পালোহি। কণ্ডাক্টৰজনেই তাৰপৰা ভিতৰৰ ৰাস্তাতে কেনেকৈ ওপৰলৈ উঠি পাহাৰৰ টিলালৈ যাব লাগে তাক বুজাই দিলে। আমি নামি অলপ দূৰ গৈ এগৰাকী মহিলাক সোধাত তেওঁ সংকোচেৰে বিপৰীত মুখে দেখুৱাই দিলে। মই কলো 'ওহো, আমাক ১০৮০ নম্বৰ লাগে—এইটো ২০০০, সিফাললৈ গলে ২০০০ৰপৰা ব্লক আৰম্ভ হব গতিকে আমি পাহাৰ উঠি যাবই লাগিব। অলপ দূৰ যোৱাৰ পিছত দুটা পথ পাৰ হৈ ১০৮০ নম্বৰৰ 'ফায়াৰ হাৰ্ডছ"টো দেখা পালো। ইয়াত এটা কথা মন কৰিছো যে মানুহে নিজৰখিনিৰ বাহিৰে বাকীবোৰ মেপত চাইহে কব পাৰে। সকলো সময়তে বাচৰ মেপ, ঠাইৰ মেপ আৰু অঞ্চলটোৰ মেপ থাকে। আমাৰো ওলাই অহাৰ আগতে কোঠাৰ চাবি, চিনাকি কাৰ্ড, পাছপৰ্ট আৰু তিনিখন মেপ ঠিকমতে বেগত ভৰাই লোৱাটো অভ্যাসত পৰিণত হৈছিল।

**গ্ৰীন ষ্ট্ৰীট ফায়াৰহাউছ :** আমি অহা "গ্ৰীন ষ্ট্ৰীট ফায়াৰ হাউছ"টোৰ এটা ঐতিহ্য আছে। ছানফ্ৰান্সিস্কো চহৰ হোৱাৰ সময়তে ১৯০৮ চনত জুই লাগিলে পানীদি নুমুৱাবলৈ তিনিটা ঘোঁৰাৰে টনা এটা পানীৰ ইঞ্জিন আৰু দুটা ঘোঁৰাৰে টনা পানীৰ পাইপ আৰু কাম কৰা মানুহ ৰাখিবলৈ এই ঘৰটো সাজিছিল। কাৰণ ১৯০৬ চনত ছানফ্ৰান্সিস্কো চহৰত দুবাৰকৈ হোৱা প্ৰবল ভূমিকম্পৰ ফলত চহৰ ধ্বংসপ্ৰাপ্ত হোৱাত, নষ্ট হৈ আৰু মাটি তললৈ বহি যোৱাত চহৰখনৰ অৱস্থা নাইকীয়া হৈছিল। সেই সময়তে দিনজুৰি হোৱা সাংঘাটিক জুইয়ে চহৰৰ বহুত অংশ পুৰি চাৰখাৰ কৰিছিল। পানীৰ অভাৱত জুই নুমাব নোৱাৰাৰ কাৰণে ইয়াৰ বাসিন্দাসকলে পানী সংৰক্ষণ কৰি ৰখাৰ আৱশ্যকতা বুজি পাইছিল। পুনৰ নতুন ঘৰ দুৱাৰ

সাজি নগৰ গঢ়াৰ সময়তে মানুহে পাহাৰৰ টিলাত এইটো জুই নিৰ্বাপক পুৰণি সাচৰ ঘৰটো সাজি উলিয়াইছিল। ১৯৫২ চনত নতুন যন্ত্ৰ সংযোগৰ জুই নিৰ্বাপক গাড়ী আৰু আধুনিক সা-সুবিধা হোৱাৰ পিছত এই ঘৰটো এৰি ডাঙৰ অট্টালিকালৈ অফিচ তুলি নিয়ে। অফিচটো যোৱাৰ পিছত মিছেছ ৰালফ্ ডেভিচ (Relph Davis) নামৰ ধনী মহিলা এগৰাকীয়ে ঘৰটো কিনি ইয়াৰ বস্তুবোৰ ধুনীয়াকৈ সজাই মিউজিয়ম কৰি থৈছে। দুতলীয়া ঘৰটোত আগৰ গাড়ী, ইঞ্জিন, কাপোৰ পাইপ আৰু ফটোৰে সজাই থোৱা কিছুমান ঘটনা ঘূৰি ঘূৰি চাইছিলো। জাৰ্মানী ইংলণ্ড বা ভাৰতৰ দৰে অতি পৌৰাণিক বস্তু নাথাকিলেও যিখিনি আছে তাকে ধুনীয়াকৈ সংৰক্ষণ কৰিছিল।

আমি যোৱাৰ লগে লগে মিছেছ হেমাৰচনে আমাক দুৱাৰ মুখৰপৰা স্বাগতম জনাই ভিতৰলৈ লৈ গৈছিল। আমাৰ আগতে অহা কেইবাজনো প্ৰফেচৰৰ লগত চিনাকি কৰি দিছিল। বহুতৰ নাম মনত নাথাকিল। এনেকুৱা মৌখিক চিনাকিত সুহৃদয়তা বঢ়াব নোৱাৰি, কেৱল গতানুগতিক আচৰণ মানি চলা হয়। আমাৰ খুব পিয়াহ লগাৰ কাৰণে আমি টেবুলত সজাই থোৱা গিলাচত কমলা ৰস ঢালি খাওঁতে প'লেণ্ডৰ এজন প্ৰফেচৰে মোক সহায় কৰিবলৈ বিয়েৰ এগিলাচ লৈ আহিছিল। মই তেখেতক অতি বিনম্ৰভাৱে ধন্যবাদ জনাই নাখাওঁ বুলি কওঁতে তেখেতে কিয় নাখাওঁ, আমাৰ আহাৰ কেনে আদি কথা সুধিছিল। তেখেতে ভাৰতৰ সংস্কৃতিৰ বিষয়ে পঢ়িছে, কিন্তু কোনো ভাৰতীয়ৰ লগত কথা পতাৰ সুযোগ পোৱা নাই। মই ভালদৰে ইংৰাজী কোৱা দেখি তেখেতে ইংৰাজীটো আমাৰ মাতৃভাষা কেনেকৈ হ'ল তাক সোধা দেখি মই নিজেই অলপ বেয়া পাইছিলো। তেখেতক আমাৰ ভাষা সমস্যাৰ বিষয়ে কৈ ইংৰাজৰ দিনত কেনেকৈ ইংৰাজী প্ৰবৰ্তন কৰা হৈছিল তাক কলো। তেওঁ খুব আচৰিত হৈছিল যদিও একো মন্তব্য নিদি মাথোন কৈছিল "আমি ছয়মহীয়া দোভাষীৰ পাঠ্যক্ৰম লৈ ইংৰাজী শিকিছিলো। কিন্তু আমাৰ দেশত প্ৰাথমিক স্কুলৰপৰা বিশ্ববিদ্যালয়লৈ নিজৰ মাতৃভাষাৰে শিক্ষা দিয়া হয়। নিজৰ মাতৃভাষাৰে উচ্চ শিক্ষা নিদিলে অসুবিধা নহয় নে?"

মই আমাৰ ভাষা-সমস্যাৰ কথা বুজালেও তেওঁ অলপ বুজিবলৈ টান পাইছিল।

আমাৰ দেশৰ বিভিন্ন ৰাজ্যত যে লাহে লাহে আঞ্চলিক বা মাতৃভাষাৰ মাধ্যমেৰে শিক্ষাদানৰ ব্যৱস্থা কৰিছে তাকো কলো। এইবোৰ সভাত ঘূৰি ঘূৰি মানুহৰ লগত চিনাকি হবলৈ বৰ ভাল। দুটা কোঠাৰ টেবুলত পানীয় সজাই থৈছে আৰু ছোৱালী কেইজনীমানে প্লেট এখনত বগা কাপোৰেৰে সজাই গৰম গৰম খোৱা বস্তু আনি মানুহৰ আগে আগে দিছিল। কাপোৰৰ ৰুমালত বস্তুটো কাঠৰ চামুচেৰে দাঙি লব লাগে। চীন, জাপানী, ইটালী আদিৰ বিভিন্ন বস্তু আনিছে এবাৰ ছোৱালী এজনীয়ে প্লেট এখন আগবঢ়াই দি কলে। এইটো ভাৰতীয় গৰম বস্তু 'পখোৰী'। মই ৰুমালত দুটা পকৰা আৰু 'পদিনা বটা'লৈ খাব ধৰোতেই মিছেছ হেমাৰচনে মোৰ ওচৰলৈ আহি কলে 'বস্তুটো ময়ো বৰ ভাল পাওঁ। দুটামান তোমাৰ লগতে খাওঁ।" তেওঁ দুটামান ৰুমালখনত তুলি লৈ কলে মিছেছ দেৱী, আপোনাক মই দুখনমান সভালৈ নিমন্ত্ৰণ কৰিব খুজিছো। আপুনি এখনত ভাৰতৰ শিক্ষা আৰু আনখনত ভাৰতৰ আৰ্থ-সামাজিক বিশেষকৈ আধ্যাত্মিক বিশ্বাসৰ ওপৰত কব। খুব তথ্য গধুৰ হব নালাগিব কাৰণ শ্ৰোতাসকলে জানিবলৈহে আহিব। মই সময়টো দিলে আহিবলৈ ভাল পাম বুলি কলো। তেখেতে কোনোবা আমেৰিকান পৰিয়ালত থা কৰলৈ বা মিলিবলৈ খোজো নেকি তাক জানিব বিচাৰিলে। মই তেনে ব্যৱস্থা কৰিলে খুবেই ভাল পাম বুলি কোৱাত তেখেতে সুবিধা কৰি দিব বুলি কলে। তেখেতৰ লগত কথা পাতি থাকোঁতেই দক্ষিণ আফ্ৰিকাৰ পৰা ইঞ্জিনিয়াৰিঙত উচ্চ খাপৰ গৱেষণাত অহা প্ৰফেচৰ এজনে কলে ভাৰতৰ প্ৰতি আমাৰ গভীৰ শ্ৰদ্ধা আছে। মই মহাত্মা গান্ধীৰ ওপৰত লিখা বহুতো কিতাপ পঢ়িছো। ভাৰতে এসময়ত উন্নতিগামী দেশসমূহৰ নেতৃত্ব কৰিব বুলি গভীৰ বিশ্বাস কৰিছিলো। কিন্তু এতিয়া পাৰিব জানো?" তেওঁ আকৌ কলে আমি নিজৰ ভিতৰত খৰিয়াল কৰিয়ে ধ্বংস হম যেন পাইছো। আমি একগোট হম কেনেকৈ?" মই কলো "চোৱা মোক দেখিয়ে তোমাৰ সংযোগ প্ৰতিক্ৰিয়া (law of associa-

tion ) আৰম্ভ হ'ল। মই এক ব্যক্তিয়ে এখন দেশ, এক সম্বন্ধ আৰু এক মহান ব্যক্তিৰ কথা তোমাক মনত পেলাই দিছো। এই শক্তিয়ে আমাক একীভূত কৰি সংগ্ৰাম কৰাৰ সাহস গোটাব।" তেওঁ কথাটো শুনি অভিভূত হৈ পৰিছিল। সঁচাকৈয়ে ক'ত ভাৰত আৰু ক'ত দক্ষিণ আফ্ৰিকা আৰু চিনাকি হৈছো আমেৰিকাত। অথচ দেশীয় বন্ধুত্বৰ বান্ধোন কিমান শক্তিশালী। প্ৰফেছৰৰ লগত কথা পাতি থাকোঁতে পশ্চিম জাৰ্মানীৰ পৰা অহা পৰিয়াল এটাই মোৰ ওচৰলৈ আহি কলে তোমালোকৰ পাখাউৰী খুব জ্বলা। তোমালোকৰ খোৱা বস্তুবোৰত খুব মছলা দিয়ে নেকি ?" মই হয় বুলি কলো "ভাৰতীয় ৰন্ধন পদ্ধতি পশ্চিমীয়া দেশতকৈ বহুত বেলেগ। কিন্তু ৰাজ্য প্ৰতি মছলা আৰু জ্বলাৰ পৰিমাণ নিৰ্ভৰ কৰে। কিছুমান ঠাইত খুব বেছি জ্বলা আৰু টেঙা খায়।" মহিলা গৰাকীয়ে কলে আমিও নিমখ অলপ ব্যৱহাৰ কৰো কিন্তু জ্বলাৰ কথা ভাবিবই নোৱাৰো। মই হাঁহি কলো 'জ্বলা খোৱা মানুহেও কেৱল সিজোৱা খোৱাৰ কথা ভাবিবই নোৱাৰে। এইটো এটা অভ্যাসৰ কথা।" মই তেওঁলোকক নকলো যে বহুতো পশ্চিমীয়া দেশৰ মানুহে ভাৰতীয় আহাৰ খাই খুব ভাল পায়। তেওঁৰ কথা শুনি আমাৰ দক্ষিণ ভাৰতৰপৰা অহা দুজন গৱেষকলৈ মনত পৰিছিল। ঘৰৰপৰা অনা জলকীয়াৰ গুৰি আৰু মছলাৰে সিজোৱা বস্তুবোৰত দি মাইক্ৰওৱেৎ ওভেনত তৰকাৰী কৰি তৃপ্তিৰে খায়। আমি সেই জ্বলা মুখত দিব নোৱাৰো। আমি ঘূৰি ঘূৰি প্ৰায় সকলোৰে লগত চিনাকি হোৱাৰ পিছত বিদায় ললো কাৰণ দুঘণ্টাৰ বেছি সময় হৈছিল। আনে বিদায় লোৱাৰ লগতে আমিও কৰ্মকৰ্তাসকলক মাত লগাই ফায়াৰ হাউছৰপৰা ওলাই আহিলোঁ।

## শিক্ষাৰ্থীৰ আকৰ্ষণ আমেৰিকা

আমেৰিকাত বিদেশী ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হেনো দিনে দিনে বাঢ়ি গৈছে। কলেজ আৰু বিশ্ববিদ্যালয়ত ৮জনৰ ভিতৰত এজনেই বিদেশী। ১৯৮৬ চনৰ হিচাপ মতে মুঠ সংখ্যা ৩৪৯,৬০৯ জনৰ ভিতৰত ইউনিভাৰ্চিটি

অব চাউথ কালিফৰ্ণিয়াত ৩৭৪৬ জন আৰু ইউনিভাৰ্চিটি অব ছান-ফ্ৰান্সিকোত ৯৪৩ জন আছে। মাচাচুচেটচ ইনষ্টিটিউত অব টেকনলজীত ১৯.৬, হাউৰাৰ্ডত ১৮% ষ্টেণ্ডফৰ্ডত ১৭.৭% জন আছে। আটাইতকৈ বেছি আহিছে টাউৱাইনৰপৰা—প্ৰায় ২৫,[illegible]৬০ জন। মালাচিয়া, চীনা আৰু জাপানৰপৰাও ক্ৰমান্বয়ে ২১,৬৪০, ১০০৩০, ১৫০৭০ জন আৰু ভাৰতৰপৰা ১৯,৩৫০ জন ছাত্ৰ আমেৰিকাত বিভিন্ন বিশ্ববিদ্যালযত পঢ়াশুনা কৰিছে। বাৰ্কলিৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয়লৈ প্ৰায় [illegible]খন দেশৰ ছাত্ৰ-ছাত্ৰী পঢ়াশুনা কৰিবলৈ আহিলেও এচিয়া মহাদেশৰপৰা আটাইতকৈ বেছি আহে। লেটিন আমেৰিকা, আফ্ৰিকা আৰু মধ্য পূবৰ ছাত্ৰৰ সংখ্যা আগতকৈ বহুত কমিছে বুলি এটা সমীক্ষাত প্ৰকাশ পাইছিল। তিনিভাগৰ দুভাগে ঘৰুৱা আৰু নিজৰ খৰচত পঢ়িলেও বহুতে পিছত বৃত্তি পায় আৰু বাকীবোৰে চৰকাৰী খৰচত পঢ়িবলৈ আহে। আই হাউছত আমেৰিকানৰ বাহিৰেও বুজন সংখ্যক ছাত্ৰ-ছাত্ৰী আৰু গৱেষক টাউৱান, মালাচিয়া, কোৰিয়া, জাপান, হংকং আদি ঠাইৰপৰা আহিলেও ভাৰতীয়ৰ সংখ্যা কম। এচিয়াৰপৰা অহা ল'ৰা-ছোৱালীয়ে সাতটা বছৰ কটাই পি. এইচডি লৈ ইয়াত চাকৰি কৰাৰ ইচ্ছা দেখুৱায়। ঘৰলৈ উভটি যোৱাৰ ইচ্ছা নথকাৰ কাৰণ হৈছে ইয়াত পোৱা সুবিধাবোৰৰপৰা বঞ্চিত হব নোখোজে। ভাৰতৰ আই. আই. টিৰপৰা ডক্টৰেট কৰা ল'ৰা এজনে পুনৰ পাঁচ বছৰ ডক্টৰেটৰ কাৰণে চেষ্টা কৰি ইয়াত কামত সোমাবলৈ যত্ন কৰিছে। বিশ্ববিদ্যালয় আৰু আন ঠাইত উপযুক্ত চাকৰি পাবলৈ বহুতখিনি অসুবিধা থাকে। মই ভাৰতীয় ছাত্ৰ কেইজনক ভাৰতলৈ উভটি অহাৰ কথা কওঁতে তেওঁলোকে ভাৰতত উপযুক্ত চাকৰি নাপায় বুলি আক্ষেপ কৰিছিল। মই কৈছিলো। ইয়াতনো তেনে চাকৰি ক'ত পাবা? দ্বিতীয় শ্ৰেণীৰ নাগৰিক হৈ সুবিধা কিছুমান পাবা, কিন্তু নিজৰ দেশৰ কাৰণে কিবা এটা কৰিলে সেয়ে দেশৰ কাৰণে যথেষ্ট হব।"

বিভিন্ন ঠাইত ভাৰতীয়-বিদ্বেষ মনোভাব এটা গঢ়ি উঠিছে। কেইবা ঠাইতো ভাৰতীয় মহিলাক অপমান কৰিছে, ডাক্তৰ এজনক হত্যা কৰিছে আৰু ভাৰতীয় দেখিলেই কিছুমান উতনুৱা ডেকাই 'ভাৰতীয় উভটি

যোৱা' বুলি ধ্বনি তোলে। ইয়াত ভাৰতীয়ই নিজৰ আৰ্জিত গুণ অনুসৰি খুব কমেইহে কাম পায়। ঘোষ নামৰ কেইবাটাও ডিগ্ৰীধাৰী আৰু এটা বিশ্ববিদ্যালয়ত আংশিকভাৱে কাম কৰা এজন শিক্ষকক লগ পাই কথা পাতোতে বিশ্ববিদ্যালয়ত কাম পোৱাটো কিমান কষ্টকৰ তাক কৈছিল। তেওঁ বিশ্ববিদ্যালয়ত সম্পূৰ্ণ শিক্ষক হিচাপে সোমাবলৈ কেইবাটাও গৱেষণা আৰু পৰীক্ষা চলাইছিল আৰু কেইবাখনো গৱেষণা পত্ৰ লেখিছিল। তেওঁ নিজে দুবাৰ ডক্টৰেট লৈছে। কিন্তু আংশিক-ভাৱে কাম কৰা শিক্ষয়িত্ৰী এগৰাকীয়ে দাবী কৰিছে যে তেওঁৰ আমেৰিকাত জন্ম আৰু তেওঁ সংখ্যালঘু দলৰ গতিকে তেওঁ কামটো পাব লাগে। ইয়াত বিভাগীয় বাচনি হোৱাৰ কাৰণে মহিলা গৰাকীৰ নিযুক্তিৰ সম্ভাৱনা বেছি। মই হাঁহি কৈছিলো "মহিলা গৰাকীয়ে ঠিক কৰিছে। আমাৰ কোনোবা এজন ভাৰতীয়ই এজন বিদেশীক ভাৰতৰ বিশ্ববিদ্যালয়ত কাম দিয়াটো পচন্দ কৰিব নেকি? ইয়াত মহিলাক সংখ্যালঘু হিচাপে ধৰাৰ কাৰণে মহিলা গৰাকীয়ে কাম পোৱাটো উচিত। তুমি নিজৰ দেশলৈ উভটি বলা।" তেওঁ খুব হাঁহি মাত্ৰ কৈছিল "তুমিও মোৰ পক্ষ ত্যাগ কৰিলা যেতিয়া মোৰ উপায় ক'ত। মই তলৰ কাম এটাই লব লাগিব।" তেওঁ কোৱা মতে ইয়াত অসংখ্য কাম পোৱা যায়, এটা কাম এৰি আন এটা কামলৈ যোৱাৰ সুবিধা আছে। কিন্তু সেই কামবোৰ নিজৰ যোগ্যতা বা গুণতকৈ বহুত তলৰ। ইয়াত কিন্তু সকলো কামেই খুব প্ৰতিযোগিতা-মূলক হোৱাৰ কাৰণে নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিলে তাৰ মূল্য পোৱাও যায়।

**বৰ্ণ বৈষম্য ক'ত নাই ঃ** অইন দেশত চকুত নপৰিলেও আমেৰিকাত তিনি ছালৰ মানুহক সহজে পোৱা যায়—বগা, ক'লা আৰু শেঁতা হালধীয়া। শ্বেতাংগসকলৰ লগতে কৃষাংগ আৰু মংগোলীয় জাতিৰ মানুহৰে পূৰ্ণ এই আমেৰিকাত বৰ্ণ-বৈষম্য নীতি পৃথিৱী বিখ্যাত।

আন ৰাজ্যতকৈ কালিফৰ্ণিয়াত হেনো বৰ্ণ-বৈষম্যৰ ভাবটো কম বুলি কেইবাজনে কলেও মই কিন্তু বৈষম্যৰ মনোভাৱ দেখা পাইছিলো। নিজৰ ছাল আৰু জন্ম লৈ সকলো যেন সচেতন। দক্ষিণত হেনো বৰ্ণ-বৈষম্য

আৰু উগ্ৰ। এদিন মিচিগানৰ ছোৱালী এজনীয়ে খাই থাকোঁতে কৈছিল যে দক্ষিণ আমেৰিকাত নিগ্ৰো এজনে শ্বেতাংগ এজনৰ লগত খোৱাটো কোনেও পচন্দ নকৰে, কিন্তু কালিফৰ্ণিয়াত বহুতো জাতি একেলগে আহি বসবাস কৰাৰ কাৰণে মানুহৰ মনবোৰ সংকীৰ্ণতাৰপৰা বহুতখিনি মুক্ত হৈছিল। তথাপি ইয়াতো বৰ্ণ বৈষম্যই বিশ্ববিদ্যালয়ৰ ভৰ্তিকৰণতো প্ৰভাৱ বিস্তাৰ কৰিছে। কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ বাৰ্কলেইত কৃষ্ণাংগ ছাত্ৰ ইউনিয়নৰ ল'ৰাই ভৰ্তিকৰণত কৃষ্ণাংগ ছাত্ৰৰ হাৰ বঢ়াব লাগে বুলি দাবী কৰিছিল। অক্সফৰ্ড এভিনিউত থকা মাৰ্টিন লুথাৰ ষ্টুডেণ্ট হলৰপৰা প্ৰায়ে বৰ্ণ-বৈষম্য নীতিৰ বিৰুদ্ধে শোভাযাত্ৰা ওলোৱা দেখিছিলো। ২৮ অক্টোবৰত এই ইউনিয়ন হলত একৈশ শতিকাৰ পাঠ্যক্ৰমত বহু বৰ্ণ আৰু জাতিতত্ত্ব পাঠ্য অন্তৰ্ভুক্তকৰণৰ ওপৰত এখন আলোচনা চক্ৰ হৈছিল। ইয়াত কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ চেঞ্চেলৰ ইৰা মাইকেল হে'মেনে আদৰণি ভাষণ দি এনেকুৱা আলোচনাচক্ৰৰ প্ৰয়োজনীয়তাৰ বিষয়ে কৈছিল। বিশ্ববিদ্যালয়ে আমেৰিকানসকলৰ বাহিৰেও আন জাতিৰ ছাত্ৰ-ছাত্ৰীক কিমান সুবিধা দিছে তাৰ এক চমু আভাস দাঙি ধৰিছিল। এই আলোচনাচক্ৰত আফ্ৰিকা-আমেৰিকা অধ্যয়ন বিভাগ, এচিয়া-আমেৰিকা অধ্যয়ন বিভাগ, দক্ষিণ-পূব এচিয়া বিভাগ, বুৰঞ্জী, জাতি আদি বিভাগৰ কেইবাজনো অধ্যাপকে আলোচনাত ভাগ লৈছিল। ইমান ডাঙৰ হলটো ভৰ্তি হোৱা শ্ৰোতাসকলৰ বেছিভাগেই আছিল আফ্ৰিকা আৰু এচিয়াৰ গোষ্ঠীৰ ছাত্ৰ-ছাত্ৰী। বেছিভাগ বক্তাই এটা কথাৰ ওপৰত গুৰুত্ব দিছিল যে শ্বেতাংগসকলৰ লগতে আমেৰিকাত বাসকৰা আফ্ৰিকা আৰু এচিয়াৰ জনগোষ্ঠীয়ে আমেৰিকাৰ সৰ্বাংগ উন্নতিৰ কাৰণে যি বৰঙণি যোগাইছে তাক প্ৰণালীবদ্ধ কৰি উত্তৰ পুৰুষক জনোৱাটো অতি প্ৰয়োজন আৰু তাৰ কাৰণে পাঠ্যক্ৰম প্ৰস্তুত এতিয়াৰপৰা কৰিলে পোন্ধৰ বছৰৰ পিছত কাৰ্যকৰী কৰিব পাৰিব। এজনী জাপানী ছোৱালীয়ে কৈছিল, "আমি কাৰো অনুগ্ৰহ বিচৰা নাই, কিন্তু আমাৰ পূৰ্ব পুৰুষৰ বৰঙণিৰ স্বীকৃতি বিচাৰিছোঁ।"

নিগ্ৰোসকলক যে হেয় দৃষ্টিৰে চায় সেই কথাটো প্ৰত্যেকজন কৃষ্ণাংগৰ

মনত থকাৰ কাৰণে বহুত সময়ত আনৰ লগত সংঘৰ্ষৰো সৃষ্টি হয়। ১৯৬৪ চনৰ প্ৰণয়ন হোৱা 'চিভিল ৰাইট এক্ট' মতে সকলো নাগৰিককে সমান অধিকাৰ দিছিল। ১৯৭২ চন এডুকেচন এমেণ্ডমেণ্টচ এক্টৰ নবম নম্বৰ, ১৯৭৩ চনত ৰিহেবিলিটেচন এক্ট ৫০৪ ধাৰা মতে আৰু ১৯৭৫ চনৰ এজ্ ডিচক্ৰিমিনেচন এক্ট মতে কোনেও জাতি, বৰ্ণ, জাতিগোষ্ঠী, বয়স, লিংগ আৰু পঙ্গু হোৱাৰ ভিত্তিত কোনো বৈষম্য কোনো ক্ষেত্ৰত কৰিব নোৱাৰিব। বিশ্ববিদ্যালয়ৰ ক্ষেত্ৰত এই আইনসমূহ মানি চলিব লাগিব যাতে ভৰ্ত্তিকৰণ, পাঠ্যক্ৰম গ্ৰহণ কৰা, অৰ্থনৈতিক সাহায্য বিতৰণ কৰাত শিক্ষাৰ সেৱা দিওঁতে, নিয়োগৰ সময়ত বিভিন্ন ছাত্ৰ-ছাত্ৰীৰ মাজত কোনো বৈষম্যমূলক নীতি নলৈ সকলোকে সমান সুবিধা দিয়াৰ ব্যৱস্থা কৰে। তথাপি ভৰ্ত্তিকৰণত বৈষম্য হৈছে বুলি ছাত্ৰ সংস্থাই অভিযোগ আনে। এতিয়া কৃষ্ণাংগসকলৰ বাহিৰেও এচিয়-আমেৰিকান সকলেও সমান নীতি আৰু ভৰ্ত্তিকৰণৰ হাৰ বৃদ্ধি আদিৰ দাবী কৰা বাৰ্কলেইত দেখিছিলো।

বহুতো কৃষ্ণাংগই কেলেই বিশ্ববিদ্যালয় এৰি যায় এই প্ৰশ্ন কৰোঁতে কেইজনমান শিক্ষক আৰু ছাত্ৰই কৈছিল যে তেওঁলোকে বিশ্ববিদ্যালয়ত পাঠ্যক্ৰম টান পায়, কাৰণ তেওঁলোকে যিটো সাংস্কৃতিক আৰু শৈক্ষিক পৰিবেশৰপৰা আহে তাৰ তুলনাত বিশ্ববিদ্যালয়ৰ মানদণ্ড বহুত উচ্চ হোৱাৰ কাৰণে তেওঁলোকে বৌদ্ধিক দিশত ভাল ফলাফল দেখুৱাবলৈ সক্ষম নহয়। কেইজনমানে কৈছিল যে শিক্ষকসকলে বৈষম্যমূলক ব্যৱহাৰ দেখুৱাৰ কাৰণে কৃষ্ণাংগ ছাত্ৰ-ছাত্ৰীসকল শ্বেতাংগ-সকলৰ ওচৰত সহজ হ'ব নোৱাৰে আৰু ভাল বিচাৰ নাপায়। শ্ৰেণীত আলোচনাত অংশ গ্ৰহণ কৰিবলৈ বা লিখিত ৰচনা আলোচনাৰ সময়ত উৎসাহ নেদেখুৱাৰ ফলত কৃষ্ণাংগ ছাত্ৰই পৰীক্ষাত ভাল ফল দেখুৱাব নোৱাৰে। কেইজনমানে কৈছিল যে সাধাৰণতে কৃষ্ণাংগ-সকল বস্তি অঞ্চলৰপৰা অহা। সেয়ে অৰ্থনৈতিকভাৱে কম সংগতিপূৰ্ণ। ঘৰৰপৰা অহাৰ কাৰণে সিহঁতৰ নীচাত্মিকা ভাব এটা থাকে আৰু শ্বেতাংগ ছাত্ৰ-ছাত্ৰীৰ লগত সহজে মিলিব নোৱাৰাৰ কাৰণে সিহঁতৰ ভাবৰ আদান-প্ৰদানত বিসংগতি থাকি যায়। স্কুলত কৃষ্ণাংগৰ বাবে কৰা স্কুল বা কৃষ্ণাংগৰ

লগত মিলাৰ সুবিধা থাকিলেও উচ্চ শিক্ষাত সেই সুবিধাটো নথকাৰ কাৰণে অসহায় অনুভৱ কৰে ফলত উচ্চশিক্ষা চেমিষ্টাৰত ভাল ফলাফল দেখুৱাব নোৱাৰাৰ কাৰণে আধাতে শিক্ষা শেষ কৰে। এয়া বহুতৰ মতামতৰ একোটা আভাস ; কিন্তু কৃষ্ণাংগ ছাত্ৰ কেইজনমানে কৈছিল যে ভৰ্ত্তিকৰণ আৰু শ্ৰেণীৰ ভিতৰত বৈষম্য দেখুৱালেও বাৰ্কলেইৰ বেছিভাগ শিক্ষকে তেওঁলোকক সহজেই গ্ৰহণ কৰিছে। ইয়াত ছাত্ৰ-শিক্ষকৰ সম্বন্ধ বহুতখিনি ব্যক্তিগত হোৱাৰ কাৰণে শিক্ষকৰ মনোভাবে ছাত্ৰৰ কীৰ্তি বজাই ৰখাত বহুতখিনি সহায় কৰে। কৃষ্ণাংগসকলৰ লগতে এছিয়াৰ ছাত্ৰ-ছাত্ৰীসকলে বিশ্ববিদ্যালয়ৰ ভৰ্ত্তিকৰণত তেওঁলোকৰ স্থান বঢ়াব লাগে বুলি কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ত দাবী কৰিছে। তেওঁলোকে এইটো দাবী কৰে যে আমেৰিকাৰ বুৰঞ্জীত জাপান, চীন, হাওৱাই ভিয়েটনাম আদিৰ দেশৰপৰা অহা জাতিগোষ্ঠীৰ অৱদান স্বীকাৰ কৰা নাই যদিও, এই দেশৰ সমৃদ্ধিত যথেষ্ট অৱদান আগবঢ়াইছে। গতিকে এওঁলোকৰ শিক্ষাৰ সুবিধা চৰকাৰ আৰু বিশ্ববিদ্যালয় কৰ্তৃপক্ষই দিব লাগে।

আইনত বৰ্ণ বৈষম্য গুচাই সকলোকে সমান অধিকাৰ দিয়াৰ ব্যৱস্থা ৰাখিলেও প্ৰকৃততে ইয়াত বৰ্ণ বৈষম্য এতিয়াও আছে আৰু ভৱিষ্যতেও চলিব। অৱশ্যে ইয়াৰ মাত্ৰা ঠাই অনুযায়ী বেলেগ বেলেগ হোৱাৰ কাৰণে কালিফৰ্ণিয়াত অলপ কম যেন দেখা পোৱা যায়। তথাপি কৃষ্ণাংগই তেওঁলোকৰ গোষ্ঠীৰ লগত থাকি ভাল পোৱাৰ কাৰণে ওকলেণ্ড, ৰিচমণ্ড আদি ঠাইত বেছিভাগ কৃষ্ণাংগ বাস কৰে। ইয়াত বৰ্ণ বৈষম্য গুচাবলৈ কমিউনিটি হাইস্কুল বুলি পৰীক্ষামূলকভাৱে কালিফৰ্ণিয়াত হাইস্কুল খুলিছিল য'ত বৰ্ণ বৈষম্য নাৰাখি শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। কিন্তু কেই বছৰমান পিছত কৃষ্ণাংগ আৰু শ্বেতাংগ ছাত্ৰ-ছাত্ৰীয়ে নিজৰ নিজৰ 'বিভাগ আৰু হাউছ' বিচাৰিছিল য'ত তেওঁলোকে নিজৰ ভিতৰত সহজে মিলিব পাৰে।

**ইয়াতো ভিক্ষাৰী আছে :** এদিন ছানফ্ৰান্সিস্কোৰ পাৱেল ষ্ট্ৰীটেৰে খোজকাঢ়ি যাওঁতে এগৰাকী ধুনীয়া ছোৱালীয়ে কেঁচুৱাটো প্ৰামত থৈ এটা চুকত বহি থকা দেখি আচৰিত হৈছিলো। প্ৰামত ডাঙৰকৈ লিখা আছিল

"মোক অলপ সহায় কৰক।" মই অলপ বৈ মানুহ গৰাকীক কিয় সহায় খুজিছে বুলি সোধোতে তেওঁ কলে যে কাম নোপোৱাৰ কাৰণে খোৱাৰ সমস্যা হৈছে। ইয়াৰ পিছত মই ৰাস্তাৰ কাষত বহি থকা, থিয় হৈ বেহেলা বজাই ভিক্ষা খোজা বহুতো ভিক্ষাৰী দেখিছিলো। তেওঁলোকে ঘৰে ঘৰে নুখুজি ভদ্ৰভাৱে মানুহৰপৰা সহায় বিচাৰিছিল। এদিন ছচাটক এভিনিউলৈ যাওঁতে এজন নিগ্ৰোৱে পেলনীয়া বাকচৰপৰা খোৱা বস্তু উলিওৱা দেখি মই আচৰিত হৈ চাইছিলো তেওঁৰ কাৰ্যকলাপ। বেঞ্চত খোৱাৰ বস্তুখিনি সামৰি ওচৰত থকা পাৰ্কত চুকত থৈ দিছিল। পিছলৈ মানুহজনক গান গাই ভিক্ষা খোজা প্ৰায়ে দেখিছিলো।

এদিন মই অসুখৰ বাবে ডাক্তৰক দেখুৱাই বাছলৈ বৈ আছিলো। ৰাস্তাৰ ফুটপাথত খোজকঢ়া মানুহৰ সংখ্যা একেবাৰে কম। দুজন এজন মাত্ৰ। কেৱল গাড়ীৰ পয়োভৰ। এনেতে মোৰ ওচৰত ধুনীয়া সাজ পিন্ধা মানুহ এগৰাকী থিয় হৈ মোক কিবা সোধা যেন গম পাইছিলো। মই পিছলৈ উভটি তেখেতলৈ চাওঁতে তেওঁ পুনৰ মোক সুপ্ৰভাত জনাই চাহ খাবৰ কাৰণে এক ডলাৰ খুজিছিল। মোৰ মূৰত বিপদ সংকেত বাজিবলৈ ধৰাত মই কলো যে মোৰ হাতত ডলাৰ নাই কেৱল গাড়ী ভাড়াটো আছে। এনেতে বাছ অহাত মই জাপমাৰি বাছত উঠিছিলো। কিছুদিনৰ আগতে ঠিক এনেকৈ বাছৰ কাৰণে বৈ থাকোঁতে এজন মানুহ আহি এটা চিগাৰেট খুজিছিল। মোৰ লগত মিচিগানৰপৰা অহা গৱেষক এগৰাকী আছিল। তেওঁ কলে "আমি চিগাৰেট নাখাওঁ।" মানুহজনে অলপ ছুটা মাতেৰে দাবী জনাইছিল যে তেওঁক এক ডলাৰ লাগে। আমাৰ ওচৰ চাপি বেগটোৰ ফালে তেওঁ চোঁ লওঁতে গৱেষক গৰাকীয়ে এনেই "পুলিচ, পুলিচ"কৈ চিঞৰিবলৈ ধৰি মানুহজনক বেগটোৰে আঘাত কৰিবলৈ উদ্যত হৈছিল। পুলিচৰ নাম শুনি মানুহজন ভিৰাই লৰ মৰাত আমি ৰক্ষা পৰিলেও মোৰ গাটো কঁপিছিল। তেওঁ কৈছিল যে এনেকুৱা ভদ্ৰ ভিক্ষাৰীবোৰ খুব সাংঘাতিক হয়। বেগ খোলা যেন দেখিলেই বেগটো টানি লৈ দৌৰি গুচি যায়। মোক তেওঁ কেতিয়াও বেগ খুলি পইচা দিবলৈ হাক দিছিল আৰু ডলাৰ নাই বুলি কবলৈ কৈছিল। ছুটা

অভিজ্ঞতাৰ পৰা মই মোৰ ভিক্ষা দিয়া ইচ্ছাটো সংযত কৰিবলৈ বাধ্য হৈছিলো। এফালে মোৰ নিৰ্দিষ্ট সংখ্যক বৃত্তিৰ ডলাৰ আৰু দ্বিতীয়তে চুৰ কৰাৰ ভয়ে মোক এই কামৰপৰা অব্যাহতি লবলৈ বাধ্য কৰাইছিল।

ইয়াত বেছিভাগ অঘৰী বা ভিক্ষাৰী হৈছে মেক্সিকো, নিকাৰাগুৱা, লেটিন আমেৰিকা আৰু দক্ষিণ আমেৰিকা আদি দেশৰপৰা আহে। লেটিন আমেৰিকাতে হেনো বিশ মিলিয়ন অঘৰী শিশু আছে যিবোৰৰ বেছিভাগক মাক বাপেকে এৰি যোৱাৰ কাৰণে য'তে ত'তে থাকিব লগীয়া হৈছিল। ভাগ্যৰ সন্ধানত এওঁলোকৰ কিছুমানে আমেৰিকালৈ আহি চোৰাং ব্যৱসায়ৰ যোগসূত্ৰ হৈ পৰে। কেইবাজন শিক্ষক আৰু সমাজ-তাত্ত্বিকক এই বিষয়ে সোধোতে কৈছিল যে যিসকলে কোনো উপায় কৰি আনৰ আৰ্থিক দয়া বিচাৰে তেওঁলোক আনদেশৰপৰা অহা উপভিফুৰা জনসংখ্যা কাৰণ আমেৰিকাত সকলো নাগৰিকক নিম্নতম সুবিধা দিয়াৰ ব্যৱস্থা থকাৰ উপৰিও নিবনুৱাৰ কাৰণে সামাজিক নিৰাপত্তা আছে, যাৰ কাৰণে ভিক্ষাৰ কোনো প্ৰয়োজন নহয়। কিন্তু যিসকলে ভিক্ষা খোজে তেওঁলোক আমেৰিকাৰ নাগৰিক নহয়। আজিকালি সেই কাৰণেই ইয়ালৈ অহাটোত বহুতো কটকটীয়া নিয়ম কৰিব ধৰিছে।

## মাদক দ্ৰব্যৰ পোহাৰ

আমেৰিকাৰ চহৰবোৰ আজিকালি বিভিন্ন ধৰণৰ মাদকদ্ৰব্য আৰু মদ আৰু অপৰাধৰ কাৰণে ভয় লগা হৈ পৰিছে। ছানফ্ৰান্সিস্কো ইয়াৰ বাবে ঘাটি হোৱাৰ কাৰণে ৰাতি খোজকাঢ়ি যোৱাটো বিপদজনক বুলি আমাক কেইবাজন শিক্ষকে সকিয়াই দিছিল। নিউইয়ৰ্ক আদি চহৰত দিন দুপৰতে চকুৰ আগতে ডকাইতি আৰু হত্যা কৰাৰ সংখ্যা বাঢ়ি গৈছে। বাৰ্কলেই কালিফৰ্নিয়া বিশ্ববিদ্যালয়ৰ চৌহদৰ দক্ষিণে থকা অক্সফৰ্ড এভিনিউত বিভিন্ন ধৰণৰ মানুহ দেখা পোৱা যায়। দীঘল দীঘল চুলিৰ লেতেৰা ডেকা ল'ৰা-ছোৱালীয়ে ফুটপাথতে বহি মাদক দ্ৰব্য খোৱা দেখা যায়। কিছুমানে কুকুৰ আদি লৈ ঘুৰি ফুৰে। কিছুমানে

ফুটপাথৰ ওপৰতে সৰু টেবুল পাৰি মনোহাৰী বস্তু, হস্তশিল্প আৰু বাতিক কৰা কম দামী চোলা কাপোৰ বিক্ৰী কৰে। ইয়াত বিভিন্ন ধৰণৰ বেমাৰী বিশেষকৈ এইডচত ভোগা মানুহো বহি থকা দেখা যায়। কিছুমানে চেণ্ট খোজে আৰু কিছুমানে এনেই কথা কৈ ভয় খুৱায়। দিনত বিশেষ বিশেষ একো নকৰিলেও ৰাতি এইবোৰে ডকাইতি কৰে আৰু কিছুমানে ড্ৰাগচ খাই উৎপাত আৰম্ভ কৰে। পুলিচে ধৰি নিলেও দুদিনমানৰ পিছত আকৌ উৎপাত আৰম্ভ হয়। এদিন এজন ভাৰতীয় ছাত্ৰই দিনটো লাইব্ৰেৰীত থকাৰ কাৰণে ৰাতি নটা ত্ৰিশত অক্সফৰ্ড এভিনিউত থকা বেংকৰপৰা কাৰ্ড দি পাঁচশ ডলাৰ উলিয়াই গণি থাকোঁতেই ক'ৰপৰা মানুহ এজন আহি থাপ মাৰি গোটেইখিনি লৈ পলাই যাওঁতে তেওঁ 'চোৰ' 'চোৰ' বুলি খেদি গ'ল। এনেতে সিফালৰ পৰা পুলিচৰ গাড়ী এখন অহাত চোৰ পলাব নোৱাৰিলে।

কোনো জুলুম নকৰাকৈ পুলিচে টকাখিনি তেওঁৰ হাতত তুলি চোৰ লৈ গুচি গ'ল। সাধাৰণতে এনেকুৱা চোৰৰ হাতত যিকোনো মৰণাস্ত্ৰ থকাৰ কাৰণে খেদি গলেই সেইবোৰ ব্যৱহাৰ কৰে কাৰণে মানুহে খেদি যাবলৈ ভয় কৰে। কোনোবা এজনে এই কথাটো কওঁতে সি ওপৰলৈ চাই সেৱা কৰি কলে, "মই সেইটো ভাবিবই নোৱাৰিলো কাৰণ মই কেনেকৈ চলিম বুলি ভাবটো আহোতেই মুহূৰ্ততে কোনো চিন্তা নকৰাকৈ এই কামটো কৰিলো।"

ইয়াত কিছুমান ঠাই আছে য'ত গধুলি হোৱাৰ পিছত মানুহ খোজকাঢ়ি যাবলৈ ভয় কৰে। 'ড্ৰাগ' খাই অপৰাধ সংঘটিত হোৱা বাতৰি কাগজত পঢ়িবলৈ পোৱা যায়। এগৰাকী শিক্ষয়িত্ৰীয়ে এদিন তেখেতৰ গাড়ীত ফুৰাবলৈ লৈ যাওঁতে এখন পাৰ্ক দেখুৱাই কৈছিল "এসময়ত এই পাৰ্কখন ডাঙৰ-সৰু সকলোৰে কাৰণে বৰ আকৰ্ষণীয় আছিল। ল'ৰাছোৱালীৰ খেলৰ বাবে বিভিন্ন বস্তু থকাৰ কাৰণে মাক-বাপেকে বন্ধৰ দিনত ল'ৰা-ছোৱালীক খেলিবলৈ নি নিজেও আৰাম কৰিছিল। কিন্তু এতিয়া মাদক দ্ৰব্যৰ বেচা কিনাৰ কেন্দ্ৰ হৈ পৰাৰ কাৰণে ইয়াত ল'ৰা-ছোৱালী খেলিবলৈ নাহে। গধুলিৰ লগে লগে মদ ৰাগীয়াল বস্তু কিনা মেলা

কৰাৰ কাৰণে ইয়াৰ কাষেৰে মানুহ যাবলৈ ভয় কৰা হৈছে। ইয়াৰ ভিতৰত হত্যাকাণ্ড হোৱাৰ উপৰিও মাদক দ্ৰব্য খোৱা মানুহে ৰাস্তাৰে যোৱা মানুহক ভয় খুৱাই ডলাৰ আদায় কৰে। দুপৰীয়া মই পাৰ্কখনলৈ চাওঁতে কিছুমান ডেকা ল'ৰা শুই থকা দেখিবলৈ পাইছিলো। ছানফ্ৰান্সিস্কো চহৰত মাকদ্ৰব্যৰ কেইবাটাও ঘাটি থকাৰ কাৰণে এচৰ চুবুৰীয়া অঞ্চলবোৰতো মাদকদ্ৰব্যৰ প্ৰসাৰ বাঢ়িছে। ওকলেণ্ডত দিন দুপৰতে ডকাইতি বা অপৰাধ কৰাৰ কাৰণ এই মাদক দ্ৰব্য সেৱন কৰা বুলি কোৱা হৈছে. বাৰ্কলেইতো ছাত্ৰসকলৰ মাজত এই দ্ৰব্যৰ প্ৰসাৰ নাবাঢ়িবলৈ কেইবাটাও কঠোৰ ব্যৱস্থা লৈছে যদিও কিছুমান ছাত্ৰই সেৱন কৰে বুলি বাতৰি কাকতত প্ৰকাশ কৰিছিল। বিশ্ববিদ্যালয়ৰ চাৰিওফালে চহৰখন থকাৰ বাহিৰৰ মানুহে অপৰাধ কৰে বুলিও কয়। ইয়াত ৰাতিলৈ ৰসায়নাগাৰ আৰু লাইব্ৰেৰীত ল'ৰা-ছোৱালীয়ে কাম কৰাৰ কাৰণে ছোৱালীয়ে ৰাতি বিশ্ববিদ্যালয়ৰ ভিতৰুৱা পথেৰে হোষ্টেললৈ আহিব লগীয়া হয়। অৱশ্যে বিশ্ববিদ্যালয়ৰ নিজস্ব পুলিচবাহিনী থকাৰ কাৰণে অকলশৰীয়াকৈ আহিব লগীয়া হ'লে পুলিচক মতাৰ ব্যৱস্থাও আছে। এজন পুলিচে আহি কৰ্মস্থানৰপৰা গন্তব্যস্থানলৈ বিশ্ববিদ্যালয়ৰ লগত সম্বন্ধ থকা ব্যক্তিক লৈ যায়। কিন্তু দুবাৰমান দুগৰাকী ছাত্ৰীয়ে অকলে আহোতে এন্ধাৰ বা অলপ নিৰিবিলি ঠাইত বিপদৰ সন্মুখীন হৈছিল। ফলত মহিলা পুলিচে নিজেই ছাত্ৰী সাজি ৰাতি সেই পথেৰে আহোঁতে এক ব্যক্তিয়ে তেওঁক অসৎ উদ্দেশ্যেৰে আক্ৰমণ কৰিবলৈ উদ্যত হওঁতে লুকাই থকা পুলিচ সহকৰ্মীয়ে ব্যক্তিজনক গ্ৰেপ্তাৰ কৰে। এওঁক বাহিৰৰপৰা অহা মধ্যবয়সীয়া হিচাপে চিনাক্ত কৰা হৈছিল। ৰাতি অচিনাকি মানুহ হোষ্টেল বা বিশ্ববিদ্যালয়ৰ চৌহদত বিচৰণ কৰিলে ৰাস্তাৰ কাষে কাষে থকা ফোনত পুলিচক খবৰ দিয়াৰ বাবে জাননী দেখিছিলো। আই হাউছত প্ৰত্যেক বাসিন্দাৰ নিজস্ব কাৰ্ড থাকে যিখন দুৱাৰৰ এঠাইত বৈদ্যুতিক সংযোগত লগাই দিলে দুৱাৰ খোলে। সেইখন আনে খুলিব নোৱাৰে। কিন্তু অসৎ উদ্দেশ্য লৈ অহা মানুহে মানুহজনৰ পিছফালে থিয় হৈ 'ধন্যবাদ' জনাই দুৱাৰ খোলাৰ লগে লগে সোমাই যোৱাৰ সম্ভাৱনা থাকে দেখি দুৱাৰৰ কাষত লিখি থোৱা

আছে "কার্ড নেদেখুৱাকৈ তোমাৰ পিছৰ মানুহজনক সোমাব নিদিবা।" কাৰণ সাতশ বাসিন্দাৰ সকলোকে চিনি পোৱা সম্ভৱপৰ নহয় কাৰণেই এই সাৱধনতা অৱলম্বন কৰিছিল। কিন্তু দুৱাৰ মুখত থকা ৰিচেপচনৰ কৰ্মীসকল সদায় সন্ত্ৰস্ত হৈ থকাৰ কাৰণে ওৱাকি টকিৰে কৰ্মীসকলক গোটেই ঘৰটো চাই থকাব নিৰ্দেশ দিয়ে। ইয়াত মাদকদ্ৰব্য সেৱন কৰি কিছুমানে কেতিয়াবা হেনো ভিতৰত সোমাবলৈ যত্ন কৰাৰ কাৰণে এনে সতৰ্কমূলক ব্যৱস্থা কটকটীয়া কৰি থৈছে। ইমান সমৃদ্ধ দেশ এখনত এইবোৰ বিসদৃশ অৱস্থা দেখিলে আমাব ঠাইবোৰ উৎকৃষ্ট যেন লাগে।

## মানসিক অসুস্থতা

আমেৰিকাত মানসিকভাৱে অসুস্থ মানুহৰ সংখ্যা দিনে দিনে যে বাঢ়ি আহিছে তাক কোনেও অস্বীকাৰ নকৰে। বিভিন্ন ব্যক্তি, শিক্ষক আৰু মাক-বাপেকৰ লগত কথা পাতিলেও সেই একেটা কথাকে কয়। আগতে মানসিক-অসুস্থ মানুহক চৰকাৰৰ খৰচত মানসিক হস্পিতাল বা সেৱাসদনত ৰাখিছিল। কিন্তু চৰকাৰে তেনে অনুদান বন্ধ কৰি দিয়াৰ ফলত হস্পিতাল আৰু সেৱাসদনে বিনামূলীয়াকৈ কোনো ব্যক্তিক নৰখাৰ কাৰণে এই মানুহবোৰ ৰাস্তা-ঘাটে ঘূৰি ফুৰা দেখা গৈছিল। কথাটো আগতে গম নাপালেও এদিন এখন দামী দোকানত দুগৰাকী অধ্যাপিকাব সৈতে চাহ খাবলৈ সোমাওঁতে আমাৰ কাষৰ টেবুলত এজন মধ্যবয়সীয়া মানুহে খুব চিঞৰি চিঞৰি কথা কৈ আছিল। দোকানৰ পৰিচাৰিকা গৰাকী গৈ তেওঁক মনে মনে থাকিব কোৱাত তেওঁ আৰু বকিব ধৰিছিল। পৰিচাৰিকাই একাপ কফি খাবলৈ দি তেওঁক হাতত ধৰি বাহিৰলৈ উলিয়াই নিয়াত মই লগৰ গৰাকীক কথাটো সোধাত তেওঁ ক'লে যে আগতে কোনোবা অলপ মানসিক অশান্তি বা অসুখত ভুগিলে মানসিক হস্পিতাললৈ নিছিল। কিন্তু তাতো বেমাৰীৰ সংখ্যা ইমান বাঢ়িছে যে তেওঁলোকে ৰোগী ৰাখিবলৈ অপাৰগ হৈছে। এই ব্যক্তিসকল চৰকাৰী অনুদানত আগতে হস্পিতালত থাকিলেও এতিয়া চৰকাৰে খৰচ নিদিয়াত

তেওঁলোকক মুকলি কৰি দিছে। অৱশ্যে খুব বিপদজনক ব্যক্তিসকলক এতিয়াও মানসিক হস্পিতালত আবদ্ধ কৰি ৰাখিছে। মানসিক অস্থিৰতা বা অসুস্থতাৰ বহুতো কাৰণ আছে। অধিক প্ৰাচুৰ্য্য, জীয়াই থকাৰ তীব্ৰ প্ৰতিযোগিতা, ভগ্নঘৰ, নষ্ট হোৱা ল'ৰা-ছোৱালী, মানসিক নিৰাপত্তা আদি বহুতো কাৰণত ইয়াত এনে ৰোগীৰ সংখ্যা বাঢ়িছে। বহুত সময়ত সামাজিক আৰু পাৰিবাৰিক সংঘাতেও এইবোৰত ইন্ধন যোগায়। মই এঘৰ পৰিয়াল পাইছিলোঁ। ঘৰত পূজাই-পাৰ্বনে সম্পূৰ্ণ ভাৰতীয় হলেও বিশবছৰ কালিফৰ্ণিয়াৰ বাৰ্কলেত থকাৰ কাৰণে ল'ৰা-ছোৱালীয়ে মাৰ্কিন সমাজৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, চিন্তা-ধাৰণা শিকিছিল। ল'ৰাই ডেটিঙ কৰে, কিন্তু ছোৱালীয়ে হাইস্কুলৰ শেষত 'ডেটিঙ' কৰিবলৈ ওলাওঁতেই আৰম্ভ হয় সংঘাতৰ। মাক-বাপেকে ছোৱালীৰ মুক্ত বিচৰণ, পিন্ধন উৰণ সহ্য কৰিব নোৱাৰি তীব্ৰ সমালোচনা কৰাত ছোৱালীয়ে প্ৰতিবাদ কৰে তীব্ৰ-ভাৱে। উপয়ান্তৰ হৈ মাক-বাপেকে গুজৰাটৰ ল'ৰা এজনৰ লগত বিয়া ঠিক কৰোঁতে ছোৱালীয়ে বিদ্ৰোহ আৰম্ভ কৰিলে। মাক-বাপেকৰ এক ধৰণৰ কঠোৰ মনোভাৱৰ আৰু থকা সমাজৰ মুক্ত পৰিবেশৰ হেঁচাত তাই মানসিক-ভাৱে জৰ্জৰিত হ'ল। মানসিক দ্বন্দ্বত তাই ভাৰসাম্য হেৰুৱাই মানসিক অসুখত ভুগিব লগাত পৰিছে। বহুতো ভাৰতীয় পৰিয়াল আছে যেয়ে এই দেশৰ সকলো সুবিধা গ্ৰহণ কৰিব, কিন্তু বিয়া-বাৰুৰ ক্ষেত্ৰত নিজৰ জাতৰ সম্প্ৰদায় বা ধৰ্মৰ ছোৱালী বা ল'ৰা নিৰ্বাচন কৰে, যাৰ বাবে তেওঁলোক ভাৰতলৈ আহে ফলত সৃষ্টি হয় সংঘাতৰ। কেইবাটাও ঘটনা শুনি শুনি ভাবিছিলো গল্প লিখকৰ বাবে উপযুক্ত সমল ইয়াত যথেষ্ট আছে। 'মিনি' নামৰ ছোৱালী এজনীয়ে কৈছিল যে তাইৰ মাকে তাইক সদায় এটা কথা কয় যে তাই হেনো ভাৰতীয় বিয়া কৰাব লাগিব। তাইক নাইট পাৰ্টি, পিকনিক আদিলৈ যাব দিব নোখোজে। তাইৰ বন্ধুবোৰৰ লগত ফুৰিবলৈ যাব নিদিলে তাইৰ খঙ উঠি কেতিয়াবা মাকক ভাৰতলৈ উভটি যাবলৈ কয়। খুব হাঁহি হাঁহি তাই কৈছিল যে এবাৰ ভাৰতলৈ যাওঁতে বিয়াৰ কাৰণে তাইক চাবলৈ ল'ৰা এজন আহিছিল। তাই পেণ্ট আৰু বনিয়ন পিন্ধি তেখেতক কৈছিল যে তাই অন্ততঃ কেইদিনমান ঘূৰিব, জানিব লাগিব

ল'ৰাজন তাইৰ কাৰণে উপযুক্ত হয় নে নহয়। ল'ৰাৰ দলটো খণ্ডত ছোৱালী নাকচ কৰি ওলাই গৈছিল। মই স্বীকাৰ কৰিছিলো যে দুয়োখন দেশৰ জীৱনধাৰা, মূল্যবোধ আৰু আচৰণ ইমান বেলেগ যে ল'ৰা-ছোৱালীয়ে এখন সমাজত ডাঙৰ হৈ আনখনৰ লগত খাপ খুৱাবলৈ যথেষ্ট সময় লয় বা খাপ খুৱাব নোৱাৰে। বিশেষকৈ মুক্ত সমাজত অধিক সা-সুবিধা উপভোগ কৰি সংৰক্ষণশীল সমাজ এখনত খাপ খুৱাব নোৱাৰে।

## ধন্যবাদ জ্ঞাপনৰ উৎসৱ

এওঁলোকে শ্ৰমমৰ্যাদা দিয়াৰ উপৰিও সমভাগ কৰিবও জানে। ইয়াত ছব্বিশ নবেম্বৰটো ধন্যবাদ জ্ঞাপন দিবস (Thank giving day) হিচাপে পালন কৰে। মাচাচুচেটচ্ত ইউৰোপৰ মানুহে কলনি স্থাপন কৰিবলৈ আহোঁতে প্ৰথম বছৰত খেতি নষ্ট হোৱাত বহুতো মানুহ খাবলৈ নাপাই অসুখত ভোগে আৰু কেইজনমান মৃত্যু মুখতো পৰে। তাৰ আদিবাসী ৰেড ইণ্ডিয়ানসকলে মাটিত মাছ পুতি কেনেকৈ খেতি কৰিব লাগে, সাগৰৰ পানীত কেনেকৈ কনবেৰী কৰিব লাগে আদি শিকাই দিয়াত পিছৰ বছৰ খুব ভাল খেতি হ'ল। ৰেড ইণ্ডিয়ানসকলক কৃতজ্ঞতা জনাবলৈ সেই কলনীৰ মানুহখিনিয়ে খুব ডাঙৰ ভোজৰ আয়োজন কৰি ৰেড ইণ্ডিয়ানক নিমন্ত্ৰণ কৰিছিল। প্ৰত্যেক বছৰে ছাব্বিশ নবেম্বৰত এই ভোজ হোৱাৰ উপৰিও লাহে লাহে এই উৎসৱ সকলো কেইখন কলনীতে বিয়পি পৰে। স্বাধীনতা লাভ কৰাৰ পিছতো, আমেৰিকাত ইয়াক ৰাষ্ট্ৰীয় উৎসৱ হিচাপে পালন কৰিবলৈ কথা দিয়ে। এই দিনটোত বিভিন্ন কমিটিয়ে বা অনুষ্ঠানে দুখীয়া, বেমাৰী বা অভাৱগ্ৰস্ত মানুহক খাবলৈ নিমন্ত্ৰণ কৰাৰ উপৰিও প্ৰয়োজনীয় বস্তু, দান কৰে। এই দিনাখন পৰিয়ালৰ সকলোবোৰ গোটখাই ভোজৰ আয়োজন কৰে। সেই বছৰ প্ৰেচিডেণ্ট ৰেগান আৰু নান্সি ৰেগানেও তেওঁলোকৰ ৰেঞ্চত তেওঁলোকৰ পৰিয়ালৰ সকলোকে আমন্ত্ৰণ কৰি এই উৎসৱ পালন কৰিছিল। চহৰ-বোৰত বেলুন উৰুৱাই, মুখাপিন্ধি ৰাস্তাত শোভাযাত্ৰা কৰি এক উৎসৱ মুখৰ পৰিবেশৰ সৃষ্টি কৰে। এই উৎসৱতে ড° কলমেন নামৰ নিউক্লিয়াৰ

ফিজিক্সৰ প্ৰফেচৰে মোক সন্ধিয়াৰ আহাৰ খাবলৈ নিমন্ত্ৰণ কৰিছিল। তেখেতে মোক নিজেই গাড়ী চলাই একাবেকা বাটেৰে এখন পাহাৰৰ একেবাৰে ওখ, এটা অংশত থকা তেখেতৰ ঘৰলৈ নিছিল। ৰিমট কনট্ৰোল চুইচেৰে গাড়ীত থাকি গেৰেজৰ দুৱাৰ খুলি ভিতৰত দৰজাৰে মোক ড্ৰইংৰুমলৈ লৈ গ'ল। মোৰ বাহিৰেও আৰু ছয় জনমান আলহী আছিল। খুব সযতনে সজাই থোৱা ঘৰটোৰ বাৰান্দাৰপৰা ছানফ্ৰান্সিকো উপসাগৰ বে' ব্ৰিজ আৰু গল্ডেন গেট দেখা পাইছিলো। মিছেছ কলমেনে মোৰ লগত চিনাকি হৈ ঘৰৰ সকলোৰে লগত চিনাকি কৰি দিছিল। পাক ঘৰত জীয়েক, জোঁৱায়েক, মাক, বাপেক, খুৰাক আৰু সম্বন্ধীয়া দুজনী ছোৱালীয়ে ৰন্ধাবঢ়া কৰি টেবুল সজাইছে। কোনেও মহিলাৰ কাৰণে বৈ থকা নাই; সকলোৱে ভগাই কাম কৰিছে আৰু খোৱাৰ শেষত পুৰুষসকলে বাচন ধুই, মচি, ধুনীয়াকৈ সজাই থৈ পাকঘৰটো পৰিষ্কাৰ কৰি আমাৰ লগত খেলিবলৈ বহিছিল। এজন বৃদ্ধ প্ৰফেচৰে সকলোৰে লগত কাম কৰি, খেলি আৰু পুতেকৰ বয়সীয়া মানুহৰ লগত স্ফূৰ্তি কৰাটো দেখি সঁচাকৈয়ে ভাল লাগিছিল। মহিলাক ঘৰুৱা কামত সহায় কৰাটো প্ৰায় সকলোবোৰ ঘৰতে দেখা পাইছিলোঁ। উৎসৱৰ বাহিৰে ৰন্ধাবঢ়া বৰ চমুকৈ থোৱা হয়, কাৰণ কিনিবলৈ পোৱা টিনবোৰ খুলি গৰম কৰিলেই খোৱা-টেবুল সজাব পাৰি। পুৰুষে ঘৰুৱা কামত মহিলাসকলক সহায় কৰাৰ কাৰণে তেখেতসকলে বহুতখিনি শাৰীৰিক শ্ৰমৰপৰা অব্যাহতি পায়।

**আত্মনিৰ্ভৰশীলতা :** ইয়াত ল'ৰা-ছোৱালীক সৰুৰেপৰা আত্মনিৰ্ভৰশীল আৰু আত্মবিশ্বাসী আৰু দায়িত্বশীল কৰি তোলাৰ শিক্ষা দিয়ে। বেছিভাগ পৰিয়ালতে মাক-বাপেক দুয়ো কামত ওলাই যোৱাৰ কাৰণে ল'ৰা-ছোৱালীয়ে নিজৰ যতন লবলৈ শিকে। এঘাৰ বছৰমানৰপৰা নিজৰ পোছাক-জোতা ঠিক কৰি নিজৰ খোৱা বস্তু ভৰাই লবলৈ শিকে। ডাঙৰ হোৱাৰ লগে লগে নিজৰ খোৱা নিজে ৰান্ধিবলৈ শিকে। তেনেধৰণৰ আত্মনিৰ্ভৰশীলতা পঢ়াশুনা, লিখা-পঢ়াতো দেখা পোৱা যায়। এওঁলোক আনকো আত্মনিৰ্ভৰশীল হোৱাটো বিচৰাৰ কাৰণে সহায় কৰিলেও গোটেই-

থিনি কৰি নিদিয়ে। ইয়াৰ ল'ৰা-ছোৱালী খুব স্পষ্টবাদী আৰু সকলোকে বন্ধু হিচাপে গ্ৰহণ কৰি নিজৰ মত দাঙি ধৰিবলৈ সংকোচ নকৰে। মাক-বাপেক আৰু শিক্ষকৰ লগত সমানে তৰ্ক কৰি কথা কোৱা দেখিলে আমাৰ অলপ অস্বস্তি লাগিলেও তেওঁলোকে কিন্তু খুব সহজভাৱে গ্ৰহণ কৰে। ল'ৰা-ছোৱালীয়ে নিজস্ব চিন্তা, যুক্তি আৰু ভাৱধাৰা বিকাশ কৰাত এনে-ধৰণৰ পৰিবেশে যথেষ্ট সহায় কৰে। এজন ইংৰাজ নাগৰিকে কোনো কাম কৰিব নোৱাৰিলে ঘূৰাই পকাই মানুহজনে বেয়া নোপোৱাকৈ কথাটো কয় কিন্তু এজন আমেৰিকাৰ নাগৰিকে স্পষ্টভাৱে নোৱাৰো বুলি কৈ দিব পাৰে। এওঁলোক ব্যক্তিগত স্বাধীনতা সম্বন্ধে খুব সচেতন। আমাৰ ল'ৰা-ছোৱালী যুৱক-যুৱতী হৈ কামত সোমালেও মাক-বাপেকৰ বাধ্য হৈ থাকে, কিন্তু ইয়াত সম্পূৰ্ণ বেলেগ।

বন্ধু-বান্ধৱৰ লগতো সম্বন্ধটো এটা সীমাৰেখালৈহে থাকে। ইয়াত কাৰোবাৰ ঘৰলৈ যাবলৈ হলেও আমাৰ দৰে যেতিয়াই তেতিয়াই সময় নিদিয়াকৈ যাব নোৱাৰে। যাবৰ কাৰণে ফোন কৰি বা আগতীয়াকৈ খবৰ দিহে কাৰোবাৰ ঘৰলৈ যাব পাৰে। মাক-বাপেক বা পুতেক-জীয়েকেও আগতে খবৰ দিহে যোৱাৰ কথা শুনিলে আমাৰ অস্বাভাৱিক যেন লাগে। ইয়াত সেয়ে নিয়ম, কাৰণ ইয়াত সকলো ব্যস্ত হৈ থাকে। সময়মতে কাম কৰাটো পশ্চিমীয়া দেশসমূহৰ এটা অলিখিত ৰীতিৰ দৰে হোৱাৰ কাৰণে ইয়াত সময় দিয়া মতে অহাটো সকলোৱে বাঞ্ছা কৰে, আমনি নলগাকৈ এঘণ্টা বা ডেৰঘণ্টা থকাৰ পিছত আলহীয়ে বিদায় লবলৈ ওলায়। কোনোবা অনুষ্ঠান বা ভোজত নিমন্ত্ৰণ কৰিলেও আগতীয়াকৈ যাম বুলি জনাব লাগে কাৰণ সেইমতেহে চকী বা খোৱা বস্তু যোগাৰ কৰে। ১৯৬৩ চনত প্ৰথমে লণ্ডনত এনেকুৱা ব্যৱস্থাবোৰ দেখি অলপ আচহুৱা যেন লাগিলেও বৰ্তমানে ইয়াৰ মূল্য এতিয়া বুজি পাইছো। আমাৰ ইয়াত সহৃদয়তা বেছি হলেও কেতিয়াবা বিৰক্তিকৰ হৈ উঠে। কাম কৰা মহিলাৰ কাৰণে সময় নিৰূপণটো অতি প্ৰয়োজন হৈ পৰিছে। অসমত আলহী অহাৰো সময় নাই আৰু খোৱাৰো শেষ নাই। ফলত গৃহিণীয়ে পাকঘৰ এৰিব নোৱাৰা হয়। বয়স্ক শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত কেইখনমান গাঁৱলৈ

গৈ দেখিছোঁ পাকঘৰ আৰু ঘৰখন এৰিব নোৱাৰাৰ কাৰণেই বহুত সময়ত ইচ্ছা থাকিলেও নাৰীয়ে সাক্ষৰ হবলৈ বা প্ৰশিক্ষণ লবলৈ সময় নাপায়।

আমাৰ সমাজ ব্যৱস্থাত পুৰুষে মহিলাক হেয় দৃষ্টিৰে চোৱাৰ ফলত ব্যৱহাৰো সুখকৰ নহয়। বহুত সময়ত অকালতে ছোৱালীৰ প্ৰতিভা মৰহি যোৱাৰ ফলত সমাজৰ ক্ষতি হয় বেছি। মধ্যবৃত্ত পৰিয়ালত শ্ৰমবিমুখী মিছা ভেম আৰু জীৱনযাত্ৰাৰ অহেতুক কিছুমান নীতি-নিয়মৰ কাৰণে ছোৱালীয়ে নিজৰ ব্যক্তিত্ব বিকাশ কৰাত সুবিধা নাপায়। বিয়া হোৱাৰ পিছত পৰিয়ালৰ আৰু ঘৰ চলোৱাৰ দায়িত্ব আৰু ডাঙৰৰ আদেশ আৰু উপদেশ মানি চলিব লগীয়া হোৱাত বহুত সময়ত বিবাহিতা ছোৱালীয়ে নিজ ইচ্ছা ত্যাগ কৰিব লগীয়া হয় আৰু মন থাকিলেও কোনো কাম নিজৰ ইচ্ছামতে কৰিব নোৱাৰে। কিন্তু ইয়াৰ সমাজ ব্যৱস্থাত ল'ৰা-ছোৱালীৰ ভিতৰত পাৰ্থক্য নকৰাৰ কাৰণেও ছোৱালীয়েও নিজস্ব মত, নিজস্ব ব্যক্তিত্ব আৰু স্বাধীন চিন্তা বিকাশ কৰাৰ সুবিধা পায়। সংঘাত আছে সামাজিক আৰু বৃত্তিৰ ক্ষেত্ৰত। পাৰিবাৰিক জীৱনত পুৰুষে মহিলাক সমীহ আৰু মৰ্যাদা দিয়াটো মই দেখিছো। আন ক্ষেত্ৰ বিশেষে বেলেগ হলেও সাধাৰণতে আমাৰ মহিলাতকৈ উচ্চ মৰ্যাদা দিয়া দেখা পাইছো, কিন্তু বৈষম্যমূলক ব্যৱহাৰ বৃত্তি বা সামাজিক ক্ষেত্ৰত দেখা পোৱা যায়। নাৰীৰ সমমৰ্যাদাৰ দাবী কৰা বিভিন্ন সংগঠন ইয়াত আছে। উইমেন ৰিচাৰ্চ চেণ্টাৰে আয়োজন কৰা মহিলা সন্মিলন এখনলৈ মোকো নিমন্ত্ৰণ কৰিছিল। ইক' মাউণ্টেইন ৰেঞ্জত "২০০০ বছৰত মহিলাৰ পাৰিবাৰিক, বৌদ্ধিক আৰু বৃত্তিত নাৰীৰ ভূমিকা" বোলা আলোচনা চক্ৰত। পৃথিৱীৰ বিভিন্ন ঠাইৰ পৰা মহিলা প্ৰতিনিধিয়ে যোগদান কৰিছিল। এচিয়াৰপৰা চীন দেশৰ ৰসায়ণ বিভাগৰ অধ্যাপিকা আৰু এগৰাকী সাংবাদিক, জাপান, হাইৱান, বাৰ্মা আদি ঠাইৰ প্ৰতিনিধিয়ে যোগদান কৰিছিল। আলোচনাচক্ৰত বিভিন্ন প্ৰতিনিধিয়ে ব্যক্ত কৰা বক্তব্যৰপৰা বুজিব পাৰিছিলো যে তেওঁলোকৰ সমস্যা আমাতকৈ বেলেগ। এওঁলোকে বৃত্তিত পুৰুষৰ লগত সমানে প্ৰতিযোগিতা কৰিলেও বহুত ক্ষেত্ৰত নিয়োগকাৰীয়ে পুৰুষক প্ৰাধান্য দিয়ে। পদোন্নতিত পুৰুষ-নাৰীৰ ভিতৰত বৈষম্যই দেখা দিয়ে।

বহুতো ব্যক্তিগত অনুষ্ঠানত পুৰুষতকৈ নাৰীক কম বানচ দিয়ে। মই কৈছিলো যে আমাৰ সামাজিক ব্যৱস্থা বহুত বেলেগ হলেও পুৰুষে নাৰীক দেখুৱা হেয় মনোভাৱ গুচাব পৰা নাই। ভাৰতত নাৰীক পুৰুষৰ লগত সমমৰ্যাদা দিবলৈ শিক্ষা আৰু অৰ্থনৈতিক স্বাৱলম্বন হোৱাৰ ওপৰত গুৰুত্ব দিলেও উন্নতশীল দেশৰ মহিলাৰ সমপৰ্যায়লৈ আহিবলৈ বহুত বছৰ লাগিব। আন ক্ষেত্ৰত সমমৰ্যাদা স্থাপন কৰিবলৈ হয়তো আৰু সময় লাগিব। চীনদেশৰ সাংবাদিকজনী একেবাৰে ছোৱালী। মৰমলগা ছোৱালীজনীয়ে কৈছিল যে চীনত পুৰুষ-নাৰীক সমমৰ্যদা দিলেও পাৰিবাৰিক আৰু সামাজিক ক্ষেত্ৰত নাৰীক এতিয়াও বেলেগ দৃষ্টিৰে চায়। এতিয়াও পুৰুষে নাৰীক পাকঘৰত থকাটো বিচাৰে। তাই নিজৰ উদাহৰণ দি কৈছিল যে তাই কেইবাটাও ঘটনা বাতৰি কাকতৰ যোগেৰে প্ৰচাৰ কৰাৰ ফলত তাই কেইবাটাও পুৰস্কাৰ পাইছিল আৰু আমেৰিকাত অহাৰো সুবিধা পাইছিল। কিন্তু তাইৰ সমস্যা হৈছে বিয়ালৈ। সাংবাদিক হিচাপে নাম হোৱাত দৰা নোপোৱা হৈছে! এজনে দুবছৰ বন্ধুত্ব কৰি শেষত ক'লে যে যিহেতু বৃত্তিটোৰ বাবে তাই ঘূৰি ফুৰিব লগীয়া হব, তাই আদৰ্শ গৃহিণী আৰু মাক হব নোৱাৰিব আৰু তাইক বিয়া কৰাটো সুবিধাজনক নহব। তাই প্ৰশ্ন কৰিছিল যে শিক্ষিত মানুহৰ মাজত এই মনোভাব থাকিলে অশিক্ষিতই কি কৰিব? মানুহৰ মতামত সলনি কৰিব নোৱাৰিলে মহিলাই উপযুক্ত মৰ্যাদা পাব নোৱাৰে বুলি তাই কৈছিল। তাইৰ কথাত সমৰ্থন জনাই কেইগৰাকীমান আমেৰিকান ছোৱালীয়ে কৈছিল যে ছোৱালীয়ে বেছিকৈ পঢ়িলেও ল'ৰাই বিয়া কৰাব নোখোজে। কেইগৰাকীমান বিবাহ বিচ্ছেদ হোৱা মহিলাই পাৰিবাৰিক জীৱনত তেওঁলোকে পোৱা লাঞ্ছনাৰ কথাৰ বিৱৰণ দি কৈছিল যে শিক্ষিত সমাজত পুৰুষৰ মনোভাৱ সলনি নহলে নাৰীৰ উন্নতি হব নোৱাৰে। মই এটা কথাই তেওঁলোকক কৈছিলো যে তেওঁলোকে সমমৰ্যাদাৰ জখলাৰ বহুত ওপৰ পাইছে কিন্তু ভাৰতীয় মহিলা এতিয়াও জখলাৰ তলতে আছে। সচেতনা মহিলাৰ বিবাহ বিচ্ছেদৰ কাৰণ সমূহ আমাৰ নাৰীৰ সমস্যাৰ তুলনাত তেনেই নগণ্য। আমাৰ নাৰীৰ শিক্ষা, অৰ্থনৈতিক স্বাধীনতা নথকাৰ কাৰণে যি যন্ত্ৰণা ভুগিব লাগে তাক

তেওঁলোকে বিশ্বাসে নকৰিব। আজিৰ যুগতো নাৰী হত্যা, যৌতুক নিদিয়াৰ কাৰণে অমানুষিক অত্যাচাৰ কৰাৰ কথা তেওঁলোকে বিশ্বাস কৰিবলৈ টান পায়।

নাৰী স্বাধীনতাত আৰু মৰ্যাদা গ্ৰহণত এওঁলোক আমাতকৈ বহুতদূৰ আগবাঢ়ি গৈছে। নাৰী শিক্ষিতা হোৱাৰ কাৰণে আত্মনিৰ্ভৰশীল, সচেতনা আৰু নিজৰ অধিকাৰ সাব্যস্ত কৰাৰ শক্তি আহৰণ কৰিছে। উন্নতশীল দেশত জীৱন ধাৰণত সংগ্ৰাম থাকিলেও সুবিধাও আছে বহুত। কিন্তু ভাৰতত নাৰীক জাগ্ৰত কৰিবলৈ শিক্ষা আৰু অৰ্থনৈতিকভাৱে স্বাৱলম্বন হোৱাৰ ওপৰত গুৰুত্ব দিব লাগিব। নাৰীৰ সমমৰ্যাদাৰ ঢৌ চহৰতে আৰম্ভ হৈ থকাৰ কাৰণে ই গাঁৱৰ চুককোণলৈ যাবই পৰা নাই। পাশ্চাত্য নাৰীয়ে আমাতকৈ বহুত বেছি সুবিধা, স্বাধীনতা আৰু অধিকাৰ পাইছে। এওঁলোকৰ স্তৰ পাবলৈ ভাৰতীয় মহিলাৰ যে বহুত দিন আছে তাক উপলব্ধি কৰিছিলোঁ। এন নামৰ এগৰাকী মহিলাই কৈছিল যে আমেৰিকাত দিনে দিনে বিবাহ-বিচ্ছেদৰ সংখ্যা বাঢ়ি যোৱাটো খুব সুষ্ঠ লক্ষণ নহয়, কাৰণ পাৰিবাৰিক জীৱনৰ শান্তি আৰু সুখ বহুতখিনি দুয়োজনৰ বুজা-বুজিৰ ওপৰত নিৰ্ভৰ কৰে। বিশেষকৈ ল'ৰা-ছোৱালীক নিৰাপত্তা আৰু মানসিক ভাৰসাম্যতা দিবলৈ মাক-বাপেকে চেষ্টা কৰিব লাগে। দুগৰাকী বিবাহ-বিচ্ছেদ হোৱা গৱেষকে এই কথাৰ প্ৰতিবাদ কৰি তেওঁলোকৰ নিজৰ ব্যক্তিগত অভিজ্ঞতাৰ কথা বৰ্ণাইছিল। কিমান চেষ্টা কৰিও যে তেওঁলোকে খাপ খুৱাই লব নোৱাৰাৰ কাৰণে গুচি আহিব লগাত পৰিছিল তাক বৰ্ণাওতে সঁচাকৈয়ে মনটো খুব দুখ লাগিছিল। ভাৰতত কিমান লাখ নাৰী তেনেকৈ আছে! তেওঁলোকে প্ৰশ্ন কৰিছিল "ইমান অশান্তি কৰি একেলগে থকাৰ কিবা যুক্তি আছে নেকি?"

'স্বইচ্ছাৰে বিয়া কৰাই সুখী হব নোৱাৰিলেও গুচি আহি নিজৰ প্ৰতিভা বিকাশ কৰাৰ অধিকাৰ মহিলাৰ নিশ্চয় আছে।' পশ্চিমীয়া মহিলাৰ এই সচেতনতা আৰু আত্ম-নিৰ্ভৰশীলতাৰ কাৰণেই তেওঁলোকে উন্নতিও কৰিব পাৰিছে বেছিকৈ।

ইয়াতো পুৰণি আৰু নতুন পুৰুষৰ ভিতৰত মতভেদ হোৱা দেখা যায়।

কেতিয়াবা সৰু সৰু কথালৈয়ে মনবোৰ বুজা যায়। এদিন এল্‌চি নামৰ ছোৱালী এজনীৰ লগত ৰিচ্চমণ্ড নামে জাহাজ সজাৰ বাবে বিখ্যাত ঠাই এখন চাবলৈ বাছৰ কাষত ৰৈ আছিলোঁ। এজন মানসিক বিকাৰগ্ৰস্থ মানুহ এজনে কাগজ দুখনমান চাই বাছষ্টেণ্ডৰ ওচৰত পেলাই থৈ গ'ল। দুগৰাকী লাঠি লোৱা বয়সীয়া মহিলাই খঙতে মানুহজনৰ যে নাগৰিক জ্ঞান নোহোৱা হ'ল তাক কৈ তেওঁলোকৰ দিনত বাৰ্কলেই কিমান পৰিষ্কাৰ আছিল তাৰ বিষয়ে কথা পাতিছিল। ওচৰতে থকা ডেকা ল'ৰা এজনে শুনি ক'লে "ক্ষমা কৰিব মহাশয়া! মানুহজনে ইচ্ছা কৰি ঠাইখিনি লেতেৰা কৰা নাই। তেখেতৰ অসুস্থতালৈ চাই আমি সহানুভূতি দেখুওৱাহে উচিত।" বুঢ়ীয়ে লাঠিডালেৰে কাগজ দুখন ঠেলি জাবৰৰ বাকচত পেলাই দিব খোজোতে আন এজনে হাতেৰে তুলি পেলাই দিলে। বুঢ়ী এগৰাকীয়ে ক'লে, "হাতেৰে চোৱাৰ কাৰণে কিমান বীজাণু তোমাৰ হাতত লাগিল দেখিলা নে? এইখন বেঞ্চ চোৱা, বহা ঠাইত এইবোৰ লেখি লেতেৰা কৰিব লাগে নে? ইয়াত মানুহ বহিব পাৰে নে?" ল'ৰা দুজনে- ক'লে, "এইটো জাননীহে। অৱশ্যে এওঁলোকক শাস্তি দিব লাগে এইবোৰ লিখাৰ কাৰণে।" বুঢ়ী দুগৰাকী বাছত উঠোতে ল'ৰাজনে সহায় কৰিবলৈ আহোঁতে বুঢ়ী গৰাকীয়ে ক'লে, "সুচুবা, তোমাৰ হাতখন লেতেৰা। অনুগ্ৰহ কৰি হাতখন ধুৱা যাতে তোমাৰ অসুখ নহয়।" বুঢ়ী দুগৰাকী যোৱাত ল'ৰা দুজনে খুব হাঁহি ক'লে, "দেখিলা নে কিমান সংৰক্ষণশীল। আমি জাবৰ পেলোৱা কাম কৰা বুলি শুনিলে মূৰ্ছা যাব।"

তৃতীয় অধ্যায়

# উন্নত জাপানৰ অর্থনৈতিক ক্ষেত্ৰত বিজয়

জাপানৰ কাৰিকৰী অগ্ৰগতি আৰু নিপুণতা পৃথিৱীত সৰ্বজনবিদিত। জাপানৰ মানুহবোৰ ইমান নম্ৰ, ভদ্ৰ আৰু মিঠা যে এবাৰ কথা পাতিলেই তেওঁলোকৰ সংস্কৃত মনৰ পৰিচয় পোৱা যায়। লাহে লাহে শব্দ নকৰাকৈ খোজকাঢ়ি সৰু সৰুকৈ কথা কৈ মানুহৰ মনৰ বুজ লয়। ১৯৮০ চনত ওৱালটেয়াৰত এখন সভাত এগৰাকী জাপানী মহিলাই হিৰোচিমা, নাগাচাকিত আমেৰিকাই এটম বোমা পেলাই মানুহৰ কি বিলৈ কৰিছিল তাক বৰ্ণনা দিবলৈ গৈ মানুহ গৰাকীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। হাতত ৰুমাল নাই, কাৰণ বেগটো দূৰৈত থৈছে। মই লাহেকৈ মোৰ বেগৰ পৰা ৰুমাল এখন উলিয়াই দি মুখখন মচিবলৈ কওঁতে তেওঁ কৃতজ্ঞতাৰে মোৰ মুখলৈ চাইছিল। কাৰণ চকুৰ পানী মুচিব নোৱাৰি বিভ্ৰান্ত হৈ পৰা দৃশ্যটো মোৰ চকুত পৰিছিল। পিছদিনা গেষ্ট-হাউচত মোৰ কোঠাৰ দুৱাৰত টোকৰৰ শব্দ শুনি দৰজা খুলি দিয়াত দেখিলো ছোৱালীজনী এথোপা ধুনীয়া ৰঙা গোলাপ ফুল লৈ দুৱাৰমুখত ৰৈ আছে। মই ভিতৰলৈ মাতি বহিবলৈ দিওঁতে তাই মোক অস্বস্তিকৰ পৰিস্থিতিত সহায় কৰা বাবে ধন্যবাদ জ্ঞাপন কৰিলে আৰু লাহেকৈ ধুনীয়া কোমল বেগ এটাত জাপানী ৰুমাল কেইখনমান দি মোক কৃতজ্ঞতাৰ চিনস্বৰূপে বস্তুখিনি লবলৈ অনুৰোধ জনালে। মই প্ৰথমে লব নোখোজোতে তাই ক'লে, "কেলেই তোমাৰ ৰুমালখনতো মই স্মৃতি স্বৰূপে থ'ম। তোমাৰ ইমান ডাঙৰ উপকাৰ মই কেনেকৈ পাহৰিম।" তাইৰ ভাবপ্ৰৱণতা আৰু কোমল অনুভূতিয়ে মোক অভিভূত কৰাত তাইক সাৱটি ধৰিলোঁ। এই কোমল অনুভূতি এটা জাতিগত স্বভাৱৰ দৰে হোৱাৰ কাৰণে মই লগ পোৱা প্ৰায় সকলো জাপানী পুৰুষ-মহিলাক এই কোমল স্বভাৱ আৰু ভদ্ৰ আচৰণৰ অধিকাৰী

হোৱা দেখিছিলো। কিন্তু ইমান কোমল আৰু সংস্কৃত মনৰ জাতি এটাৰ প্ৰযুক্তি আৰু কাৰিকৰী দিশত লাভ কৰা পাৰদৰ্শিতাও প্ৰশংসা কৰিব লাগে। জাতি হিচাপে অতি পৰিশ্ৰমী অধ্যৱসায়ী আৰু পাৰদৰ্শী জাপানী-সকলৰ ইলেট্ৰিক আৰু ইলেকট্ৰনিক্সৰ সামগ্ৰীৰ ব্যৱসায়ে গোটেই পৃথিৱী চাটি ধৰিছে। আগতে জাপানী পুতলা কমদামী আৰু অতি সুন্দৰভাৱে প্ৰস্তুত খেলাৰ সামগ্ৰী হিচাপে পৃথিৱীত খ্যাতি আছিল। সেইদৰে এতিয়া টি. ভি, ৰেডিঅ, ট্ৰেনজিষ্টাৰ আদি ইলেকট্ৰনিকৰ বিভিন্ন সামগ্ৰী অতি উন্নত অথচ কম দামী বুলি বিভিন্ন মহাদেশতবোৰত অসম্ভৱভাৱে চাহিদা বাঢ়িছে। কমিউনিষ্ট দেশ পূব-জাৰ্মানীটো জাপানী সামগ্ৰীৰ প্ৰতি অসম্ভৱ মোহ দেখিলো। হালে নামে ঠাইত এজন প্ৰফেচৰৰ তাত খাবলৈ যাওঁতে তেখেতে "ৰিম'ট কনট্ৰোল জাপানী টিভিটো" খুব উৎসাহেৰে আমাক দেখুৱাইছিল। মোৰ লগত যোৱা দোভাষীগৰাকী অলপ আচৰিত হৈ ক'ৰপৰা কিনিছে বুলি সোধাত তেওঁ পশ্চিম জাৰ্মানীত থকা সম্বন্ধীয় এজনে কিনি দি পঠাইছে বুলি ক'লে। ইয়াতো মনে মনে বিদেশী বস্তু যে কিনে তাক বুজিব পাৰিছিলো। আমেৰিকাত জাপানী গাড়ীবোৰ দেখিলে এই দেশে গাড়ী প্ৰস্তুত নকৰে যেন লাগে। মই আমেৰিকা জাপানৰ সংযোগত বহুত ডাঙৰ এলেকা জুৰি এটা মটৰ গাড়ী সজা কাৰখানা দেখি মোৰ লগত যোৱা প্ৰফেচৰ হেইষ্টক কৈছিলোঁ, "তোৱা এসময়ত তোমালোকে পৰাক্ৰমী দেশ হিচাপে জাপানক ধ্বংস কৰিবলৈ এটম বোমা পেলাইছিলা। কিন্তু এতিয়া তোৱা আজি চল্লিশ বছৰৰ ভিতৰত জাপানে তোমালোকৰ শিল্প ধ্বংস কৰিবলৈ ওলাইছে।" প্ৰফেচৰ হেইষ্ট বৰ ৰসিক মানুহ। তেওঁ ক'লে, "আমাক ধ্বংস কৰা নাই, গ্ৰাস কৰিব ওলাইছে। মোৰ গাড়ীলৈ চোৱা—গাড়ীখন জাপানী হোৱাৰ বাহিৰেও ট্ৰেনজিষ্টৰ, হিটাৰ, বহাৰ চিট আদি সকলো জাপানৰ। জাপানত এতিয়া বনুৱাৰ দৰমহা অসম্ভৱভাৱে বৃদ্ধি হোৱাৰ কাৰণে আমেৰিকাৰ লগত লগ লাগি ইয়াত বিভিন্ন ব্যৱসায় খুলিছে। ডাঙৰ ডাঙৰ হোটেল জাপানৰ মানুহে পৰিচালনা কৰে। বিভিন্ন ঔদ্যোগিক আৰু কাৰিকৰী শিল্পত জাপান সোমাই পৰিছে। গতিকে আমি নিজেই গ্ৰাস হবলৈ এৰি দিছো।" কথাটো তেওঁ হাঁহি

ক'লেও ইয়াৰ তাৎপৰ্য্য যথেষ্ট আছিল। আমেৰিকা মুক্ত দেশ হিচাপে ইয়াত মানুহৰ যথেষ্ট স্বাধীনতা আছে। কিন্তু কঠোৰ পৰিশ্ৰমী জাপানৰ মানুহে জাতি হিচাপে ইয়াত অক্লান্ত পৰিশ্ৰম আৰু নিষ্ঠাৰে কাম কৰি যিবোৰ কল-কাৰখানা আৰু শিল্প গঢ়ি তুলিছে সেইবোৰ উৎকৃষ্ট বুলি পৰিগণিত হৈছে।

অকল আমেৰিকাতে নহয় অষ্ট্ৰেলিয়াতো জাপানীসকলে ব্যৱসায় আৰু শিল্প প্ৰতিষ্ঠানত খোপনি পুতিছে। কোনোবা এজনে লেখিছিল যে জাপানী উদ্যোগ ইমান বেছিকৈ বাঢ়িছে যে কিছুদিনৰ পিছত মানুহে জাপানী আকাশীযানেৰে আহি জাপানী গাড়ীৰে জাপানী হোটেললৈ আহি জাপানী ৰেষ্টোৰাত জাপানী উদ্যোগত হোৱা দৰ্শনীয় বস্তু চাই দেশলৈ উভটি যাব। তাত অষ্ট্ৰেলিয়াৰ অৱদান একো নাথাকিব। বিদেশত জাপানী উদ্যোগৰ দ্ৰুত বিকাশ দেখিলে কথাটোৰ সত্যতা বুজিব পাৰি।

## ইক'ৰেঞ্জত আলোচানচক্ৰ

কালিফৰ্নিয়াৰ ছান্তাবাৰবাৰাৰ কাষৰ ইক'ৰেঞ্জত 'একৈশ শতিকাত বৃত্তি, ব্যক্তিগত আৰু সামাজিক দায়িত্বত নাৰীৰ ভূমিকা' বোলা আন্তঃৰাষ্ট্ৰীয় আলোচনাচক্ৰলৈ বুলি বাছত উঠোঁতে বিভিন্ন দেশৰপৰা অহা মহিলাৰ চিনাকি হাঁহিৰ উত্তৰ দিছিলো হাঁহিৰে। বিশেষ বাছখনত বহি থকা মহিলা কেইগৰাকীলৈ হাঁহিৰে মূৰ জোকাৰি সম্ভাষণ জনাওঁতে খালি হৈ পৰি থকা ছিট এটা দেখুৱাই এগৰাকীয়ে ক'লে, "আপুনি ইয়ালৈ আহক। একেলগে কথা পাতি যাব পাৰিম।" ধন্যবাদ জনাই তেখেতৰ ওচৰত বহোঁতে মই ভাৰতৰ কোন ঠাইৰপৰা আহিছোঁ বুলি সোধাত মই চাহৰ ৰাজ্য অসমৰপৰা আহিছো বুলি ক'লোঁ। তেখেতে ক'লে, "অ' এক শিঙীয়া গঁড়ৰ দেশৰপৰা আহিছে।" মই আচৰিত হৈ ক'লোঁ, "তুমি আমাৰ গড়ৰ বিষয়ে কেনেকৈ জানিলা ?" তেখেতে ক'লে, "মই ওৱৰ্ল্ড ওৱাইল্ড লাইফৰ কমিটিৰ চুইজাৰলেণ্ড শাখাৰ সদস্য"। মই পৃথিৱীত বিভিন্ন দেশৰ পশু-পক্ষীৰ বিষয়ে পঢ়াশুনা কৰি অলপ জনা হৈছোঁ। জেন নামৰ এই মহিলা গৰাকীয়ে পশু-পক্ষীৰ বাহিৰেও তেওঁলোকৰ দেশৰ বতৰ, ধুনীয়া ঠাই,

কাৰিকৰী দিশৰ উন্নতিৰ বিষয়ে মোক বহুতো কথা কৈছিল। তেখেতৰ লগত কথা পাতি কেতিয়া ছানফ্ৰান্সিকোৰ বে'ব্ৰিজ পাৰ হৈ ছান্তাক্ৰুজ পালোঁহি কবই নোৱাৰিলো। তেখেতেও মোক ভাৰতৰ কথা বহুত সুধিছিল। আমাৰ ৰাজনৈতিক পৰিস্থিতিত একো মন্তব্য নিদিলেও ভাৰতলৈ শান্তি আহক বুলি কওঁতে বুজিছিলো তেওঁ আমাৰ দেশৰ অশান্ত অৱস্থাৰ কথা ভালদৰে জানে। ছান্তাক্ৰুজ পাৰ হৈ মূল ৰাস্তা এৰি বাছখনে একা বেঁকা পথেৰে পাহাৰত উঠিবলৈ ধৰিলে। মই আপেল দিবলৈ অহা ফৰেইন স্কলাৰ ৰেচিডেণ্ট অফিচৰ ডিৰেক্টৰ এনক 'ক'লৈ আহিছোঁ' বুলি সোধাত এনে মোক তেওঁৰ ওচৰলৈ মাতি লৈ গ'ল।তেওঁ ক'লে, "ইয়াত জীন নামৰ এগৰাকী মহিলাই পয়ত্ৰিশ একৰ পাহাৰৰ ওপৰৰ মাটিত ইক' ৰেঞ্জ পাতিছে! তেখেতে মানুহ লগাই খেতি কৰাৰ উপৰিও ঘোঁৰা, ছাগলী, গাহৰি, গৰু ব্যৱসায় কৰি বহুত ডলাৰ উপাৰ্জন কৰে। তেখেতৰ তাত মিটিঙৰ কাৰণে অডিটৰিয়াম কাঠৰ আমেৰিকান কেবিন ঘৰ সজাই থৈছে যাতে মানুহে থাকি মিটিং কৰিব পাৰে। ইয়াত ধনী মানুহে এইদৰে একোটা একেটা পাহাৰ বা পাহাৰৰ বিৰাট অংশ লৈ পশু-পক্ষী আৰু খেতিৰ ব্যৱসায় কৰে। মূল্যবান গছ ৰুই ব্যৱসায়ত খটুৱায়। ইক'ৰেঞ্জলৈ উঠোঁতে মোৰ ছিলঙলৈ উঠা যেন লাগিছিল। ইয়াৰ ৰাস্তাবোৰ বৰ বহুল আৰু অতি পৰিষ্কাৰ।

ইক'ৰেঞ্জৰ ওপৰলৈ আহি সমান ঠাইত ধুনীয়া কাঠেৰে সজা সভাঘৰৰ কাষত ৰেঞ্জৰ গৰাকী জীনে আমালৈ অপেক্ষা কৰি আছিল। সকলোৰে লগত চিনাকি হওঁতে মোৰ ওচৰলৈ আহোঁতে মোক সাৰটি কৈছিল, "অ' তুমিয়ে একমাত্ৰ শাৰী পিন্ধা ভাৰতীয়। বহুত বছৰৰ আগতে আৰু এগৰাকী ভাৰতীয় মহিলা এখন সন্মিলনলৈ ইয়ালৈ আহিছিল। ইমান যে ভাল আছিল তেখেত।" আমি একাপ একাপ চাহ খায়ে অডিটৰিয়ামলৈ গৈছিলোঁ। সভাৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ পিছত সকলোৰে নিজৰ নিজৰ পৰিচয় দিয়াত দেখা পাইছিলো যে ইউৰোপ, আমেৰিকা আৰু আফ্ৰিকাৰ বিভিন্ন ঠাইৰপৰা প্ৰতিনিধি অহাৰ বাদেও এচিয়াৰ চীনদেশ, জাপান, ফিলিপাইন, টাওৱাইন, বাৰ্মা, ভিয়েটনামৰপৰাও কেইবা

গৰাকী প্ৰতিনিধি আহিছিল। ভাৰতৰপৰা মই মেখেলা-চাদৰ পিন্ধা ভাৰতীয় মহিলা ; বাকী সকলোৱে স্কাৰ্ট-ব্লাওজ বা ফ্ৰক পিন্ধিছিল।

আমাৰ বিষয়-বস্তু 'মহিলাৰ দায়িত্ব'ৰ ওপৰত হলেও 'মহিলাৰ সমতাৰ দাবী'ৰ ওপৰতহে বেছিকৈ কথা কৈছিল। মই শুনি আচৰিত হৈছিলো যে প্ৰত্যেক গৰাকী মহিলাই পুৰুষৰ আধিপত্য, উচ্চাত্মিক মনোভাৱৰ বিষয়ে কৈ নাৰীৰ সমতাৰ ওপৰত গুৰুত্ব দিছিল। মই কৈছিলোঁ যে ভাৰতত আমি নাৰীৰ শিক্ষা আৰু অৰ্থনৈতিক স্বাৱলম্বন হোৱাৰ ওপৰত গুৰুত্ব দিছোঁ, যাতে নাৰীৰ মৰ্যাদা উচ্চতৰ হয় ; কিন্তু কালিফৰ্ণিয়ালৈ আহি নাৰীৰ বিৰুদ্ধে হোৱা অসম্মানজনক ব্যৱহাৰ দেখি নাৰীয়ে যে নিজৰ মৰ্যাদাৰ কাৰণে আৰু সংগ্ৰাম কৰিব লাগিব তাক বুজি পাইছোঁ। পেট্ৰিচিয়া নামৰ মিচিগানৰ ছোৱালী এজনীয়ে কৈছিল যে ব্যক্তিগত জীৱনত পুৰুষে নিজৰ পত্নীৰ প্ৰতি বিশ্বাসযোগ্য আৰু সম্মানজনক ব্যৱহাৰ নকৰাৰ কাৰণেই বিবাহ বিচ্ছেদ হোৱাত পুত্ৰ-পুত্ৰীৰ জীৱনত বিপৰ্যয়ৰ সৃষ্টি হয়। চীন আৰু বৰ্মা দেশৰ মহিলাসকলেও স্বীকাৰ কৰিছিল যে বিয়া স্ত্ৰী-পুৰুষৰ আমৰণ বন্ধন হিচাপে গণ্য কৰাৰ কাৰণে স্ত্ৰীয়ে বহুত লাঞ্ছনা সহ্য কৰিও একেলগে থাকিলেও বৰ্তমান শিক্ষিতৰ মাজত সেই সংস্কাৰ নাইকীয়া হৈছে। মই ভাৰতৰ সমাজ-বন্ধনত বিবাহৰ প্ৰয়োজনীয়তাৰ বিষয়ে কৈছিলো। কেইবাগৰাকীয়েও যৌতুক প্ৰথা ; সতী প্ৰথাৰ বিষয়ে সুধিছিল।

মই অলপ দ্বিধা আৰু সংকোচ মনেৰে মিটিঙৰপৰা ওলাই আহোঁতে পিছফালৰপৰা পেট্ৰিচিয়াই মাত লগালে "বেণু, মই ভাৰতীয় সংস্কৃতি আৰু দৰ্শনৰ বিষয়ে বহুত পঢ়িলেও ভাৰতৰ আচল স্বৰূপ জানিবলৈ ভাৰতলৈ যাব পৰা নাই। মই ভাৰতীয় দৰ্শনৰ বিষয়ে পঢ়িছোঁ। গীতাৰ ইংৰাজী তৰ্জমা পঢ়ি অতিশয় আকৃষ্ট হৈছোঁ ইয়াৰ বৈশিষ্ট্য আৰু উচ্চ চিন্তাধাৰাৰ কাৰণে"। বাস্তৱবাদী পেট্ৰিচিয়াই কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ত অৰ্থনীতিত গৱেষণা কৰি সেই বিভাগৰে প্ৰজেক্টত কাম কৰি আছে। খোৱাৰ টেবুলত মোৰ ওচৰত বহি পেট্ৰিচিয়াই কৈছিল যে তাই হেনো ভাৰতীয় নাৰীৰ দৰেই আদৰ্শবাদী হ'বলৈ যত্ন কৰিছে। স্বামীৰ শুশ্ৰূষা কৰি তেওঁৰ মতত গুৰুত্ব দি এখন সুখৰ সংসাৰ কৰিব পাৰিলে নে নাই তাক তাই পৰীক্ষা কৰিছে।

এটা কোম্পানীত কাম কৰা ৰবার্টে মাজে মাজে মাতলামী কৰিলেও তাই বাধ্য স্ত্ৰীৰদৰে সকলো অত্যাচাৰ সহ্য কৰি তেওঁৰ মনৰ পৰিবৰ্তন আনিছে। মই মনে মনে হাঁহিম নে কান্দিম ভাবিব পৰা নাছিলোঁ যদিও, পেট্ৰিচিয়াৰ পৰীক্ষা সফল হোৱাটো কামনা কৰিছিলোঁ।

ইয়াৰ পিছতো পেট্ৰিচিয়াই মোক নিজৰ গাড়ীৰে কেইবাঘৰো আমেৰিকান পৰিয়ালৰ তালৈ ফুৰাবলৈ নিছিল। মিছেছ হপকিনৰ সংসাৰৰ স্বামী, পুত্ৰ আৰু জীয়ৰীৰ লগত মোক চিনাকি কৰি দিয়াত মই তাইক ধন্যবাদ জনাওঁতে তাই হাঁহি কৈছিল,—আমেৰিকাতো যে সুখী পৰিয়াল আছে তাৰ দৃষ্টান্ত মই দেখুৱাইছো। এদিন পেট্ৰিচিয়াই তাইৰ শিক্ষক প্ৰফেচৰ থমচনৰ লগত চিনাকি কৰি দিওঁতে তেখেতে মোক সন্ধিয়াৰ আহাৰলৈ নিমন্ত্ৰণ কৰিলে। সৰু সৰু দুটা ল'ৰা-ছোৱালীৰে সৈতে স্বামী-স্ত্ৰীৰ সুখৰ পৰিয়াল। ধুনীয়া ফুলনিৰে সৈতে সুৰুচিপূৰ্ণভাৱে ঘৰটো সজাই থৈছে। দুয়ো ৰন্ধা-বঢ়াত ব্যস্ত। ময়ো সহায় কৰো বুলি কওঁতে জোৰকৈ চকীত বহুৱাই ঘৈণীয়েকে কথা পাতিব ধৰিছে। পেট্ৰিচিয়াই টেবুল সজালে। প্ৰফেচৰ থমচনে খোৱা-বস্তুখিনি আনি টেবুলত থলে। ঠিক ছয় বজাৰ লগে লগে আমি খোৱাৰ টেবুললৈ আহিলোঁ। মই ক'লোঁ, "ঘৰত আমাৰ চাহ খোৱা সময়হে হৈছে।" থমছনে আফ্ৰিকালৈ যাওঁতে কেনেকৈ আবেলি জলপান আৰু ৰাতি আহাৰ কৰিছিল তাক বৰ্ণাওতে আমাৰ হাঁহিত পেটৰ নাড়ী লৰিছিল। মই আমাৰ দেশত সন্ধিয়া ছয়টা বজাত ৰাতি আহাৰ খোৱাটো কল্পনা কৰিব নোৱাৰা বুলি কওঁতে মিছেছ থমচন খুব অচিৰিত হৈছিল। আমি আহাৰত কি কি খাওঁ তাক বুজাওঁতে তেওঁ দালি কি বস্তু বুজি নাপালে। আহাৰ খোৱাৰ পিছতো আমি এঘণ্টামান কথা পাতোঁতে থমচন দম্পতিৰ মৰমৰ বান্ধোনৰ কথা বুজি পাইছিলোঁ।

পেট্ৰিচিয়াই মোক তেওঁলোকৰ সুখৰ সংসাৰৰ কথা কৈছিল। ৰবার্টক কেনেকৈ পঢ়ি থাকোঁতে লগ পাই বিয়া পাতিলে তাক সুন্দৰকৈ বুজাইছিল যেন আজিও সেই মৰমৰ বন্ধন অটুট হৈ আছে। ৰবার্ট অলপ চঞ্চল আৰু সৰু ল'ৰাৰ ভাবটো থকাৰ কাৰণে তাই বহুত সময়ত দোষবোৰ ক্ষমা কৰি দিছিল। কেতিয়াবা গাড়ীৰে ফুৰাবলৈ যাওঁতে তাই কৈছিল,

ৰেণু, সকুৰেপৰা ল'ৰা-ছোৱালীক ইমান স্বাৱলম্বী হবলৈ শিকায় যে সংসাৰ কৰাৰ পিছতো স্বামী-স্ত্ৰীৰ মাজত যেন এটা ব্যৱধান হৈ যায়।" মই কৈছিলো, "আমাৰ দেশত ছোৱালীক এনে ধৰণে শিক্ষা দিয়ে যে সিহঁতে বাধ্য শিশুৰ দৰে ডাঙৰৰ আদেশ মানে। বিয়াৰ সময়ত শাহুৱে বোৱাৰীক গৃহলক্ষী হিচাপে আদৰি নিলেও শাহু-বোৱাৰীৰ সম্বন্ধ বেছি ভাগ সময়তে সুখৰ নহয়। সামাজিক নিয়মৰ কাৰণে বোৱাৰীয়ে প্ৰতিবাদ নকৰি পৰিস্থিতি মানি সংসাৰ বজাই ৰাখে। পেট্ৰিচিয়াই কৈছিল, "তোমালোকৰ সংস্কৃতিক মই ভাল পাওঁ। নাৰীক দেৱীৰূপে শ্ৰদ্ধা কৰি পুৰুষে সংসাৰ কৰে, বিবাহ বন্ধনৰ পবিত্ৰতা আৰু চিৰস্থায়ীত্ব স্বীকাৰ কৰে; কিন্তু আমাৰ সমাজত সেই বন্ধন নোহোৱাৰ কাৰণেই উঠি অহা ল'ৰা-ছোৱালী বেছি মুক্ত হৈ পৰিছে।"

মই ক'লোঁ, "সেয়া হ'ল প্ৰাচুৰ্যৰ প্ৰাদুৰ্ভাৱ। আমাৰ দেশৰো বিবাহ বন্ধনৰ ধাৰণা সলনি হৈছে। শিক্ষা আৰু প্ৰাচুৰ্যই নাৰীক বহুতখিনি মুক্ত কৰি সামাজিক মৰ্যাদা দিয়াত সহায় কৰিছে যদিও, নাৰীৰ ওপৰত অসন্মান ব্যৱহাৰ চলিয়ে আছে। কোনখন সমাজৰ কোনটো ভাল আৰু কোনটো বেয়া সেইটো বিচাৰ কৰিব লাগে পৰিস্থিতি সাপেক্ষে। মোৰ দেশৰ সমাজ ব্যৱস্থাত ভালো আছে আৰু বেয়াও আছে আৰু তোমালোকৰো বহুতখিনি ভাল আছে। সময়ৰ বিৱৰ্তনত কেইবাখনো সমাজৰ ভালখিনিৰ সমন্বয়ত নতুন সংস্কৃতি গঢ়াত প্ৰগতিৰ পৰিচায়ক হব।"

পেট্ৰিচিয়াই অভিভূত হৈ মোৰ হাতত ধৰি কৈছিল, "ময়ো ভালখিনি লোৱাৰ পৰীক্ষা চলাইছো নিজৰ জীৱনৰ ওপৰতে। কব পৰা নাই সফল হওঁ নে নহওঁ।"

মই নিজৰ কামত ব্যস্ত থকাৰ কাৰণে পেট্ৰিচিয়াক বহুত দিন লগ পোৱা নাছিলোঁ। ইয়াত সকলোৱে ইমান ব্যস্ত যে সময় ঠিক নকৰাকৈ কোনেও কাকো লগ ধৰিব নোৱাৰে। পেট্ৰিচিয়ালৈ মনত পৰি তাইক ফোন কৰিলেও লগ পোৱা নাছিলো। মই ভাৰতলৈ উভটি অহাৰ আগতে তাইক লগ পাবলৈ তাইৰ বিভাগত এখন চিঠি লেখি থৈ আহোঁতে তাই পিছদিনা মোক লগ পাবলৈ মোৰ কোঠালৈ আহিল। তাইৰ চেহেৰা দেখি আচৰিত হৈ তাইৰ

মুখলৈ চাওঁতে কিবা অসুখৰ সংবাদৰ সংকেত পাইছিলোঁ। ইমান হাঁহিমুখৰ প্ৰাণৱন্তা ছোৱালীজনীৰ মুখত বিষাদৰ কালিমা। মাকৰ মৰেমেৰে মই সুধিলো, "কি হৈছে, পেট্ৰিচিয়া!" নিজক সংযম কৰিব নোৱাৰি মোক সাৱটি তাই হুকহুকাই কান্দি ক'লে, "মোৰ পৰীক্ষা ব্যৰ্থ হ'ল ৰেণু। ৰবার্টে মোক এৰি গৈছে মোৰ মৰমৰ বান্ধোনক ব্যক্তিগত অধিকাৰত অনাধিকাৰ প্ৰবেশ কৰা বুলি অভিযোগ দি। মই হেনো প্ৰতি কথাতে হকা বাধা কৰো কাৰণে তেওঁৰ জীৱন অতিষ্ঠ।"

হতবাক হৈ তাইৰ কথা শুনিছিলো। তাই কান্দি থকা অৱস্থাত মৰম কৰা কাৰণে তাইৰ কান্দোন বেছি হলেও তাইৰ মনৰ দুখ পাতলাব দিছিলো। সান্ত্বনাৰ কোনো কথা নক'লেও মোৰ চকুলো নীৰৱে ওলাইছিল, যিখন সুখৰ সংসাৰৰ ছবি তাই মোৰ আগত দাঙি ধৰিছিল তাক শুনি খুব সুখী হৈছিলোঁ, কিন্তু হঠাতে বিনা মেঘে ব্ৰজপাত হোৱাৰ দৰে মই থৰ হৈ ৰৈছিলোঁ। হয়তো তাইৰ গহন মনত সুখী পৰিয়ালৰ আহি মোৰ আগত কৈছিল সন্তুষ্টিৰ কাৰণে। গৃহ কন্দলত জৰ্জৰিত হৈ আশ্ৰয় বিচাৰিছিল ভাৰতীয় দৰ্শন আৰু সংস্কৃতিৰ অধ্যয়নত। কোন ছোৱালীয়ে নিৰাপত্তা আৰু সুখৰ কাৰণে সংসাৰ কৰিব নিবিচাৰে। সুখৰ সংসাৰ বিচৰা ছোৱালীজনীৰ অসহায় অৱস্থাটো দেখি মোৰ চকুপানী ওলাব ধৰিলে।

## আমেৰিকাৰ উচ্চশিক্ষা—এটা অভিজ্ঞতা

আমেৰিকাৰ উচ্চ শিক্ষাৰ অধ্যয়নৰ কাৰণে ইণ্ড-এমেৰিকান ফেলশ্বিপ প্ৰগ্ৰেমত নিৰ্বাচিত হৈ ছেপ্টেম্বৰ মাহত বাৰ্কলেৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয়লৈ যাত্ৰা কৰিছিলোঁ। কালিফৰ্ণিয়া ৰাজ্যখনৰ প্ৰাকৃতিক সৌন্দৰ্য অতি মনোমোহা—বহুতখিনি আমাৰ অসমৰ দৰেই। এই বিশ্ববিদ্যালয়টো অতি ধুনীয়া। ওখ-চাপৰ ঠাই, ওখ ওখ ওক, ইউক্লিপটাচ, ফাৰ আদি নানা ধৰণৰ গছেৰে আবৃত্ত, সেউজীয়া সুৰক্ষিত লন, পথৰ কাষে কাষে আইভ লতাৰে সজ্জিত ঠাই, সৰু সৰু টিলাৰ ওপৰত বিভাগীয় ঘৰ, এঁকা বেঁকা সৰু পিচ কৰা সংযোগকাৰী পথ আৰু লাইব্ৰেৰী কেইটাই বিশ্ব-

বিদ্যালয়খন ধুনীয়া কৰি তুলিছে। মোৰ লগত থকা প্ৰফেচৰ হাইষ্টে কৈছিল যে পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা গছ আনি ইয়াত ৰোৱা হৈছিল যাতে ই চিৰসেউজীয়া হৈ থাকে।

১৮৩৬ চনত ১২৩৬ একৰ পাহাৰী মাটিত পতা বাৰ্কলেৰ বিশ্ববিদ্যালয় আমেৰিকাৰ ভিতৰতে এখন আগশাৰীৰ বিশ্ববিদ্যালয়। আচলতে ই এটা চৌহদহে। আমেৰিকাৰ বিশ্ববিদ্যালয়বোৰৰ চৌহদ স্থাপন কৰাটো এক বিশেষত্ব। কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰো নটা চৌহদ আছে যেনে ডেভিচ, ইয়াৰফাইন, লচ এঞ্জেলেচ, ছান্তাক্ৰুচ, ৰিভাৰ চাইড, ছান ডিয়াগো, ছানফ্ৰান্সিস্কো, ছান্তা বাৰবাৰা। প্ৰত্যেকটো চৌহদেই স্বয়ংসম্পূৰ্ণ যদিও মূল অফিচটো বাৰ্কলেত আছে। গোটেই চৌহদ কেইটা লগ লগাই ১৮৮৬ চনত ১৫২০৬৫ জন ছাত্ৰ-ছাত্ৰী আছে। অকল বাৰ্কলেতে ৩১,৪৬৩ জন আৰু লচএঞ্জেলছত ৩৪,৪৬৩ জন ল'ৰা-ছোৱালীয়ে পঢ়া-শুনা কৰে। ন টা চৌহদত ৪৮০৪টা অট্টালিকাৰ ভিতৰত বাৰ্কলেতে ১০০টা, ৬টা প্ৰধান লাইব্ৰেৰী, দহটা মিউজিয়াম, প্ৰকাণ্ড মাৰ্টিন লুথাৰ ষ্টুডেণ্টছ ইউনিয়ন হল আছে। বাৰ্কলে বিশ্ববিদ্যালয়ত মেধাবী ছাত্ৰ-ছাত্ৰী অহাৰ উপৰিও এশমান বিদেশৰ ছাত্ৰ-ছাত্ৰী আহে। বাৰজন শিক্ষকে নবেল ব'টা পোৱাৰ কাৰণে ইয়াৰ খ্যাতি বিয়পি পৰিছে।

ই আমেৰিকাৰ প্ৰথম নম্বৰৰ বিশ্ববিদ্যালয়। বিশ্ববিদ্যালয়খন বেংকক্ৰফ্ট এভিনিউ, ছাটক, ইউনিভাৰচিটি এভিনিউ আৰু হাষ্ট এভিনিউৰ মাজত অৱস্থিত হোৱাৰ কাৰণ চহৰৰ সুবিধা সকলো আছে। চৌহদ যদিও ইও স্বয়ংসম্পূৰ্ণ বিশ্ববিদ্যালয়। প্ৰত্যেকটো বিভাগেই ক'বলৈ গ'লে আৰু একোজন ডীনৰ তলত স্বয়ংসম্পূৰ্ণ সুবিধাসমূহেৰে পৰিচালিত হয়। বিশ্ববিদ্যালয়ৰ মাজৰ এটা টিলাত প্ৰশাসন বিভাগ, ইয়াৰ প্ৰায় ৮০০ ফুটমানৰ চাথে টাৱাৰ নামৰ ওখ স্তম্ভ আছে। লিফটেৰে ওপৰলৈ উঠি গোটেই চহৰখন চাব পাৰি।

আমেৰিকাৰ বিশ্ববিদ্যালয়সমূহক বহলকৈ দুভাগে ভগাব পাৰি। ৰাজহুৱা প্ৰতিষ্ঠান আৰু ব্যক্তিগত প্ৰতিষ্ঠান। কালিফৰ্ণিয়া বিশ্ববিদ্যালয় প্ৰথম ভাগত পৰিলেও ষ্টেণ্ডফৰ্ড বিশ্ববিদ্যালয় চিনেটৰ আৰু মিছেছ ষ্টেণ্ডফৰ্ডৰ

অৰদানেৰে গঢ় লৈ উঠিছিল। আমেৰিকাত বহুতো ব্যক্তিগত দানেৰে পুষ্ট বিশ্ববিদ্যালয় থাকিলেও ষ্টেণ্ডফৰ্ড, হাৰ্বাৰ্ড আদি কৰি কেইখনমান ব্যক্তিগত বিশ্ববিদ্যালয়হে আগশাৰীৰ নামজ্বলা বিশ্ববিদ্যালয়। ইয়াত খুব ধনী মানুহৰ ল'ৰা-ছোৱালীয়ে পঢ়া-শুনা কৰিব পাৰে, কাৰণ ইয়াত পঢ়াশুনা, হোষ্টেলত থকা আৰু পঢ়াৰ মাচুল সাধাৰণ মাচুলতকৈ বহুত বেছি। বৃত্তিৰ ব্যৱস্থা থাকিলেও অৱস্থাপন্ন মানুহৰ ল'ৰা-ছোৱালীয়ে পঢ়াৰ সুবিধা পায় বেছিকৈ; কিন্তু ইয়াতো ভৰ্ত্তিকৰণত প্ৰতিযোগিতা হোৱাৰ কাৰণে প্ৰতিভাৱান ল'ৰা-ছোৱালীয়ে আগ ঠাই পায়।

উনৈশ আৰু বিশ শতিকাৰ ভাস্কৰ্যৰ নিপুণতাৰে ষ্টেণ্ডফৰ্ড বিশ্ববিদ্যালয়ত সজা ৰঙা টাইলৰ চালি আৰু শেঁতা হালধীয়া ৰঙৰ ৰিচাৰ্ডচনিয়ান ষ্টাইলেৰে বিৰাট এলেকাত সুশৃংখলভাৱে সজা বিভিন্ন অট্টালিকাবোৰৰ নিজস্ব বৈশিষ্ট্য চকুত পৰে। বাৰ্কলে বিশ্ববিদ্যালয়ত থকাৰ দৰে চাথে টাৱাৰৰ দৰে ইয়াত হুভাৰ টাৱাৰ বিখ্যাত। সমান ঠাইত এখন নগৰৰ দৰে পতা বিশ্ববিদ্যালয়খনত গ্ৰীন লাইব্ৰেৰী, মিউজিয়াম, মেমৰিয়েল চাৰ্চ, হুভাৰ হাৰ্ডছ, তুৰাস্ত কিৰ্কমেন হাৰ্ডছ, নল আদি বহুতো অট্টালিকা বিভিন্ন বৌদ্ধিক উদ্দেশ্যেৰে স্থাপন কৰিছে। প্ৰত্যেক অট্টালিকাৰ কাষে কাষে গাড়ী ৰখা ঠাই থাকিলেও আমাৰ গাড়ীখন থবলৈ ঠাই বিচাৰি এঘণ্টামান লাগিল। ইয়াৰ সকলো ঠাইতে গাড়ী থোৱাটো এক ডাঙৰ সমস্যা। গাড়ীৰ সংখ্যা ইমান বেছি যে গাড়ী ৰখাৰ বহুত ব্যৱস্থা কৰিলেও গন্তব্য স্থানতকৈ এমাইল দুমাইল দূৰৈতহে গাড়ী থব পাৰি। মোক কোনোৱাই ইণ্টাৰ নেচনেল হাউছৰপৰা স্কুল অব এডুকেচনলৈ নিব খুজিলে মই আগেয়ে খোজকাঢ়ি যাব পাৰিম বুলি কওঁ, কাৰণ গাড়ী ৰখা ঠাইৰপৰা খোজ কাঢ়ি ওপৰত উঠাতো মই থকা ঠাইৰ পৰা বিভাগত যোৱাতকৈ বহুত দূৰ হৈ পৰে।

কলনিৰ স্থাপনৰ সময়তে ১৬৩৬ চনত ইংলণ্ডৰ বিশ্ববিদ্যালয়ৰ আৰ্হিত হাভাৰ্ড বিশ্ববিদ্যালয় আৰু স্কটিচ বিশ্ববিদ্যালয়ৰ আৰ্হিত ১৬৯৩ চনত মেৰী বিশ্ববিদ্যালয় আমেৰিকাত প্ৰথম স্থাপন কৰিলেও এতিয়া আমেৰিকাত নিজস্ব লক্ষ্য, পাঠ্যক্ৰম আৰু বিষয়বস্তু লৈ ধৰ্মীয়, নিৰপেক্ষ পুৰুষ-মহিলা

সৰু-ডাঙৰ আদি বিভিন্ন ধৰণৰ বিশ্ববিদ্যালয় স্থাপন কৰিছে। প্ৰথম দুখন বিশ্ববিদ্যালয় ধৰ্মীয় অনুষ্ঠানে খুলিলেও হাৰ্ভাৰ্ড বিশ্ববিদ্যালয় পৃথিৱী বিখ্যাত উচ্চ স্তৰৰ বিশ্ববিদ্যালয়। আন বিশ্ববিদ্যালয়ৰ বেছিভাগেই মাটি অনুদানৰ দ্বাৰা স্থাপন হৈছিল। প্ৰথমে কৃষি আৰু কাৰিকৰী বিষয় শিকাবলৈ ৰাজহুৱা খণ্ডৰ ৩০,০০০ একৰ মাটি চৰকাৰে কোনো অনুষ্ঠানক দান কৰিলেও পিছলৈ সেই অনুষ্ঠানসমূহে আন বিষয়ো ইয়াত অন্তৰ্ভুক্ত কৰি একোখন বিশ্ববিদ্যালয় স্থাপন কৰিছিল। বৰ্তমানে মাটি-অনুদানেৰে স্থাপন হোৱা বহুতো বিশ্ববিদ্যালয়ৰ ভিতৰত কিছিমান বিশ্ববিদ্যালয়ক চল্লিশ হাজাৰ ছাত্ৰ-ছাত্ৰী, পূৰ্ণ দুহেজাৰ দুশ শিক্ষকেৰে আটাইতকৈ ডাঙৰ বিশ্ববিদ্যালয় বুলি কোৱা হয়। ইংলণ্ডৰ কম সংখ্যক ছাত্ৰ-ছাত্ৰীৰ বিশ্ববিদ্যালয়ৰ বিপৰীত হৈছে আমেৰিকাৰ বৃহৎ বিশ্ব-বিদ্যালয়সমূহ।

ইয়াত ডাঙৰ বিশ্ববিদ্যালয়বোৰৰ বিভিন্ন ঠাইত চৌহদ স্থাপন কৰিলেও চৌহদেই একোটা বিশ্ববিদ্যালয়ৰ দৰে থাকে। নিউইয়ৰ্ক ষ্টেট বিশ্ব-ৰিদ্যালয়ৰ ৬৩টা চৌহদ, চিটি বিশ্ববিদ্যালয় অব নিউইয়ৰ্কৰ এঘাৰটা, টেক্সাচৰ দহোটা, ফ্লৰিডাৰ দহোটা, নৰ্থ কৰলিনা বিশ্ববিদ্যালয়ৰ সাতটা থকাৰ দৰে কেইবাটাও বিশ্ববিদ্যালয়ৰ চৌহদ আছে। ছাত্ৰ-ছাত্ৰীৰ ভৰ্ত্তিকৰণৰ হেচা কমাবলৈ বিভিন্ন কেম্পাচ স্থাপন কৰি স্নাতক, স্নাতকোত্তৰ আৰু গৱেষণাৰ বাবে বিভিন্ন বিভাগ স্থাপন কৰাৰ স্বাধীনতা ইয়াৰ প্ৰশাসনক দিয়ে।

আমেৰিকাৰ শিক্ষা পদ্ধতি দ্ৰুতভাৱে সলনি হৈ আহিছে। বৰ্তমানে বাৰবছৰীয়া স্কুলীয়া শিক্ষাৰ পিছত উচ্চশিক্ষা আৰম্ভ হয় বিভিন্ন ধৰণৰ কলেজত। কুৰি শতিকাৰ আগভাগতে উইলিয়াম ৰেইনি হাৰপাৰে "জুনিয়ৰ কলেজ" নামেৰে দুবছৰীয়া উচ্চশিক্ষাৰ কলেজ এখন চিকাগোত স্থাপন কৰে। বিশ্ববিদ্যালয়ৰ কাৰণে ছাত্ৰ-ছাত্ৰীক ভালদৰে প্ৰস্তুত কৰিবলৈ বিভিন্ন ৰাজ্যাই জুনিয়ৰ কলেজ স্থাপন কৰিছিল যাতে কোনেও উচ্চ শিক্ষা পোৱাৰপৰা বঞ্চিত নহয়।

# কমিউনিটি কলেজ

১৯৪৭ চনত ট্ৰুমেন আয়োগ বা উচ্চ শিক্ষাত প্ৰেচিডেণ্টৰ আয়োগে অনুমোদন কৰে যে উচ্চ শিক্ষাত সকলোকে সমান সুবিধা দিবলৈ যি বাধা আছে তাক ভাঙিব লাগে আৰু ইয়াৰ কাৰণে গোটেই দেশতে কমিউনিটি কলেজ খুলিব লাগে যাতে শতকৰা ৪৯ ভাগ যুৱকে হাইস্কুলৰ পৰৱৰ্তী শিক্ষা লাভ কৰিব পাৰে। কমিউনিটি কলেজ খোলাৰ মুখ্য উদ্দেশ্য হ'ল সমতাৰ সাংস্কৃতিক কেন্দ্ৰ হিচাপে বয়স্কসকলক অবিৰত শিক্ষা দিয়া, যুৱকক কাৰিকৰী বৈজ্ঞানিক আৰু সাধাৰণ উচ্চশিক্ষা দান কৰা, যাতে স্থানীয় প্ৰয়োজন আৰু সমস্যা সমাধান কৰিব পাৰে আৰু ইয়াৰ বাবে ফিজ লব নালাগে। কাৰনেগী কমিছনেও ১৯৮০ চনৰ ভিতৰত ছাত্ৰৰ খোজ কাঢ়িব পৰা দূৰত্বত কমিউনিটি কলেজ খোলাৰ প্ৰস্তাৱ দিছিল। ফলত আমেৰিকাত উচ্চ শিক্ষাৰ প্ৰথম স্তৰ হিচাপে কমিউনিটি কলেজে অতি জনপ্ৰিয়তা লাভ কৰিছে। ছাত্ৰ আৰু অনুষ্ঠানক দিয়া বিভিন্ন ধৰণৰ ধাৰ আৰু অনুদানে বিস্তৃত পাঠ্যক্ৰমেৰে কমিউনিটি কলেজ খোলাত সহায় কৰিছিল। সমাজৰ কামত লগা প্ৰয়োজনীয় আৰু ব্যৱহাৰিক বিষয় বস্তু আৰু কাৰ্যাৱলী পাঠ্যক্ৰমত অন্তৰ্ভুক্ত কৰা কমিউনিটি কলেজবোৰে চাৰি বছৰীয়া কলেজ আৰু বিশ্ববিদ্যালয়ৰ গধুৰ দায়িত্বৰ বহুতখিনি লোৱা বুলি মন্তব্য কৰিলেও কিছু সমালোচকে কিছুমান কমিউনিটি কলেজ উচ্চমান বিশিষ্ট নহয় বুলিও কয়। ছানফ্ৰান্সিস্কোৰ এটা কমিউনিটি কলেজ চাবলৈ গৈ ইয়াৰ সীমাই নিৰ্ধাৰণ কৰিব নোৱাৰিছিলো। ইংলণ্ডত বা জাৰ্মানী বা আমাৰ ইয়াৰ দৰে ইয়াৰ কলেজবোৰ সৰু নহয়। আমাৰ একোখন সৰু বিশ্ববিদ্যালয়ৰ দৰেই বিস্তৃত। একেলগে বহুতো বিভিন্ন ধৰণৰ শিক্ষাদানৰ ব্যৱস্থা কৰাৰ কাৰণেই ইয়াৰ কলেজবোৰো অতি ডাঙৰ।

স্নাতক, স্নাতকোত্তৰ আৰু গৱেষণাৰ শিক্ষা বিশ্ববিদ্যালয়সমূহত দিয়া হয়। ইয়াত সৰু-ডাঙৰ ধৰ্মীয় নিৰপেক্ষ, পুৰুষ-মহিলা, ৰাজহুৱা-ব্যক্তিগত, ৰাষ্ট্ৰীয় আদি কৰি বিভিন্ন ধৰণৰ বিশ্ববিদ্যালয় থাকিলেও সকলো বিশ্ব-

বিশ্বালয়ত গৱেষণাৰ ওপৰত গুৰুত্ব দিয়ে। উচ্চমানবিশিষ্ট বিশ্ববিদ্যালয়ত সোমাবলৈ হাইস্কুলৰ পৰীক্ষাত খুব ভাল কৰিব লাগে। হাইস্কুলৰ গ্ৰেডপইন্ট আৰু আমেৰিকান কলেজ টেষ্ট বা স্কলাষ্টিকৰ এটি টিডউটেষ্টচ যি গ্ৰেড পাই তাক মিলাই বিশ্ববিদ্যালয় সোমোৱাৰ দক্ষতা নিৰ্ণয় কৰে। স্নাতকোত্তৰ শ্ৰেণীত বিছটা ইউনিট আৰু এখন থিচিচ কৰিব লাগে। অৱশ্যে সকলো বিশ্ববিদ্যালয়তে নিজস্ব ভৰ্ত্তিকৰণৰ নিয়ম, পাঠ্যক্ৰম আৰু চেমিষ্টাৰ আছে। বিশ্ববিদ্যালয়ৰ ফিজ অতি বেছি হোৱাৰ কাৰণে মেধাবী কিন্তু নিম্নবৃত্ত ছাত্ৰ-ছাত্ৰীয়ে বৃত্তিৰ ওপৰত নিৰ্ভৰ কৰিয়ে পঢ়া-শুনা কৰে। ৰাজহুৱা বিশ্ববিদ্যালয়ত ৩,৫০০ ডলাৰমান বছৰি লাগিলেও ব্যক্তিগত বিশ্ববিদ্যালয়ত ৮০০০ৰপৰা ১৩,০০০ ডলাৰলৈ খৰচ পৰে। কিতাপ, লেবৰেটৰীৰ খৰচ, থিচিচ লিখা-পঢ়া, টাইপ কৰা আদিৰ খৰচ সুকীয়া।

বেছিভাগ বিশ্ববিদ্যালয়তে শিক্ষা বছৰটো চেমিষ্টাৰ হিচাপে ভাগ কৰা হৈছে। কিছুমানত পোন্ধৰৰপৰা ওঠৰ সপ্তাহ কৰি দুভাগ আৰু কিছুমানত তিনিভাগ কৰি ছেমিষ্টাৰ কৰে। প্ৰত্যেক ছেমিষ্টাৰতে নিৰ্দিষ্ট বিষয়বস্তু থাকে যাৰ ওপৰত শিক্ষকে বক্তৃতা দিয়ে, কিন্তু লিখা আৰু ছেমিনাৰত ভাগ লোৱা আদি কৰি ছাত্ৰ-ছাত্ৰীৰ সক্ৰিয় বৌদ্ধিক অংশ গ্ৰহণৰ ওপৰত অবিৰত মূল্যাঙ্কণ কৰা হয়। ইন্টাৰনেচনেল হাউছত থকা প্ৰায় ছয়শ ল'ৰা-ছোৱালীয়ে অনবৰত পঢ়া শুনা, প্ৰশ্ন লিখা, পৰীক্ষাত নিজক প্ৰস্তুত কৰাৰ ওপৰত ব্যস্ত হৈ থকা দেখিলে মোৰ নিজৰে খুব ভাল লাগে। লাইব্ৰেৰীত দুটা বা তিনিটালৈ পঢ়া দেখি ময়ো ৰাতিলৈ উজাগৰে থাকি মোৰ সমল গোটাইছিলো। আমেৰিকাত ছাত্ৰ-ছাত্ৰীৰ বৌদ্ধিক দক্ষতা নিৰূপণ কৰিবলৈ ক্ৰেডিট দিয়াৰ পদ্ধতি আছে, প্ৰত্যেক পাঠ্যক্ৰমৰে নিৰ্দিষ্ট ক্ৰেডিট আছে আৰু সেইবোৰ গোটাই বছৰৰ শেষত কি গ্ৰেড দিব তাক নিৰ্ধাৰণ কৰে। প্ৰাক-স্নাতকসকলে এ গ্ৰেডৰপৰা চি গ্ৰেড পালেহে স্নাতক পাঠ্যক্ৰমলৈ অহাৰ সুবিধা পায়। সাধাৰণতে নামজ্বলা বিশ্ববিদ্যালয়লৈ এ গ্ৰেড বা উচ্চ বি গ্ৰেডৰ ছাত্ৰ-ছাত্ৰীয়ে স্নাতক আৰু ডক্টৰেট কৰাৰ সুবিধা পায়। ফলত এ গ্ৰেড পাবলৈ ছাত্ৰ-ছাত্ৰীয়ে যথেষ্ট

কষ্ট কৰিব লগীয়া হয় কাৰণ নিজৰ বৌদ্ধিক দক্ষতা আৰু পৰিশ্ৰমৰ ওপৰত সফলতা নিৰ্ভৰ কৰে।

আমেৰিকাৰ শিক্ষানুষ্ঠানত ছাত্ৰ-ছাত্ৰীৰ আৰু শিক্ষকৰ সম্বন্ধটো সঁচাকৈয়ে আমাৰ কাৰণে অলপ চকুত লগা হৈ পৰে। ছাত্ৰ-ছাত্ৰীয়ে শিক্ষকক নাম কাঢ়ি মতাৰ উপৰিও ব্যৱহাৰো মুক্ত আৰু সমীহ কম কৰে। ছেমিনাৰ বা আলোচনাৰ সময়ত শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী সমানে অংশ গ্ৰহণ কৰি নিজৰ মত দাঙি ধৰে। বহুত সময়ত নিৰ্দিষ্ট সময় পাৰ হৈ যোৱাৰ পিছতো আলোচনা চলে। ছাত্ৰ-ছাত্ৰীয়ে কথা কবলৈ অকণো সংকোচ নকৰাৰ ফলত শিক্ষকৰ লগতো তৰ্ক কৰিলে শিক্ষকে বেয়া নাপায়। এনে ধৰণৰ মুক্ত পৰিবেশে ছাত্ৰ-ছাত্ৰীৰ চিন্তা, যুক্তি আৰু বৌদ্ধিক দক্ষতা বঢ়াই তোলাত সহায় কৰে বুলি কেইবাজনো প্ৰফেচৰে মত প্ৰকাশ কৰিছিল।

ছাত্ৰ-ছাত্ৰীয়ে অধ্যাপকৰ বক্তৃতাও সমালোচনা কৰাৰ কাৰণে অধ্যাপকে নিজকে বক্তৃতাৰ বাবে প্ৰস্তুত কৰিবলৈ যথেষ্ট কষ্ট কৰে।

আমেৰিকানসকল অতি স্বাধীনচিতীয়া, অধিকাৰ সম্পৰ্কে সচেতন আৰু আত্মকেন্দ্ৰিক যদিও তেওঁলোকে সহজে মানুহৰ লগত মিলে। ছাত্ৰ-ছাত্ৰীয়ে এটা হাঁহি মাৰি চিনাকি হবলৈ অকণো সংকোচ নকৰে যিটো লণ্ডনত দেখা পোৱা নাছিলো। তেওঁলোকে শাৰীৰিক সুস্থতা বজাই ৰখাতো অতি তৎপৰ। পূৱা-ভূপৰীয়া গধুলি ৰাস্তাত জগিং কৰাটো সাধাৰণ কথা। ইয়াত প্ৰায় প্ৰত্যেক ল'ৰা-ছোৱালীয়ে খেল-ধেমালি কৰে। গধূলিৰ আহ[illegible] বজাতেই খাই ল'ৰা-ছোৱালী খেলিবলৈ ওলাই যায়। শিক্ষা বিভাগৰ [illegible]৪ বছৰীয়া অধ্যাপকসকলে লন টেনিচ খেলা দেখিলে অলপ আচৰিতে লাগে। খেল-ধেমালি আদি কৰি বহিঃপাঠ্যক্ৰম কাৰ্যাৱলী ছাত্ৰ ইউনিয়নৰ শাসনত থাকে। ইয়াৰ ছাত্ৰ-শাসনৰ ভূমিকা যথেষ্ট গুৰুত্বপূৰ্ণ। ইয়াত ছাত্ৰৰ নিজস্ব প্ৰকাণ্ড ঘৰ আৰু আন আন সা-সুবিধা আছে, বহিঃপাঠ্যক্ৰমৰ কাৰণেও ক্ৰেডিট দিয়াৰ ব্যৱস্থা কিছুমান বিশ্ববিদ্যালয়ত আছে।

চতুৰ্থ অধ্যায়

# লচ এঞ্জেলচলৈ যাত্ৰা

লচ এঞ্জেলেচ, আৰু কালিফৰ্নিয়াৰ আন আন ঠাই চাবলৈ বুলি মনস্থ কৰাত কেইজনমান প্ৰফেচাৰে মোক এৰোপ্লেনৰ সলনি গাড়ীৰে এক নম্বৰ হাইওৱেৰে গৈ কালিফৰ্নিয়াৰ প্ৰাকৃতিক সৌন্দৰ্য্য বিশেষকৈ প্ৰশান্তসাগৰৰ বিভিন্নৰূপ চাবলৈ অনুৰোধ জনালে। এখন মিনি-বাচত ছয়জন গৱেষক যোৱাৰ সুবিধা কৰি দিয়াত মই তেখেতসকলৰ লগত যাবলৈ ওলালো। আমি ৰাতিপুৱাই বাৰ্কলেই এৰি ছানফ্ৰান্সিস্কোৰ মাজেৰে গৈ প্ৰশান্ত সাগৰৰ পাৰে পাৰে থকা একনম্বৰ হাইৱেৰ একাবেঁকা ৰাস্তাৰে পাহাৰৰ ওপৰলৈ উঠিলো। আন আন পশ্চিমীয়া দেশত নবেম্বৰৰ কুঁৱলি, ঠাণ্ডা আৰু বৰফ পৰা বতৰৰ বিপৰীতে ইয়াত ৰ'দৰ পোহৰত উদ্ভাষিত হৈ উঠা সেউজী পৃথিৱী অসমৰ দৰে, সুন্দৰ গৰম ঠাণ্ডা নোহোৱা বতৰ। প্ৰাকৃতিক সৌন্দৰ্যৰে পূৰ্ণ এই ৰাজ্যখন বহুতখিনিত অসমৰ লগতহে মিল আছিল, কেৱল হঠাতে পাতল কুঁৱলিয়ে আগুৰি ধৰা সাগৰ আৰু পৰ্বতৰ ৰূপ দেখিলে কোনো ৰূপহীয়ে অৱগুণ্ঠন লোৱা এখন ছবিলৈ মনত পৰে।

আমাৰ লগত যোৱা শ্বেৰিণ নামৰ ড্ৰাইভাৰজনী যেন এক চলন্ত বিৱৰণী দিয়া অভিজ্ঞ নাৰী। প্ৰত্যেক ঠাই আৰু সাগৰৰ বিভিন্ন ৰূপৰ কথা সুন্দৰকৈ আৰু আমনি নলগাকৈ অনৰ্গল কৈ গৈছিল আৰু প্ৰয়োজন মতে গাড়ী ৰখাই আমাক ঠাই চোৱাৰ সুবিধা কৰি দিয়াৰ বাবে আমি ধন্যবাদ জনাইছিলো। শ্বেৰিণে কৈছিল যে অঁকোৱা পকোৱা পাহাৰীয়া উপকূল অঞ্চলৰ উত্তৰে কাৰমেল উপত্যকাৰপৰা দক্ষিণত থকা ছান চাইমনৰ মাজৰ ৯০ মাইল ৰাস্তাক বিগ চুৰ ( Big sur ) বুলি কোৱা হয়। ৰাস্তাৰ এফালে আছে প্ৰশান্ত মহাসাগৰ আৰু আন ফালে সান্তা লুচিয়া পৰ্বতমালা। কিছুমান ঠাইত সাগৰৰ মাজলৈ সোমাই যোৱা পৰ্বতৰ অংশ বা শিলা-

ৰশিয়ে সাগৰৰ সৌন্দৰ্য আৰু বঢ়াই তুলিছে। পাহাৰৰ ওপৰলৈ ক্ৰমান্বয়ে উঠি যোৱা ৰাস্তাটোত সাগৰ আৰু পাহাৰৰ বিভিন্ন সৌন্দৰ্য বিভিন্ন সময়ত দেখা পোৱা যায় যাৰ বাবে শিল্পীসকলে ইয়াত চিত্ৰাংকন কৰিবলৈ আহে।

ফটো তোলাই ফটো তোলে আৰু সাহিত্যিকে নিজৰ সৃজনী প্ৰতিভা বিকশিত কৰে কবিতা, গল্প আৰু কাব্যৰে। এঠাইত আমি পৰ্বতৰ ওপৰৰ পৰা তলৰ সাগৰৰ নীলা পানী, সাগৰৰ মাজত শিলাময় ঠাই বিভিন্ন চৰাইৰ সমাবেশ আৰু উত্তাল সাগৰৰ ঢৌৰ সৌন্দৰ্য চাবলৈ নামোতে সেই ঠাই চাবলৈ যোৱা এজন পৰ্য্যটকে মোৰ ফটো এখন লবলৈ ইচ্ছা প্ৰকাশ কৰিলে। মই অলপ সংকোচ প্ৰকাশ কৰা দেখি মানুহজনে ক'লে, মই আপোনাৰ কাপোৰ জোৰৰ এটা বৈশিষ্ট্য দেখিছো কাৰণেই ফটো এখন লব খুজিছো। বাকীবোৰেও একো নহয় বুলি কোৱাত মোক শিল এটাৰ ওপৰত থিয় কৰাই দূৰত থকা পাহাৰত আৰু তলত সাগৰৰ ফটো এখন তুলিছিল। তাকে দেখি আৰু কেইজনমানেও মোৰ অনুমতি লৈ ফটো তুলিছিল। তাৰে এজনে মোক ফটো একপি দি পঠাইছিল। সঁচাকৈয়ে বৰ ধুনীয়া হৈছিল ফটোখন। সাগৰৰ কাষৰ ফালে থকা পাহাৰবোৰ তকলা হলেও তাত মেক্সিকোৰ পৰা অনা আইচ-প্লেন নামৰ লতাৰে গোটেইখন ঢাকি দিছিল। আমি যাওঁতে গোটেই "আইচ প্লেণ্ট"বোৰ ফুলি গুলপীয়া আৰু বগা দলিচাৰ দৰে বিস্তৃত হৈ থকাৰ কাৰণে গোটেই ৰাস্তাটো ধুনীয়া দেখিছিল। আমি বাওঁফালে থকা 'শান্তা লুচিয়া' পৰ্বতৰ ওপৰলৈ উঠি যোৱাৰ লগে লগে সাগৰৰ পানী তললৈ যোৱাৰ কাৰণে তললৈ চাবলৈ ভয় লগাৰ দৰে হ'ল। এই ওখ ঠাইতে দুখন পৰ্বতক জোৰা লগাই এখন লোহাৰ দলঙ দেখিছিলো। বহুত তলৰপৰা গাঠি অনা এই দীঘল আৰু বহল দলংখন কিছুমান বন্দীয়ে সাজি উলিয়াইছিল। ১৯৬৬ চনত প্ৰেচিডেণ্ট লিস্তন জনসনে মুকলি কৰা এই দলঙখনৰ নাম দিছে 'বিক্সবি ব্ৰিজ' য'ৰপৰা থিয় হৈ প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰাৰ সুবিধা আছে। বিক্সবি ব্ৰিজ পাৰ হৈ ছেন চাইমন নামে ঠাইত আমি পাওঁতে শ্বেৰিণে ক'লে, "গণতন্ত্ৰৰ দেশ আমেৰিকাত তোমালোকক ৰাজ-প্ৰাসাদ দেখুৱাম। তেওঁ মূল ৰাস্তাৰপৰা ফালৰি কাটি এখন উপত্যকালৈ

সৰু ৰাস্তাৰে নিলে। দূৰৈত জিলিকি আছিল হাৰ্ষ্ট কেচল ( Hearst castle ) মিঃ হাৰ্ষ্ট নামৰ এজন কোটিপতিয়ে হেনো নিজৰ প্ৰতিপত্তি দেখুৱাবলৈ ইংলণ্ডৰ প্ৰাসাদসমূহৰ আৰু ইটালীৰ ৰোমান ভাস্কৰ্যৰে বিৰাট এলেকা এটাত প্ৰাসাদটো সাজিছিল। ইয়াত সাঁতোৰা, ফুৰা, চিকাৰ কৰা আদি সকলো সুবিধা কৰি দিছিল যাতে কোনেও অসুবিধা অনুভৱ নকৰে। কিন্তু মিঃ হাৰ্ষ্টৰ মৃত্যুৰ পিছত পুতেকহঁতে ইয়াৰ ৰক্ষণাবেক্ষণৰ বাবে এই প্ৰাসাদ চৰকাৰক দান দিয়ে। প্ৰাসাদৰ চাৰিওকাষ আৰু ইয়াৰ অন্তৰ্ভুক্ত আন ঘৰবোৰ চুইমিং পুল আদি দেখিলে বুজা যায় মানুহ কিমান ধনী হলে এনে ঘৰ সাজিবলৈ বিলাস কৰে। আমি পুষ্টি প্ৰাসাদ চাই ঘূৰি আহি পইণ্ট লবচ'লৈ ( Point Lobos ) আহি সাগৰৰ পাৰত শিলত উত্তাল তৰংগৰ খেল চাবলৈ ধৰিলো। ইয়াত দূৰত সাগৰ-সিংহবোৰে গোজৰি থকা ৰাস্তাৰপৰা শুনিবলৈ পাইছিলো। ইয়াত হেনো বহুত ধৰণৰ হিংস্ৰজন্তু বাস কৰাৰ কাৰণে ইয়াৰ পাৰত খুব সাৱধানে যাব লাগে। ইয়াত সাগৰীয় জীৱ-জন্তু, মূল্যবান পাথৰ আৰু গছ-গছনি আৰু বনজ-সম্পদ ৰক্ষণাবেক্ষণৰ বাবে ১৯৬৮ চনৰপৰা সাগৰ আৰু বনাঞ্চলক ৰাষ্ট্ৰীয় ৰিজাৰ্ভ বুলি ঘোষণা কৰিছে, যাৰ ফলত চিকাৰ কৰাটো দোষণীয় বুলি ধৰা হৈছে। বনাঞ্চলত অসংখ্য পহু আছে যিবোৰ কেতিয়াবা ৰাস্তালৈ আহি জিৰাব ধৰে। আমি গৈ থাকোঁতে তিনি ঠাইত তিনিটা হৰিণাই ৰাস্তালৈ আহি গাড়ী দেখি আকৌ হাবিত সোমাইছিল। পইণ্ট লবজত চাইপ্ৰাচ গছৰ প্ৰসাৰে অঞ্চলটো ধুনীয়া কৰি পেলাইছে। আমাক শ্বেৰিণে পইণ্ট লবজৰ সাগৰৰ পাৰলৈ গাড়ীখন চলাই বিস্তৃত ৰাষ্ট্ৰীয় বনাঞ্চলৰ এটা আভাস দিছিল। আমি আহি থাকোঁতে শ্বেৰিণে সাগৰৰ পাৰৰ এঠাইত ৰখাই ঢৌবোৰ চাবলৈ কলে। সঁচাকৈয়ে ঢৌবোৰ পোনে পোনে নাহি কিছুমান উত্তৰ ফালে, কিছুমানে দক্ষিণ ফালে আৰু কিছুমান পূৱফালে মুখ কৰি বাগৰি আহিছে। সাগৰৰ তল অঞ্চল ওখ-চাপৰ আৰু বেলেগ বেলেগ ধৰণে গঠিত হোৱাৰ কাৰণে তেনে হোৱা বুলি ভূতত্ত্ববিদসকলে মত পোষণ কৰে বুলি তাই কৈছিল। আন এঠাইত আকৌ সাগৰৰ পানী পাৰত লেতেৰা হৈ থকাও দেখুৱালে কিন্তু ইয়াৰ কাৰণটো কি তাই নাজানে বুলি

ক'লে। তাই হাঁহি ক'লে ইয়াৰ কাৰণটো ভূতত্ত্ব আৰু সাগৰবিদসকলে উলিয়াব নোৱাৰাৰ কাৰণেই হয়তো মই জনা নাই।

## চমকলগা লচ-এঞ্জেলেচ

কাৰমেল হৈ লচ-এঞ্জেলেচলৈ সাগৰৰ পাৰে পাৰে আহোঁতে আমাৰ গাড়ীৰ ড্ৰাইভাৰ শ্বেৰিনে কৈছিল "যেতিয়াই বহুতো ফ্ৰিওৱেত শাৰীপতা গাড়ীৰ ভিৰ দেখিবা বুজিবা লচ-এঞ্জেলেচত সোমাইছা।" শ্বেৰিনৰ কথা যে সত্য তাক আমি ইমানবোৰ ফ্ৰিওৱেত পিছৰ ৰঙা লাইট জ্বলি থকা দীঘল গাড়ীবোৰ দেখিয়ে গম পাইছিলো। আমেৰিকাৰ ডাঙৰ চহৰৰ ভিতৰত এখন হ'ল লজ-এঞ্জেলেচ। বিভিন্ন জাতি বৰ্ণ, ধৰ্ম আৰু কৰ্মৰ মানুহৰ আবাস থলি হ'ল এই লচ-এঞ্জেলেচ। জীৱন সংস্থানৰ বাবে পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা অহা মানুহৰ সোঁত এতিয়াও বন্ধ হোৱা নাই। অতি সমৃদ্ধ এই চহৰখনত যি কোনো কাম কৰি মানুহে হেনো জীৱন নিৰ্বাহ কৰিব পাৰে। এফালে যেনেকৈ শিল্পকলাত সমৃদ্ধ আন ফালে ই মাদক-দ্ৰব্যৰ ঘাটি হৈ পৰিছে। বহুতো ধনী মানুহৰ ল'ৰা সমৃদ্ধিৰ অসুখত ভুগি হেনো অঘৰী জীৱন যাপন কৰিছে। ইয়াত বৰ্ণ বৈষম্য থাকিলে, ইয়াৰ বিৰোধিতা কৰা সংগঠনো আছে। শ্বেৰিনে কৈছিল, "বিচিত্ৰ এই আমেৰিকা। বিভিন্ন জাতি আৰু বিভিন্ন দেশীয় মানুহক আমেৰিকাই আকোৱালি ললেও মানুহৰ সংমিশ্ৰণ হোৱা নাই, এক সংস্কৃতি গঢ়ি তুলিব পৰা নাই। কিন্তু সকলোৱে নিজৰ ব্যক্তি বৈশিষ্ট্যক প্ৰাধান্য দিলেও নিজকে আমেৰিকান বুলি চিনাকি দিয়ে। লচ-এঞ্জেলেচো এনে এখন চহৰ য'ত বিভিন্ন ধৰণৰ মানুহে বাস কৰিছে, চহৰখন গঢ়ি উঠাত অৰিহনা যোগাইছে কিন্তু নিজ ব্যক্তি বৈশিষ্ট্যক আগ স্থান দিছে।

গধূলি হোৱাৰ কাৰণে শ্বেৰিনে সান্তা মনিকা নামৰ সাগৰৰ পাৰত থকা নগৰ এখনৰ 'হলিডে হ'ম' বোলা পঞ্চতাৰকাৰ হোটেল এখনলৈ নিলে। সান্তা মনিকাৰ ৰাস্তাৰ দুয়ো পাৰে তাল গছবোৰ ইমান সুন্দৰকৈ লগাইছে যে দেখিলেই ভাল লাগে। গা ধুই কফি একাপ খাই এঘণ্টামান জিৰোৱাৰ পিছত লেগুনা নামে বিখ্যাত সাগৰৰ পাৰলৈ নিলে। ধনী আৰু চিত্ৰ-

তাৰকাৰ বাসস্থান মেলিবোৰপৰা লেগুনা নামৰ ঠাইলৈ সাগৰৰ পাৰ অতি সমান হোৱাৰ কাৰণে ইয়াত সাতোঁৰা মানুহৰ সংখ্যা অতি বেছি। আমি চাবলৈ যোৱা সাগৰৰ কাষত ধুনীয়া ফুলনিৰে পাৰ্ক, বহাৰ ঠাই, ল'ৰা-ছোৱালীৰ খেলা ঠাই আৰু খোৱা বস্তুৰ দোকান আদিৰে আকৰ্ষণীয় কৰি ৰাখিছে। আমাৰ লগত যোৱা ফ্ৰান্সৰ ছোৱালী মেৰীয়ো গা ধুব খোজাত শেষৰিনে অচিনাকি ঠাইত গা-ধুবলৈ হাক দিলে। এঘণ্টামান তাত কটোৱাৰ পিছত আমি সান্তা মণিকাৰ কিছুমান ঠাই চাই বাৰমান বজাত হোটেললৈ উভটি আহিলোঁ।

পিছদিনা পুৱা লচ-এঞ্জেলেচৰ ডাউন-টাউন চাবলৈ আহোঁতে এনেকুৱা এটা ভাব হৈছিল যেন ইয়াত ওখ ঘৰ-সজাৰ প্ৰতিযোগিতা চলিছে। লচ-এঞ্জেলেচত সঘনে ভূইকম্প হোৱাৰ কাৰণে ইয়াৰ ওখ ঘৰবোৰ বাগৰি নপৰিবলৈ বৈজ্ঞানিক কাৰুকাৰ্যৰে তৈয়াৰ কৰিছে। ইয়াৰ ত্ৰিশ-চল্লিশ তলা ঘৰবোৰ একোৱে ওখ নহয়। ইয়াত ওৱেলচ ফাৰগো বিল্ডিং, চিকিউৰিটি পেচিফিক বেংক, চিটিহল আদি আকাশ-চুম্বী অট্টালিকাবোৰ ইমান ওখ যে মূৰ দাঙি ওপৰ দেখা পোৱা নাযায়। প্ৰত্যেকটো অট্টালিকাই অতি মনোমোহাকৈ আধুনিক ভাস্কৰ্যৰে সাজি চহৰৰ সৌষ্ঠৱ বঢ়াইছে। আমাৰ লগত যোৱা এজনীয়ে চিটিহলৰ ওপৰ অংশটো বহুত দূৰলৈ গৈ ফটো লব নোৱাৰাত এজনে দূৰৈত থকা পাহাৰখন দেখুৱাই ক'লে, "তুমি ছান গেব্ৰিৰেল পাহাৰৰপৰা ভালকৈ তুলিব পাৰিবা।" চুইডেনৰপৰা অহা এনাই ক'লে, "অহাবাৰ হেলিকপ্টাৰৰপৰা ফটো তুলিম।" শেষৰিনে কলে "তুমি আজিয়ে লব পাবিবা। ফোনত বন্দৱস্ত কৰিলেই বেলুনত উঠি তুমি গোটেইখন চহৰ চোৱাৰ উপৰিও ফটো তুলিব পাৰিবা"। এনাই হাঁহি ক'লে, "সেইটো অহাবাৰলৈ থলো কাৰণ ইমান ডাঙৰ চহৰখন আগতে চিনিয়ে লওঁ।" ডাউনটাউনৰ ওচৰত থকা এল. এ. কাউণ্টি হিষ্টৰিকেল এণ্ড আৰ্ট মিউজিয়ম চাবলৈ গলোঁ। দুশবছৰীয়া সভ্যতা প্ৰগতিৰ বিভিন্ন দিশ ইয়াত সুন্দৰকৈ প্ৰদৰ্শন কৰিছে। এই মিউজিয়মটো ৰোমান ভাস্কৰ্যৰে সাজিলেও আন এটা মিউজিয়ম এল-এ কাউণ্টি মিউজিয়মটো আধুনিক ভাস্কৰ্যৰে সাজি উলিয়াইছে। ইয়াৰ বাহিৰত থকা স্তম্ভটো সঁচাকৈয়ে

ৰৰ চকুত লগা। উইলচায়াৰ ব'লেভডি আৰু ভেটেৰান এভিনিউৰ মাজত থকা দুজন সৈনিকৰ জীৱন্ত সদৃশ প্ৰকাণ্ড মূৰ্তি দুটাই দূৰৰপৰা আমাৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এইটো দ্বিতীয় মহাসমৰৰপৰা উভটি অহা সৈন্যসকলৰ সম্মানাৰ্থে সাজি উলিয়াইছিল। যুদ্ধত আমেৰিকাৰ লাখ লাখ সৈন্যৰ মৃত্যু হলেও জাৰ্মানী, ইংল্যাণ্ড, জাপান আৰু ছোভিয়েত ৰাচিয়াৰ দৰে নগৰ-চহৰ ক্ষতিগ্ৰস্ত হোৱা নাছিল আৰু অগণন জনসাধাৰণ মৃত্যু মুখত পৰা নাছিল। জাৰ্মানীত মৃত অনামী সৈনিকৰ বহুতো শ্বহীদ স্তম্ভ দেখিছিলো য'ত ইয়াৰ গুৰু গম্ভীৰ পৰিবেশে যুদ্ধৰ বিভীষিকাৰ বিষয়ে স্মৰণ কৰায়। এল. এত এই দুই সৈনিকৰ স্তম্ভ দেখি ভাবিছিলো যে যিসকল যুদ্ধৰপৰা উভটি আহিছিল তেওঁলোকে ৰাজকীয় সন্মান পাইছিল, কিন্তু মৃত্যু মুখত পৰা সৈনিকৰ বহুতো হয়তো অনামী হৈয়ে ৰ'ল। ইয়াৰ মানুহে জাৰ্মানীৰ নাগৰিকৰ দৰে যুদ্ধৰ বিভীষিকা উপলব্ধি কৰিব নোৱাৰিলেও যুদ্ধৰ বিৰোধিতা কৰে। চহৰৰ বিভিন্ন ঠাই চোৱাৰ পিছত আমি ফৰিমাৰ মাৰ্কেটখন চাবলৈ গলো। ৰাস্তাৰ দুয়োকাষে সৰু চালিৰে কৰা দোকানবোৰ দেখি আমাৰ গাঁৱৰ বজাৰবোৰলৈ মনত পৰিছিল। ইয়ালৈ হেনো আনাৰস, দীঘল কল, ৰবাৰ টেঙা, সুমথিৰা, নেমু, আপেল, আঙুৰ আদি কৰি পৃথিৱীৰ বিভিন্ন ঠাইৰপৰা ফলমূল আহে। লছ-এঞ্জেলচৰ জন্ম হয় হেনো ইয়াৰ ৰাস্তা অলভেৰা ষ্ট্ৰীটৰপৰা। ওচৰৰ পাহাৰত থকা সুমথিৰা বাগানৰপৰা সুমথিৰা আনি হেনো ইয়াৰ খিলঞ্জীয়া মানুহে ইয়াত বিক্ৰী কৰিছিল। সোণৰ সন্ধানত বিভিন্ন দেশৰপৰা কালিফৰ্ণিয়ালৈ অহা মানুহৰ এটা অংশই ইয়াত বিভিন্ন ব্যৱসায় আৰম্ভ কৰি অলভেৰা ষ্ট্ৰীটৰ ফলমূলৰ দোকানখনো বহল হ'বলৈ ধৰিলে। যিসকল সোণৰ ব্যৱসায় কৰি ধনী হ'ল তেওঁলোকেও ইয়াত বসতি কৰি নগৰখন বহল কৰাৰ উপৰিও সাতোঁৰা গল্‌ফ খেলা স্কাইটিং আদি কৰি বিভিন্ন আমোদ-প্ৰমোদৰ কেন্দ্ৰ খোলাৰ উপৰিও ইয়াক কাৰিকৰী আৰু শিল্প ব্যৱসায়ৰ চহৰ কৰি গঢ়ি তুলিছিল। দিনটো ঘূৰি আমি লজ-এঞ্জেলেচৰ ৰেষ্টুৰা এখনত ৰাতিৰ সাজ খাই হোটেললৈ উভটি আহিছিলো। কাৰণ আমি সকলোৱে ক্লান্ত হৈ পৰিছিলো।

পিছদিনা ৰাতিপুৱাই বিখ্যাত বেভাৰলি হিল চাবলৈ ওলালো। এই

পাহাৰক 'চিত্ৰ তাৰকাৰ চহৰ' বুলি কয় কাৰণ বেছি ভাগ চিত্ৰ তাৰকাই প্ৰতিষ্ঠিত হ'লেই ইয়াত ঘৰ কিনাৰ সাহস কৰে। ইয়াত জীয়াই থকাৰ মানদণ্ড ইমান বেচি উচ্চ যে যিসকলৰ অৱস্থা পৰি আহে তেওঁলোকে হেনো লাহেকৈ ঘৰ বেচি আন ঠাইলৈ গুচি যায়। পাহাৰৰ ওপৰেৰে লাহে লাহে উঠি ঘৰবোৰ চাওঁতে আমাৰ লগত অহা গাইডজনে এটা ঘৰ দেখুৱাই একোজন চিত্ৰ তৰকাৰ নাম কৈছিল যদিও বেচি ভাগৰে নাম মনত নাথাকিল। বেচিভাগ ঘৰ ইলেক্ট্ৰিক তাঁৰেৰে ঘেৰি সুৰক্ষিত হোৱাৰ কাৰণে অনাধিকাৰ প্ৰবেশ কৰিব নোৱাৰিলেও অচিনাকি মানুহে সোমোৱাৰ চেষ্টা কৰে। ফুলনি আৰু মুতিৰে ঘৰবোৰ চকুত লগাকৈ ৰাখিলেও ওখ গছ আৰু বেৰৰ কাৰণে ঘৰবোৰ বাহিৰৰপৰা ভালদৰে দেখা নাপায়। ইয়াত থকা চিটি হল আৰু হোটেল কেইটাৰ আধুনিক ভাস্কৰ্য সঁচাকৈয়ে চকুত লগা। বেভাৰলি হিলত চিত্ৰতাৰকা থাকিলেও নামী আৰু দামী চিত্ৰ-তাৰকাসকল হেনো 'মেলিবো নামৰ সাগৰ পাৰত থকা ঠাইত থাকে। এসময়ত মেলিব' সাতোঁৰাৰ কাৰণে অতি উপযোগী হোৱাৰ কাৰণে চিত্ৰ তাৰকাসকলে অবসৰ সময় কটাবলৈ ইয়াত ঘৰ কৰিছিল। কিন্তু বেভাবলি হিলত ভালবসতি বঢ়াৰ লগে লগে এলিজাবেথ টেইলৰৰ দৰে ধনী তাৰকা মেনিবোত বসবাস কৰিছিল।

**লজএঞ্জেলচত ভূইকঁপ:** মই থাকোঁতে লচএঞ্জেলচত দুবাৰো-ভূইকঁপ হোৱাত মানুহৰ মাজত ত্ৰাসৰ সৃষ্টি হৈছিল। প্ৰথম দিনাৰ প্ৰথম জোকাৰণিত ধুনীয়া ঘৰবোৰ ভাঙি বাৰজনমানৰ মৃত্যু হয় আৰু বহুতো লোক আহত হৈছিল। বহুতে সন্দেহ প্ৰকাশ কৰিছিল যে ছানফ্ৰান্সিস্কো আৰু বাৰ্কলেতো ভূইকঁপ হব। দুইটাৰ নামে ঠাইত হোৱা অতি করুণ কাহিনী এটি পঢ়িবলৈ পাইছিলো—বায়েক-ভনীয়েকে নিজৰ গাড়ীত কলেজলৈ আহোতে ভূমিকম্প আৰম্ভ হয়। বায়েকে গাড়ী থৈ আগলৈ দৌৰোতে ওপৰৰপৰা বেৰ এখন দুৰমূৰকৈ ভাঙি তাইৰ গাত পৰে ভনীয়েকে তললৈ দৌৰি জীৱন ৰক্ষা কৰাৰ পিছত বায়েকক বিচাৰি থেতেলাখোৱা মৃত দেহটোহে মাত্ৰ পাইছিল। ঘৰবাৰী ভাঙি স্কুল বা মুকলি ঠাইত কেম্প কৰি থকা মানুহে উভটি যাবলৈ হেনো নোখোজা

হৈছিল। ৭০,০০০ বসতিৰ হুইটিয়াৰ চহৰত দিনটোৰ ভিতৰতে তিনি-বাৰকৈ ভুইকঁপ হোৱাৰ কাৰণে মানুহে বাথৰুমত দৰজা বন্ধ কৰিবলৈ, পাক ঘৰত ৰান্ধিবলৈ আৰু ৰাতি শুবলৈ ভয় কৰা হৈছিল। এফালে ১০৮ ডিগ্ৰী ফঃহাইট গৰম আৰু আনফালে প্ৰবল জোকাৰণিয়ে মানুহৰ টোপনি নাইকিয়া কৰি ত্ৰাসৰ সৃষ্টি কৰিছিল। মনস্তাত্বিক বিষয়া মনোবৈজ্ঞানিক আৰু পোন্ধৰটা উপদেশ দিয়া কেন্দ্ৰই উপদেশ দিওঁ মানুহক নিৰ্ভয় দিব পৰা নাছিল। এদিন আমি বহাকোঠাত বহি টিভিৰ বাতৰি শুনি থাকোঁতে হঠাতে বিপদ সংকেট বাজি উঠিল। প্ৰথমে একো নুবুজিলেও ল'ৰা-ছোৱালীবোৰ ওপৰ তলাৰপৰা দৌৰি ৰাস্তালৈ ওলাই আহোঁতে আমিও অনুসৰণ কৰিছিলো, গোটেই ডাঙৰ ৰাস্তাটোত ল'ৰা-ছোৱালী পূৰ্ণ হোৱাৰ কাৰণে অলপ সময় গাড়ীও ৰৈ যাবলৈ বাধ্য হৈছিল। এইটো এটা সাৱধান সংকেট থকাৰ কাৰণে দুই মিনিটত পুনৰ ভিতৰ সোমাইছিলো। ইয়াত জুইও খুব লাগে। কাৰণ গৰম দিনত বেছিকৈ বৰষুণ নোহোৱাৰ কাৰণে হাবিত জুই লাগে আৰু সেইবোৰ ওচৰত বিয়পি পৰে। তাৰউপৰি আন কাৰণতো জুই লাগে। এখন দোকানত বস্তু গৰমকৈ ৰখা ইলেট্ৰিক ওভেনটো ফাটি যোৱাত প্ৰায় কেইবাজনো মানুহ জখম হৈ ছিল আৰু ঘৰৰ আধাখিনি জুইত ভস্মিভূত হৈছিল। ইয়াত জুই লাগে কাৰণেই অনবৰত ফায়াৰ ব্ৰিগেটৰ গাড়ীয়ে বিকট শব্দ কৰি ঘূৰি ফুৰে। প্ৰথম দিনা ৰাতি মই চকখাই সাৰ পাই উঠিছিলো। আমাৰ ভাৰত পাকিস্তান যুদ্ধৰ সময়ৰ চাইৰেণ বজোৱাৰ দৰে। পিছলৈ একো নলগা হলেও সদায় মনত জুইৰ প্ৰতি এটা ভয় সোমাই গৈছিল। আমাৰ লিফটৰ ওচৰত লিখা আছিল "জুই লাগিলে খটখটিয়েদি নামিবা লিফটত নুঠিবা।" মই সদায় ভাবো ছয় তলাৰপৰা নামোতে কিমান সময় লাগিব? অৱশ্যে মই থকা অৱস্থাত ভুইকঁপো নোহোৱাৰ কাৰণে পৰীক্ষা কৰিবলৈ সময় নাপালো।

## মণ্টেইৰ সৌন্দৰ্য অতি মনমোহা

প্ৰশান্ত সাগৰৰ পাৰত থকা মণ্টেইৰ চহৰখন ইমান ধুনীয়া বুলি ভবা

নাছিলো। মটৰেৰে ইয়াত সোমাওঁতে মই পুব জাৰ্মানীৰ উত্তৰ মহাসাগৰৰ পাৰত থকা ক্ৰাইব ওৱাইগু চহৰখনৰ লগত বহুতো সাদৃশ্য দেখিছিলো। শিলেৰে বন্ধা ৰাস্তা, সাগৰৰ পাৰ, পুৰণি ঘৰবোৰৰ ভিতৰত বহুত মিল আছিল। সাগৰৰ পাৰত থকা মণ্টেইৰ চহৰখন আগতে কালিফৰ্ণিয়াৰ ৰাজধানী থকাৰ কাৰণে ইয়াৰ প্ৰাধান্য এতিয়াও বুজিব পাৰি। ই এখন ঠাইৰ নাম হলেও আচলতে তিনিওফালে আগুৰি থকা গোটেই অঞ্চলটোক মণ্টেইৰ উপদ্বীপ বুলি জনাজাত। এফালে প্ৰশান্ত সাগৰৰ শান্ত অৱস্থা, গছ-গছনিৰে ভৰা সেউজীয়া উপকূলৰ অপূৰ্ব সৌন্দৰ্য, সাগৰৰ পাৰ সমান হোৱাৰ কাৰণে বাণিজ্যৰ সুবিধা, বিগচুৰ নামৰ নদীখন পাহাৰৰ কাষে কাষে আহি প্ৰশান্ত সাগৰত মিলিত হোৱাৰ কাৰণে এই উপদ্বীপৰ প্ৰাধান্য বাঢ়ি গৈছিল। আমেৰিকা আৱিষ্কাৰ হোৱাৰ পিছত পৃথিৱীৰ বিভিন্ন দেশৰপৰা মানুহে নিজৰ অৱস্থা সমৃদ্ধ কৰিবলৈ এই দেশলৈ আহে। কিছুমান দেশে নিজৰ ৰাজ্য বিস্তাৰৰ কাৰণে নতুন মহাদেশলৈ নিজৰ মানুহ পঠাইছিল। স্পেনিচসকলে ঘূৰি ঘূৰি এই উপদ্বীপলৈ আহি ইয়াৰ সেউজীয়া ৰূপ আৰু বাণিজ্যৰ সুবিধা দেখা পাই মণ্টেইৰত প্ৰথমে থাকিবলৈ ল'লে। লাহে লাহে গোটেই উপদ্বীপটো স্পেইনৰ অধীনত বুলি ঘোষণা কৰি ৰাস্তা, পদূলি সাজি স্পেনিচ নাম দি নগৰ সাজিবলৈ ধৰিলে। মণ্টেইৰ হ'ল গোটেই কালিফৰ্ণিয়াৰ ৰাজধানী। কিন্তু স্পেইনৰ পিছত মেক্সিকোৰ বাসিন্দাই এই ৰাজ্য অধিকাৰ কৰিলেও ইও বেছি দিন নাথাকিল কাৰণ আমেৰিকাই স্বাধীনতা ঘোষণা কৰাৰ পিছত এই ৰাজ্যও আমেৰিকাৰ শাসনৰ তললৈ আহে আৰু মণ্টেইৰ সলনি উত্তৰত থকা ছেক্ৰামেণ্টো কালিফৰ্ণিয়াৰ ৰাজধানী। কিন্তু মণ্টেইৰত এতিয়াও স্পেইনৰ প্ৰভাৱ বিৰাজমান। মণ্টেইৰ কাৰমেন আদি চহৰত সৰু সৰু পুতলা ঘৰৰ দৰে এতলীয়া ঘৰবোৰ চালে,চকুৰোৱা। ওপৰৰপৰা একেবাৰে তললৈ নামি অহা ঘৰৰ ওপৰৰ চাল, বহল দীঘল খিৰিকিয়ে ঘৰৰ সৌন্দৰ্য বেলেগে বঢ়াইছে। এওঁলোকে চহৰত বিদেশী মানুহ থকাটো হেনো বৰ ভাল নাপায়। এই চহৰবোৰত স্পেইন, ইটালী আৰু মেক্সিকোৰ মানুহ বেছি। মই মণ্টেইৰ দোকান দুখমমানত সোমাওঁতে কেইগৰাকীমানে

ঘূৰি ঘূৰি মোলৈ চাই মিচিকিয়া হাঁহি মাৰিছিল। মোৰ কাপোৰযোৰে তেওঁলোকক আৰ্কষিত কৰিছিল। দুগৰাকীমান বয়সীয়া মানুহে ক্ষমা প্ৰাৰ্থনা কৰি মোক সুধিছিল মই ক'ৰপৰা আহিছিলো বুলি। মই ভাৰতৰ কথা কওঁতে তেওঁলোকে মহাত্মা গান্ধীৰ কথা কৈ আমাৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ কথা সুধিছিল। কাপোৰযোৰৰ প্ৰশংসা কৰি মই সদায় ইমান দীঘল গাউন পিন্ধো আৰু কিয় পিন্ধো তাক নজনা মানুহৰ দৰে প্ৰশ্ন কৰিছিল। মই বুজিছিলো যে ইয়াত ভাৰতীয় মহিলা কম বা এওঁলোকে ভাৰতীয় মহিলাৰ কাপোৰ দেখা নাই। কাৰণ আন ঠাইত যেনে বাৰ্কলে ছানফ্ৰান্সিকো লছএঞ্জেলেচত আমাৰ শাৰীখনে যে কমনীয়তা আনি দিয়ে তাক কৈছিল। কেইবাজনীক শাৰী পিন্ধাই পাৰ্টিলৈ ( party ) পঠিয়াই দিছিলো। কিন্তু ইয়াত আহি অনুভৱ কৰিছিলো যে মানুহবোৰ অলপ সংৰক্ষণশীল আৰু নিজৰ ভিতৰতে থাকি ভাল পায়।

মণ্টেইৰ এটা বিখ্যাত বন্দৰ। সাগৰৰ পাৰত থকা ফিচাৰমেন হোৱাৰফ ( fishermeni wharf ) চাবলগীয়া ঠাই। সাগৰৰপাৰত বিস্তৃত এলেকাত বেলেগ বেলেগ কোম্পানীৰ নিজৰ জাহাজ আৰু সৰু মাছ ধৰা, ফুৰিবলৈ-যোৱা নাও আছে। কিছুমান নাওত সাগৰীয় চীল আহি ধুনীয়াকৈ বহি খেলি থকা দেখিছিলো। ইয়াত মাছৰ ৰেষ্টুৰা চালে চকুৰোৱা। দোকানত মুকুতাৰপৰা হট ডগলৈ সকলো পোৱা যায়। আমি গধূলি সন্ধিয়াৰ সাজ এখন ৰেষ্টুৰাত ব্যৱস্থা কৰি গোটেই হোৱাফৰটো ঘূৰি ঘূৰি চাই গধুলি সাগৰৰ ৰূপ চাইছিলো। সাগৰৰ পাৰত চীলবোৰে মেলি থকা দেখা পাই ওচৰলৈ যাওঁতেই জাপ মাৰি পানীত পৰিছিল। মণ্টেইৰত চেলমন স্কুইড, এলবাকৰ, চিৰ্‌প আৰু শিলৰ মাছ আদি কৰি বিভিন্ন ধৰণৰ মাছ পোৱা যায় আৰু ৰেষ্টুৰাবোৰত তেনে মাছ বিভিন্ন ধৰণে ৰান্ধে। 'চিজ দি চেলমন' মাছ সেকি গৰমে গৰমে প্ৰস্তুত কৰি খাবলৈ দিলে সুস্বাদু হয়। পিছদিনা মণ্টেইৰত আমি ইয়াত উনৈশশতিকাতে কৰা ঘৰকেইটামান চাবলৈ গৈছিলো, ১৮৪৩ চনত তৈয়াৰ কৰা প্ৰথম থিয়েটাৰ হলটো তালি দি কৰা আমাৰ এতলীয়া ঘৰবোৰৰ দৰে। এতিয়া ইয়াক মিউজিয়াম হিচাপে ৰাখিছে। দুতলীয়া কনটন হাউছ, থমাচ লাৰকিন হাউছ কাষ্টম হাউছবোৰো তেনেই

সাধাৰণভাৱে সাজিছিল। ইয়াৰ পিছত আমি কেনেৰী ৰ' ( cennery row ) নামৰ আমেৰিকাৰ বিখ্যাত মাছৰ ব্যৱসায় কৰা ঠাইখিনি চাবলৈ গৈছিলো। সাগৰৰপাৰত থকা গুদাম ঘৰৰ দৰে সজা ঘৰৰ অঞ্চলটোত মাছৰ গোন্ধ চাৰিওফালে বিয়পি আছিল। মোৰ ওৱালটায়াৰত সাগৰৰপাৰৰ শুকান মাছৰ বজাৰখনৰ কথা মনত পৰিছিল। এই অঞ্চলত আগতে মাছবোৰ টিনত ভৰাই দেশ বিদেশলৈ পঠিয়াই ডাঙৰ ব্যৱসায়ৰ সৃষ্টি কৰিছিল। বৰ্তমানে আন ঠাইত এনেকুৱা ব্যৱসায় স্থাপন হোৱাৰ কাৰণে ইয়াৰ প্ৰাধান্য কমিলেও এতিয়াও এই ব্যৱসায় চলি আছে।

মণ্টেইৰ এখন সৰু নগৰ হলেও ৰাস্তা পদূলি আহল-বহল আৰু অতি পৰিষ্কাৰ পৰিচ্ছন্ন। মানুহৰ ঘৰৰ দুৱাৰ মুখত সযত্নে ফুলৰ গছ ৰোৱা দেখা পাইছিলো। সেইদিনা ৰবিবাৰ হোৱা কাৰণে বহুতে বাহিৰৰ বাগানত এপ্ৰন পিন্ধি বাগিচাৰ কাম কৰিছিল আৰু কিছুমান ঠাইত খিৰিকীৰ আয়না পৰিষ্কাৰ কৰা দেখা পাইছিলো। ইয়াত সকলো কাম মানুহে নিজে নিজেই কৰিব লগীয়া হয়। কেতিয়াবা ঘৰৰ ৰঙ দিয়া বা পৰিষ্কাৰ কৰাৰ কাম কৰিলেও এঘণ্টাত দহ বা বিশ ডলাৰ দিবলগীয়া হোৱাত মানুহে পৰাপক্ষত নিজেই কাম কৰি লয়। ইয়াৰ সাগৰৰ পাৰবোৰ ভালদৰে সুৰক্ষিত কৰি ৰখা হয়। মণ্টেইৰ নৌ-বিষয়াক স্নাতকোত্তৰ স্কুল আৰু ইউ. এ আমি লেঙ্গুৱেজ চেণ্টাৰ নামৰ দুটা বিখ্যাত কলেজ আছে। আমি দূৰৈৰপৰাই স্কুলটো চাবলৈ গৈছিলো কাৰণ ইয়াত সোমাবলৈ অনুমতি পত্ৰ লাগে।

আমি মণ্টেইৰলৈ আহোতে পিচমো ( pismo ) নামে ঠাইত সৰু কাফে এখনত সোমাইছিলো। দুপৰীয়া দোকানত মানুহৰ ভিৰ নথকাৰ কাৰণে আমি ছয় গৰাকীয়ে ইফালে সিফালে চাই ডাঙৰ টেবুল এখনত বহিছিলো। মোলৈ খুবকৈ চাই থকা কলা ফ্ৰক পিন্ধা ধুনীয়া মানুহ এগৰাকীয়ে মই হঁহা দেখি ওচৰলৈ আহি সুধিলে মই ভাৰতৰপৰা আহিছো নেকি। মই হয় বুলি কোৱাত তেওঁ মোক সৰু টেবুল এখনলৈ মাতি মোক শুদ্ধ হিন্দীতে কবলৈ ধৰিলে যে তেওঁৰ মাদ্ৰাজত জন্ম আৰু তাতেই পঢ়ি ডাঙৰ দীঘল হোৱাৰ পিছত দিল্লীত বিয়া হৈছিল। তেওঁলোক এংলইণ্ডিয়ান হ'লেও তেওঁ কৃষ্ণা আৰু সৰলা আয়েঙ্গাৰ নামৰ ঘনিষ্ঠ

ৱান্ধৱীৰ কথা উল্লেখ কৰি কৈছিল যে তেওঁৰ ভাৰতলৈ খুব মনত পৰে আৰু উভটি যাবলৈ বিচাৰে। তেওঁ গিৰীয়েক মিঃ গাৰ্ডেনাৰৰ লগত চিনাকি কৰি দি কৈছিল যে তেওঁলোক ইয়ালৈ ডুবাইৰপৰা নতুনকৈ আহি অলপ আমেৰিকান কাফে নামদি দোকানখন খুলিলেও তেওঁলোকৰ মন ইয়াত বহা নাই। ইয়াৰ মানুহেও তেওঁলোক বাহিৰৰপৰা অহাৰ কাৰণে প্ৰথমে সহজভাৱে নললেও এতিয়া কাফেত খাবলৈ আহে। মোক তাই ইটো খোৱা সিটো খোৱা কৰিলেও মই কেৱল কফি একাপ লৈ বহিছিলো। মানুহ গৰাকীয়ে যে যথেষ্ট কষ্ট কৰিছে তেওঁৰ জীৱন সংগ্ৰামত তাক মুখখন দেখিলেই বুজি পোৱা যায়। মাদ্ৰাজত তেওঁৰ শৈশৱ আৰু যৌৱন কেনেকৈ কটাইছিল তাক কওঁতে মাত থোকাথোকি হৈ চকুৰ পানী ওলাইছিল। তেওঁ শেষ নিশ্বাস ভাৰতত পেলাব বুলি মোক কওঁতে মোৰ খুব বেয়া লাগি তেওঁৰ হাতখন ধৰি তেনে কথা নকবলৈ কৈছিলো। পিচমো এখন উন্নতশীল গাঁও হলেও হাইওৱেত থকাৰ কাৰণে ইয়াৰ প্ৰাধান্য বাঢ়িছিল। মই বিদায় লওঁতে তেওঁ মোক সাৰটি ধৰি চিঠি দিবলৈ মিনতি কৰিছিল। মানুহে আমেৰিকাত থাকিবলৈ আহে কিন্তু এই ভাৱপ্ৰৱণ মহিলা গৰাকীৰ ভাৰতৰ লগত আৱেগিক আৰু মানসিক যোগসূত্ৰ দেখিহে আচৰিত হৈছিলো।

পিছদিনা আমি মণ্টেইৰ এৰি কাৰমেল চহৰ বুলি পেচিফিক গ্ৰেড হৈ আহিছিলো। ইয়াৰ মুখখন সাগৰৰ ফালে বাঢ়ি গৈছে পইণ্ট পিনজ নাম লৈ। ইয়াৰ সাগৰৰ পাৰৰ শিলাময় ওখ ওখ শিলৰ টিলাবোৰ প্ৰশান্ত সাগৰৰ ঢৌৱে প্ৰচণ্ড খুন্দা মাৰি বহুত ওপৰলৈ পানীৰ কণিকা উৰুৱাই পঠিয়ায়। ইয়াৰ ওচৰতে থকা কভ আৰু পইণ্ট কেমাইল' নামৰ ধুনীয়া ঠাইখনত সাগৰৰ পাৰ সমান আৰু কাষত প্ৰকাণ্ড গছ-গছনিৰে পূৰ্ণ। ঠাণ্ডাৰ সময়ত প্ৰকাণ্ড ডাঙৰ পখিলাই জাকে জাকে আহি এই গছবোৰৰ গা-গছ আৰু ডালত এনেদৰে থাকে যে দূৰৰপৰা সজাই থোৱা গছ-গছনি যেন হে লাগে। আমি গছ কেইজোপা চাবলৈ যাওঁতে দুটা এটা পখিলা আছিল কিন্তু শীতকালত হেনো আকাশ ঢাকি পখিলাৰ জাক আহি এই গছবোৰত পৰেহি। ইয়াৰ কাষতে থকা মুকলি বালি মাটিত আইচ

প্লেনট নামৰ লতাবোৰৰ গুলপীয়া আৰু ৰঙাফুলে গোটেই অঞ্চল ঢাকখাই ৰখাত দূৰৰপৰা এখন ধুনীয়া দলিচা যেন হে লাগিছিল। ইয়াৰ পাৰত বিভিন্ন ধৰণৰ সাগৰীয় ফুল, লতা আৰু বিভিন্ন গছৰ বাগিচা দেখা পাইছিলো। সাগৰৰ বুকুত ওলাই থকা শিলৰাশি আৰু একা বেকা উচ্চ উপকূল অঞ্চলে ইয়াৰ সৌন্দৰ্য বঢ়াই তুলিছিল।

পেচিফিক গ্ৰুভৰপৰা আমি পেবেল বিচ বা সোতৰ মাইল ঘূৰা (Seventeen mile drive) বোলা প্ৰশান্ত সাগৰৰ পাৰৰ আন এটা অঞ্চললৈ আহিছিলো। পইণ্ট জ' ( Point joe ) নামৰ সাগৰৰ পাৰত নামি আমি সাগৰৰ বুকুলৈ সোমাই যোৱা বগা শিলবোৰ চাইছিলো। এই অঞ্চল আৱিষ্কাৰ কৰাৰ প্ৰথমতে বহুতো নাবিকে হেনো মণ্টেইৰ উপসাগৰত সোমাবলৈ এইফালে আহিবলৈ চেষ্টা কৰাৰ কাৰণে পানীৰ তলত লুকাই থকা শিলত খুন্দা খাই জাহাজবোৰ ডুব গৈছিল। ইয়াৰপৰা অলপ দূৰ গৈ চাপৰ সাগৰৰ পাৰ পোৱা যায়। স্পেইনৰপৰা জোৱান গৰটলা নামৰ স্পেনিচ নাবিক এজনে মণ্টেইৰ প্ৰণালী বিচাৰি এইখিনি ঠাইলৈ আহি ইয়াতে কিছুদিন থাকি ঠাইখিনিৰ নাম দিলে স্পেনিচ বে'। তেওঁ আকৌ দ্বিতীয়বাৰ আহি মণ্টেইৰ উপদ্বীপ বিচাৰি উলিয়াইছিল। স্পেনিজবে' আৰু পইণ্ট জ'ৰ মাজৰ সাগৰ ঢৌবোৰ বিভিন্ন দিশৰপৰা আহি পাৰত প্ৰচণ্ড খুন্দা মাৰি থকাৰ কাৰণে এইখিনি ঠাইৰ নাম অস্থিৰ সাগৰ ( Restless Sea ) বুলি কোৱা হয়। প্ৰশান্ত সাগৰৰ পাৰৰ বহুতো ঠাইত আন্তৰ্জাতিক সম্মিলন, মিটিং বা সমাবেশৰ কাৰণে বহুতো হলঘৰ বা কনফাৰেন্স হাউছ আছে। এচিল'মাৰ ( Asilomar ) নামে ঠাই এডোখৰতো পৃথিৱীৰ বিভিন্ন দেশৰপৰা অহা ভিজিটিং স্কলাৰসকলৰ এখন সম্মিলন পাতিছিল। সাগৰৰ পাৰ ফুৰা আৰু সাতোঁৰাটো কাৰ্য-সূচীৰ এটা অংশ আছিল। পইণ্টজ'ৰপৰা অলপ দূৰ অহাৰ পিছত আমি সাগৰৰ বুকুত কিছুমান শিলৰ পাহাৰ দেখিছিলো। এঠাইত গাড়ীখন ৰখাই সেই পাহাৰৰপৰা চৰাই আৰু পশুৰ চিঞৰ বাখৰনো কি তাক জানিবলৈ ড্ৰাইভাৰ গৰাকীয়ে ৰাস্তাৰ কাষত থকা বাইনোকুলাৰেৰে চাবলৈ ক'লে। পাহাৰৰ ওপৰৰ অংশত অসংখ্য বিভিন্ন ধৰণৰ চৰাই কলা

কৰি পাহাৰখন ঘেৰি ৰাখিছিল আৰু তলত পেট পেলাই চিল, সাগৰীয় সিংহ, সৰু বাঘ আৰু আন সাগৰীয় পশু আছিল। সিহঁতৰ চিঞৰ বাখৰ সাগৰৰ পাৰলৈ শুনা গৈছিল। বাইনোকুলাৰেৰে ইমান সুন্দৰকৈ দেখা পাই ভাবিছিলো৷ ভগৱানৰ কি অপূৰ্ব সৃষ্টি সাগৰৰ মাজৰ পাহাবৰ বুকুতো সহ-অৱস্থান কৰিছে পশু-পক্ষীয়ে।

মণ্টেইৰ উপদ্বীপটোৰ 'চেভেনটিন মাইল ড্ৰাইভ' নামৰ অঞ্চলটো ব্যক্তিগত সম্পত্তিৰ অঞ্চল। অতি ধনী মানুহে ইয়াত ঘৰ সাজিছে গৰম-কালি ইয়াত কটাবলৈ। তাতোকৈ ডাঙৰ কথা এই অঞ্চলটো গল্ফ খেলাৰ কাৰণে পৃথিৱী বিখ্যাত। স্পাইগ্লাচ হিল গল্ফ কৰ্চ, ডেলমণ্টে ল'জ আদি কিছুমান ঠাই ধনী মানুহৰ গল্ফ খেলাৰ কেন্দ্ৰ। এইবোৰ ঠাইৰ আশে পাশে মানুহৰ ঘৰৰ উপৰিও তুশ সত্তৰ কোঠাৰ হোটেল আছে য'ত ৰাতিটো থাকিবলৈ প্ৰায় ৩০০০ টকা খৰচ কৰিব লাগে। কিন্তু প্ৰতিযোগিতাৰ সময়ত ইয়াতো থাকিবলৈ ঠাই দিব নোৱাৰা হয়।

ধনী মানুহৰ আমোদ-প্ৰমোদৰ কেন্দ্ৰ এই 'চেভেনটিন মাইল ড্ৰাইভত' দামী দোকান, ৰেষ্টুৰা, খেলৰপথাৰ, ল'ৰা-ছোৱালীৰ আমোদ প্ৰমোদৰ ঠাই নিৰ্দিষ্টকৈ আছে। বেছিভাগত গল্ফ খেলৰ পথাৰ য'ত মানুহে খেলিয়ে আছে। গল্ফৰ বাহিৰেও উপকূল অঞ্চলত পল' খেলাটো অতি জনপ্ৰিয়। আমি সাগৰৰ পাৰত বৈ তেনে এখন খেল খুব বেছিকৈ উপভোগ কৰিছিলো।

এই অঞ্চলত চাইপ্ৰাচ গছৰ প্ৰয়োজৰ অতি বেছি। মূৰটো হাতী এটাৰ দৰে মেলা গছবোৰ দেখিবলৈ বৰ ধুনীয়া। ইয়াত 'চাইপ্ৰেচ পইণ্ট লুক আউট' নামৰ ঠাই এডোখৰ আছে য'ৰপৰা মণ্টেইৰ একাবেকা অঞ্চল ধুনীয়াকৈ দেখা পোৱা যায়। আমি চোৱাৰ দিনা বতৰ ফৰকাল হোৱাৰ কাৰণে বিশ মাইল দূৰৈত থকা পইণ্টচুৰ লাইট হাউচটো অলপ অলপ দেখা পাইছিলো। শেৰিনে আমাক অলপ দূৰৈৰ সাগৰৰ ভিতৰলৈ জোঙাকৈ সোমাই যোৱা শিলৰ টিলা এটালৈ লৈ গৈছিল। দূৰৈৰপৰা দেখিছিলো শিলৰ মাজত মাত্ৰ এজোপা চাইপ্ৰাচ গছ থিয় হৈ আছে।

ধূৰুষৰ সোণালী পোহৰত গছজোপা উদ্ভাষিত হৈ উঠিছে। আকাশত মেঘৰ মাজত ৰামধেনু, কজলা, ৰঙা, সোণবৰ্ণ, তলত ৰ'দৰ পোহৰত সাগৰৰ উদ্ভাষিত পানী কি অপূৰ্ব দৃশ্য! শিলৰ ওপৰত উঠি দেখা কেইবাজন শিল্পীয়ে তুলিকাৰে আঁকিব ধৰিছে। এই জোপাই বিখ্যাত "ল'নলি চাইপ্ৰাচ" অৰ্থাৎ অকলশৰীয়া চাইপ্ৰাচ। সাগৰৰ পাৰত শিলৰ ওপৰত কোনোবা শাপভ্ৰষ্টা নাৰীয়ে যেন দিন গণি আছে মুক্তিৰ অপেক্ষাত। মাত্ৰ এজোপা গছ শিলৰ মাজত হোৱাটো সঁচাকৈয়ে বৰ আচৰিত। পথত থিয় হৈ দূৰৰপৰা বাইনোকুলাৰ লৈ বহুতো মানুহে ইয়াৰ ৰূপ উপভোগ কৰিছে। শুনিছিলোঁ কবৰ দৰে এই গছজোপা লৈ বহুতো বিখ্যাত কবিতা আৰু শিল্পীৰ হাতৰ পৰশত ছবিৰ সৃষ্টি হৈছে। ছাইপ্ৰাছ গছজোপাৰ সৌন্দৰ্য সঁচাকৈয়ে যেন অলপ বেলেগ ধৰণৰ। মই মোৰ মনৰ ভাবটো প্ৰকাশ কৰি কৈছিলো যে গছজোপা দেখিলে ঋষিৰ শাপ, শিলাভ্ৰষ্টা হোৱা ঋষি পত্নীৰ কথাহে মনত পৰে—তেওঁলোকে খুব ভাল পাইছিল।

স্পেইনৰ এজনে কৈছিল তেওঁলোকৰ পৌৰাণিক উপাখ্যানটো এনে ধৰণৰ ঘটনাৰ বিৱৰণ বেলেগ ধৰণে পোৱা যায়। আমি ল'নলি চাইপ্ৰাচৰ শিলত বহি সাগৰৰ বুকুত সূৰ্য ডুব যোৱা চাই এখন ৰেষ্টুৰাত চাহ খাবলৈ আহিছিলো। শুনিছিলোঁ কৈছিল এইবাৰ তোমালোকক এনেকুৱা এটা বস্তু দেখুৱাম যিটো দেখিলে ভয় খাবা। আন্ধাৰ হোৱাৰ লগে লগে সাগৰৰ পাৰৰ একা বেকা ৰাস্তাৰে আনি এঠাইত তাই লাইট নুমাই দি ক'লে সন্মুখলৈ চোৱা। "আমি সন্মুখলৈ চাই ৰাস্তাৰ কাষত ছাল বাকলি নোহোৱা প্ৰকাণ্ড বগা গছ এজোপা দেখা পাই আচৰিত হৈছিলো। সাগৰৰ বতাহ আৰু পানীত ছাল বাকলি এৰাই যোৱাত চাইপ্ৰাচ গছ জোপা দেখিবলৈ অদ্ভুত আকাৰৰ হৈছে। শুনিছিলোঁ কৈছিল যে আন্ধাৰ ৰাতি কোনোবা এইফালে আহোতে দূৰৰপৰা গছজোপা ভূত বুলি খুব ভয় খোৱা কাৰণে ইয়াৰ নাম দিছে "ভূত-গছ"। গছজোপাৰ আকৃতিও বেলেগ আৰু অতি পুৰণি হোৱাৰ কাৰণে একাবেকা ঠাল-ঠেঙুলি ওলাই বেলেগ ধৰণৰ গছৰ সৃষ্টি কৰিছে। ওচৰত আৰু গছ থাকিলেও সেইবোৰ

কিন্তু আন গছৰ দৰেই আমাৰ অসমতো ক'ত ধৰণৰ এনেকুৱা গছ-গছনি, ধুনীয়া ঠাই আছে, কিন্তু আমি তাকে সজাই পৰাই ৰাখিব পৰা নাই। পেবেল বিচত ফুৰোতে কেইবাটাও হৰিণা দেখা পাইছিলো। গল্‌ফ ফিল্ডবোৰত নির্ভয়ে ঘাঁহ খাই ঘুৰি ফুৰা আৰু দেখিলে ওচৰলৈ নাহিলেও পলাই নোযোৱা হৰিণাবোৰ দেখি সঁচাকৈ বৰ ভাল লাগিছিল।

দিনটো ঘূৰি ঘূৰি ভাগৰ লাগিলেও নতুন ঠাই চোৱাৰ হেঁপাহ যেন শেষ হোৱা নাছিল। ৰাতি আঠমান বজাত সান্তা মণিকা নামে ঠাইৰ 'হলিডে ইনত' আমি ৰাতিটো কটালো।

পিছদিনা আমি কাৰমেল নগৰ চাবলৈ বুলি যাত্রা কৰাৰ সময়ত সান্তা মণিকাৰ চাৰিওকাষটো চাই ললো। সাগৰৰ পাৰত ফুলেৰে জকমকাই থকা পার্কত মানুহে ছাতিৰ তলত বহি, কিছুমানে পানীত সাতুৰি ৰ'দ লগাইছিল। ৰাস্তাৰ চাৰিওকাষে তাল গছৰ শাৰী আৰু দূৰৈত খেজুৰ গছবোৰ দেখি আমাৰ তামোল গছবোৰলৈ মনত পৰিছিল।

কাৰমেল চহৰখন অতিপুৰণি নগৰ। সাগৰৰপৰা ওখ এঢলীয়া অঞ্চলত স্পেনিচসকলে স্থাপন কৰা এই নগৰখন এসময়ত বৰ প্রসিদ্ধ আছিল। কাৰমেল সৰু সৰু ধুনীয়া চুচলীয়া ঘৰবোৰ, দৰজাৰ দৰে খিৰিকীত লেচৰ পর্দাৰ সৈতে পুতলা ঘৰ যেন লাগিছিল। আমি এটা আন্ধাৰ ৰাস্তাৰে ঘৰবোৰ চাই ওপৰলৈ উঠি যাওঁতে শ্বেৰিনে কৈছিল যে ইয়াৰ মানুহবোৰো ৰক্ষণশীল। ইয়াৰ মানুহে ৰাস্তাত লাইট নিবিচৰাৰ কাৰণে এই অঞ্চলৰ ৰাস্তা কিছুমানত লাইট নাই। লণ্ঠন দি ৰাস্তা পোহৰ কৰি ৰাখিছে। শ্বেৰিনে কৈছিল যে ইয়াত বেছিকৈ মেক্সিকো, ইটালী আৰু স্পেইনৰপৰা অহা মানুহৰ সংখ্যা বেছি হোৱাৰ কাৰণে তেওঁলোকে এতিয়াও নিজৰ সংস্কৃতি বজাই ৰাখিবলৈ যত্ন কৰে। স্পেইনৰপৰা অহা মানুহসকল বোলে আৰু ৰক্ষণশীল। তেওঁলোকে ভাগ্যৰ অন্বেষণত আনঠাইত যোৱাতকৈ ইয়াত থকাই পচন্দ কৰে। বার্কলেত এখন আলোচনা চক্রত এগৰাকী স্পেইনৰ মহিলাই কোৱা এতিয়া মনত পৰিছে। তেওঁ কৈছিল যে তেওঁ স্পেইনৰ ইয়াত পঢ়িবলৈ আহি ইয়াত বিয়া কৰাই দুটা সন্তানৰ মাক হৈছে। মাক হিচাপে তেওঁ স্পেইনৰ শিক্ষাৰে ল'ৰা-ছোৱালী দুটাক

নৈতিক শিক্ষাত আচৰণ আৰু নীতি নিয়মৰ বিষয়ে শিক্ষা দিছিল। সকলে সেইবোৰ মানি ললেও বৰ্তমানে বাৰ বছৰত ভৰি দি সিহঁতে মাকক দেখা কৰিবলৈ আৰাম্ভ কৰিছে। সিহঁতে যি সমাজত বাস কৰিছে তাৰ ল'ৰা-ছোৱালীয়ে সিহঁতক গোড়া বুলি হাঁহিবলৈ ধৰিছে যাৰ ফলত সিহঁতৰ মনত সৃষ্টি হৈছে সংঘাতৰ। চৈধ্য বছৰীয়া ল'ৰাজনে এদিন আহি হঠাৎ মাকক প্ৰশ্ন কৰিছিল যে মাকে ওঠৰ বছৰৰ আগতে ছোৱালীৰ লগত বাহিৰলৈ যোৱাটো বেয়া বুলি কৈছিল কিন্তু তাৰ লগৰ ল'ৰাবোৰে তাক ঠাট্টা কৰি ছোৱালী বান্ধবীৰ লগত ফুৰিবলৈ যায়। তেওঁ'আমাক কৈছিল যে সিহঁতক পতিয়ন নিয়াবলৈ ভীষণ কষ্ট কৰিব লগীয়া হয়। ল'ৰাটোৱে ডেটিং কৰিবলৈ আৰম্ভ কৰিছে। মই কৈছিলো যে সকলো সমাজত সেই একে সমস্যা বিভিন্ন ধৰণে থাকে।

কাৰমেলত 'ছানকাৰ্লজ বৰমিও' নামৰ গীৰ্জাঘৰটো চাবলৈ গৈছিলো। ১৭৭০ চনত ফাদাৰ জুনিপেৰ' সেৰা নামৰ এজন ধৰ্ম যাজকে কাৰমেল স্পেইনৰ দখলত অহাৰ লগে লগে এই মিশ্ৰণ স্থাপন কৰিছিল। গীৰ্জাটো পুৰণি হলেও খুব সযত্নে ৰখাৰ কাৰণে ফুলৰ বাগান চাৰিওফালৰ ল'নে গীৰ্জাটো চকুত লগা কৰি ৰাখিছে। গীৰ্জাটোৰ ওপৰৰ এটা অংশত আমাৰ শৰাইৰ ওপৰৰ ঢাকনিৰ দৰে ঘূৰণীয়াকৈ সজা। ওপৰত মূৰটোত কেৰল ক্ৰছডাল দিয়া আছে। আমি লাইব্ৰেৰী উপাসনা ঘৰ আৰু গীৰ্জাটো চাই উভটি আহি ফুলনিখনত বিভিন্ন ফুলৰ সমাবেশৰ সৌন্দৰ্য উপভোগ কৰি থাকোতে এজনে পিছফালৰপৰা মাতিছিল। "আপুনি ভাৰতৰপৰা আহিছে নেকি?" মই আচৰিত হৈ উভটি চাওঁতে এজন দক্ষিণ ভাৰতৰ মানুহে মোলৈ চাই প্ৰশ্নটো কৰা দেখি মই হাঁহি 'হয়' বুলি কোৱাত তেওঁ ক'লে যে তেওঁ শ্ৰীলঙ্কাৰপৰা আহিছে। কিন্তু তেওঁৰ পূৰ্বপুৰুষ মাদ্ৰাজৰপৰা আহিছিল।

তেওঁ এজন ধৰ্ম প্ৰচাৰক হৈ হংকং ম্নিগ্যণত থকাৰ পিছত ধৰ্মযাজক হৈ ইয়াৰ আন্তৰ্জাতিক ধৰ্ম আলোচনা চক্ৰ এখনত যোগ দিবলৈ এমাহ মানৰ আগতে আহিছিল। ধৰ্মযাজক হৈ এওঁ বিভিন্ন দেশৰ গীৰ্জাত আছে যদিও আমেৰিকাৰ ছানকাললচ অতি পুৰণি আৰু নামজ্বলা ধৰ্ম

যাজকৰ প্ৰশিক্ষণ কেন্দ্ৰত থাকি ভাল পায়। তেওঁ ক'লে যে জাফনাত তেওঁৰ সম্বন্ধীয় মানুহ থাকিলেও শ্ৰীলঙ্কাৰ অশান্তিৰ কাৰণে তেওঁ তালৈ যাব পৰা নাই আৰু অহা খ্ৰীষ্টমাচতহে যোৱাৰ কথা ভাবিছে যদিহে কোনো অস্বস্তিকৰ ৰাজনৈতিক অৱস্থাৰ সৃষ্টি নহয়। অলপ কথা পাতি আমি তেওঁৰপৰা বিদায় লৈছিলো যদিও ওচৰচুবুৰীয়া দেশৰ মানুহজনক লগ পাই খুব ভাল লাগিছিল। তেওঁ বাৰে বাৰে কৈছিল যে ধৰ্মৰ নামত শান্তি, মৈত্ৰী আৰু বন্ধুত্ব প্ৰচাৰ কৰিলেও দেশে দেশে লগা যুদ্ধৰ অগ্নিয়ে মানুহৰ মন দগ্ধ কৰি পেলাইছিল। মানুহৰ মাজত বিশ্বাস, স্থিৰতা আৰু নিৰ্ভয় দিয়া শক্তি লাহে লাহে কমি যোৱাৰ কাৰণে মানুহৰ মনত সংশয়ৰ সৃষ্টি হৈছে বেছিকৈ। হাজাৰ বিপদৰ মাজত ধৰ্মৰ বিশ্বাসেই পৰম নিশ্চয়তা দিয়ে মানুহক। দুখেৰে কোৱা তেওঁৰ কথাত তেওঁৰ নিজৰেই যেন ক'ৰবাত সংশয় অলপ আছিল হয়তো মনত নাইবা তেওঁৰ প্ৰচাৰত।

কাৰমেল চহৰখন এবাৰ ঘূৰি আমি ইয়াৰ দোকানবোৰত থকা হস্ত-শিল্পৰ নিদৰ্শন চাইছিলো। ইয়াৰ লেচৰ কাম অতি বিখ্যাত। মই দুখনমান লেচৰ ৰুমাল আৰু ধুনীয়া টেবুলক্লথ এখন কিনিছিলো। কেইজনমানে ঘাঁহৰ ধুনীয়া টুপী কিনি নিজে পিন্ধিছিল আৰু বন্ধু বান্ধবলৈ লৈছিল। আমাৰ তুলনাত বস্তুবোৰৰ বেছি দাম যেন অনুভৱ কৰাৰ কাৰণে মই বেছি কিনাৰপৰা বিৰত আছিলো। কাৰমেলৰ সাগৰৰ পাৰ হেনো অৱসৰ সময় কটাবলৈ আৰু সাতুৰিবলৈ বৰ ভাল। পাৰৰপৰা ক্ৰমান্বয়ে এঢলীয়া আৰু সাগৰৰ সোঁতো কোৱাল নোহোৱাৰ কাৰণে মানুহে সাতুৰিবলৈ ভাল পায়। আমাৰ লগত অহা চুইডেন, স্পেইন আৰু পোলেণ্ডৰ ছোৱালী কেইজনী সাতোঁৰা পোছাক পিন্ধি সাতোৰা দেখি আমি বালিৰ ওপৰতে বহি সাগৰৰ সৌন্দৰ্য উপভোগ কৰিছিলো। সৰু সৰু ল'ৰা-ছোৱালীয়ে ৰবৰৰ ব'ল লৈ পানীত সাতুঁৰি খেলা খেল চাই খুব আনন্দ পাইছিলো। মই সাতুৰিব নজনাৰ কাৰণে ভৰি দুখনকে তিয়াই উভটি আহোতে কেইগৰাকীমানে গাত তেল লগাই ৰ'দৰ পোহৰত বালিৰ ওপৰত শুই থকা দেখি মনতে ভাবিছিলো বগা ক'লা কৰাৰ কি প্ৰয়াস। কাৰমেল উপসাগৰ আৰু কাৰমেল উপত্যকাত বহুতো জীৱজ সাগৰীয় আৰু বনজ আপুৰুগীয়া সম্পদ থকাৰ

কাৰণে সাগৰ বনৰাশি আৰু ইয়াত থকা গছ-গছনি জীৱ-জন্তু ৰাষ্ট্ৰীয় সম্পদ হিচাপে পৰিগণিত কৰাৰ কাৰণে কোনো বস্তু নষ্ট কৰিব নোৱাৰে।

আমি সেই দিনা সান্তামণিকাৰ হলিডে ইনত থাকি পিছদিনা পুৰা ডিজনি লেণ্ড চাবলৈ ওলালো।

## ছান ফ্ৰান্সিস্কোৰপৰা মিকি মাউচৰ দেশ ডিজনিলেণ্ড

আমেৰিকাত দুটা অঞ্চলে মোৰ মন বৰকৈ আকৰ্ষণ কৰিছিল—এখন হৈছে ছান ফ্ৰান্সিস্কো চহৰ—উপসাগৰৰ পাৰত অৱস্থিত অত্যাধুনিক আৰু জনপূৰ্ণ ধুনীয়া চহৰ আৰু আনখন হৈছে ল'ৰা-ছোৱালীৰ আকৰ্ষণৰ এক শিক্ষণীয় আমোদ প্ৰমোদৰ অঞ্চল ডিজনিলেণ্ড।

লচ এঞ্জেলেচ এৰি মটৰেৰে ডিজনিলেণ্ডলৈ আহোতে মই কল্পনাই কৰিব পৰা নাছিলো যে এইখন ঠাই সাধুকথাৰ পৰীৰ দেশৰ এক সপোন পুৰী হ'ব বুলি। সৰু সৰু ল'ৰা-ছোৱালীৰ মাজত অতিশয় জনপ্ৰিয় মিকি মাউচ যে জীৱন্ত ৰূপ পাইছে এই ডিজনিলেণ্ডত তাক নেদেখিলে বিশ্বাস কৰিবলৈ টান। মিকি মাউচৰ চিত্ৰাংকণৰ বয়স ষাঠি হৈছে কিন্তু ল'ৰা-ছোৱালীৰ মনত এতিয়াও জীৱন্ত হৈ আছে। আমাৰ অসমত সৰু সৰু ল'ৰা-ছোৱালী কেইজনমানক ডিজনিলেণ্ডলৈ যোৱা বুলি কওঁতে বুজি পোৱা নাছিল; কিন্তু মিকি মাউচৰ দেশলৈ যোৱা বুলি কওঁতে অতি আগ্ৰহেৰে কৈছিল "সঁচাকৈ নে? মিকি মাউচে কি কি কাম কৰে? কেনেকৈ দেখুৱায় সেইবোৰ"। গুৱাহাটীত ল'ৰা-ছোৱালীয়ে দেখুৱা আগ্ৰহৰ পৰাই বুজি পাইছিলো। মিকি মাউচে তেওঁলোকৰ কল্পনা জগতত কিমান ঠাই জুৰি আছে। আমি যাওঁতে ওপৰৰ ঢাকন খুলি উভতি অহা গাড়ীবোৰত প্ৰকাণ্ড মিকি মাউচৰ পুতলা আৰু বেলুনলৈ উৰুলিকৃত ল'ৰা-ছোৱালীৰ বিমল আনন্দ দেখি মনটো বৰ ভাল লাগিছিল। আমি ডিজনিলেণ্ড সোমোৱাৰ প্ৰায় দুই ফাৰ্লংমান দূৰৰপৰা বৰফে ঢকা দীঘলীয়া ওখ পাহাৰ এখন দেখি সেইটো কি বুলি সোধাত ড্ৰাইভাৰ গৰাকীয়ে কৈছিল যে সেইটো ইউৰোপৰ মেটাৰ হৰ্ণ পৰ্বতৰ আহিত শিলেৰে প্ৰস্তুত কৰা

এটা কৃত্রিম পাহাৰ য'ত বগা ৰংটো এনে ধৰণে দিছে যে ওচৰৰপৰাও ইয়াক বৰফৰ পাহাৰ যেন লাগে। ডিজনিলেণ্ডু পাবলৈ আধা ফার্লংমান দূৰত গাড়ী থবলগীয়া হ'লেও পুতলাৰ ৰেলগাড়ীত উঠি ঘূৰণীয়াকৈ ঘূৰি ডিজনিলেণ্ডুৰ দুৱাৰ মুখ পালো। বিভিন্ন ৰঙেৰে সজোৱা ধুনীয়া ৰেলগাড়ীবোৰ দেখিয়ে ডিজলেণ্ডুৰ পয়োভৰ বুজিব পাৰিছিলো।

ডিজনিলেণ্ডুখন এজন অতি প্ৰতিভাশালী মানুহৰ সৃজনীশীল প্ৰতিভাৰ মুক্ত প্ৰকাশ। শিশু মন জনা এই মানুহজনৰ নাম আছিল ওৱাল্ট ডিজনি ( Walt Dejney ) প্ৰত্যেক শনিবাৰে তেখেতৰ ছোৱালী দুজনীক কোনো পার্ক বা খেলা ঠাইলৈ ফুৰাবলৈ নিওঁতে তেখেতে একো নকৰাকৈ বিৰক্ত হৈ বহি থাকিবলগীয়া হৈছিল। বহি বহি তেখেতে ল'ৰা-ছোৱালী মাক-বাপেক বা অভিভাৱকে সমানে উপভোগ কৰিব পৰা আনন্দময় কিবা ব্যৱস্থা কৰিব পাৰি, তাক ভাবি আছিল। তেখেতৰ কল্পনাক বাস্তৱ ৰূপ দিবলৈ তেখেতে প্ৰথমে এশ ষাঠি একৰ ধুলিৰে ভৰা কমলা টেঙাৰ বাগান এখনত সৰুকৈ কিছুমান খেলৰ বস্তু, মিকি মাউচ আৰু উপভোগ্য বস্তু থোৱাৰ লগে লগে ই এক আকর্ষণীয় কেন্দ্ৰ হৈ পৰে। লাহে লাহে ইয়াক বহলাই বিজ্ঞানৰ নতুন আৱিষ্কাৰো যোগ দিয়াত ই পৃথিৱী বিখ্যাত এক উপভোগৰ আকর্ষণীয় অঞ্চল হৈ পৰিছে। ডিজনিলেণ্ডুক বর্ণাব নোৱাৰি কিন্তু ইয়াৰ প্ৰভাৱ বৰ বেছিকৈ মনৰ মাজত থাকে—সৰু ল'ৰা-ছোৱালীৰ কাৰণেতো ই এক সপোনৰ দেশ।

দুৱাৰমুখ পাওঁতেই আমি অনুভৱ কৰিছিলো এইখন মিকি মাউচৰ দেশ। গেটত, দুৱাৰ মুখত, ভিতৰত সকলোতে মিকিৰ ছবি, ফেষ্টুন, বেলুন টুপী বিৰাজমান কেইবাখন গেটত ভিতৰলৈ সোমাবলৈ লাইন পাতি ৰৈ থকা ল'ৰা-ছোৱালীবোৰক মিকি মাউচে সম্ভাষণ জনাইছিল। মিকিৰ সাজ পিন্ধি থকা ল'ৰা-ছোৱালীবোৰক কোনেও মানুহ বুলি নাভাবি মিকি মাউচ হিচাপে লৈছিল। ভিতৰ সোমায়ে মিকি মাউচৰ লগত খেলিবলৈ লৈছিল। ঘূৰণীয়া পথটোৰ গছৰ আঁৰলৈ এটা দলৰপৰা আন এটা দলৰ মাজত খেলা কৰিবলৈ লওঁতে ল'ৰা-ছোৱালীবোৰে চিঞৰিছিল। "মিকি হুৰেৰ আৰ ইউ কাম টু আচ"। মাক বাপেক সকলে খুব ফটো তুলিছিল।

মই মিকি মাউচৰ খেল চাই ফটো তুলিবলৈ খোজোতে প্ৰকাণ্ড ভালুকে এটা মোৰ ওচৰত থিয় হৈ হাতখন মেলি কেমেৰাটো লৈ 'ক্লিক' কৰিলে। ল'ৰা-ছোৱালীৰ কি ফূৰ্ত্তি। কোনোবাই ফটো তুলিবলৈ খোজাত মোৰ একেবাৰে ওচৰ চাপি হাঁহি এটা মাৰি ফটো উঠিছিল। এইখন দেশ জন্তুৰ দেশ। চৰিওফালে বিভিন্ন জন্তুৰ সাজ পাৰ পিন্ধি ল'ৰাবোৰে ঘূৰি ঘূৰি ল'ৰা-ছোৱালীৰ লগত এনেকৈ খেলা কৰিছিল যে কণ কণ ল'ৰা-ছোৱালীয়ে সঁচা জন্তু বুলিয়ে ভাবিছিল। আমাৰে ভুল হৈছিল। ডোলাপুৰ সাজপিন্ধি ওলোৱা হাঁহ কেইটাক কি মৰম কৰিছিল ল'ৰা-ছোৱালীয়ে।

মিকি মাউছৰ জন্ম হৈছিল ১৯২৮ চনত। 'স্ত্ৰীম-বট উইলি ( Streem Boat Willie ) বোলা অংকিত হোৱা এক কাকতত। ফ্ৰেঙ্ক থমাছ বোলা এক শিল্পীয়ে ওৱাল্ট ডিজনীয়ে ( Walt Dijney ) দিয়া নিৰ্দেশ মতে "মিকি মাউছক' ভালদৰে সাজি কাচি উলিয়াইছিল ১৯৩৫ চনত। কিন্তু মিকি মাউছক পৃথিৱী বিখ্যাত কৰিছিল দুজন শিল্পীয়ে মিঃ থমাচ আৰু মিঃ ওলি ডানষ্টনে। গল্পৰ কিতাপ, কাৰ্টুন, মুখা. ছবি, কাৰ্ড আদিত মিকি মাউছক ইমান মনোগ্ৰাহীকৈ আঁকিছিল যে, ল'ৰা-ছোৱালী মনে সজা খেলত ( Make believe play ) ইন্ধন যোগাইছিল আৰু শিশু সকলৰ অতি প্ৰিয় হৈ পৰিছিল।

ডিজনিলেণ্ড কেৱল ৰম্যপুৰীয়ে নহয়, ই এক বৃহৎ অনানুষ্ঠানিক শিক্ষাস্থল। ইয়াক কেইবা ভাগতো ভগোৱা হৈছে। বিভিন্ন দেশৰ ভৌগলিক জ্ঞান চকুৰে চাই লবলৈ, পশু-পক্ষীৰ মাত শুনিবলৈ আৰু অত্যাধুনিক বৈজ্ঞানিক আৱিষ্কাৰৰ বিষয়ে জানিবলৈ বিভিন্ন এলেকা মনোগ্ৰাহীকৈ সজোৱা আছে। মূল ৰাস্তাৰে ধুনীয়াকৈ সজোৱা ৰেল গাড়ী, পুৰণি মটৰ আৰু ঘোঁৰা গাড়ীৰে গোটেইখন চাব পাৰি। ওপৰত থকা ৰচীৰ সৰু সৰু আকাশী যানেৰে ওপৰেদি ঘূৰিব পাৰি। আমি প্ৰথমতে পোৱা এলেকা 'এডভেঞ্চাৰ লেণ্ড'লৈ সোমাই যাওঁতে ইয়াৰ কাৰুকাৰ্য আৰু বস্তুবোৰৰ বিশেষত্ব আৰু উপস্থাপনত অফ্ৰিকা, দক্ষিণ এছিয়া আৰু আন দেশৰ জীৱন যাত্ৰা আৰু ক'লা শিল্পৰ নিদৰ্শন পাইছিলোঁ। কৃত্ৰিম নৈ এখনৰ সৃষ্টি কৰি

তাঁত নাও আৰু জাহাজেৰে গোটেই এলেকাটো ভ্ৰমণ কৰাৰ সুবিধা কৰি দিছে। নৈৰ চাৰিওফালে হাবি-জংঘল, ওখ ওখ গছ, বিভিন্ন ধৰণৰ ফুল, হাতী-ঘোঁৰা, পশু-পক্ষী, নদীত জলহস্তী, ঘৰিয়াল আৰু নাচি থকা আদিমবাসী আদি দেখুৱাই আফ্ৰিকা আদি দেশৰ ভৌগলিক জ্ঞান দিয়াৰ প্ৰয়াস কৰিছে। ইমান স্বাভাৱিক পৰিবেশ এটাৰ সৃষ্টি কৰিছে যে ল'ৰা-ছোৱালীৰ কথা বাদেই ডাঙৰেও জীৱ-জন্তু কিছুমান নিৰ্জীৱ বুলি ভাবিবলৈ টান পায়। পাৰত থকা ঘৰবোৰো বিভিন্ন দেশৰ পুৰণি ভাস্কৰ্যত সজাৰ কাৰণে ইয়ালৈ মানুহৰ মন আকৰ্ষিত হয়। ইয়াৰ চুইছ ফেমিলি, ট্ৰি হাউছৰ কাৰুকাৰ্য চাবলগীয়া। গছৰ ওপৰত কৰা এই কাঠৰ ঘৰটোত বিভিন্ন, কোঠাত নাম জনা-অজনা অলেখ ফুলৰ, অকিড কেকটাচ বিভিন্ন ধৰণৰ লতাৰ সমাবেশ। টি কি বোলা কোঠাটোত বিভিন্ন ধৰণৰ চৰাইৰ সুৰদী মাত বিশেষকৈ ৰঙা ঠোঁটৰ ভাটৌটোৱে অতি দীঘলকৈ সুহুৰিওৱা শুনিবলৈ মানুহ গোট খাইছিল।

আমি টিকি কোঠা চাই 'ফ্ৰণ্টিয়াৰলেণ্ড'লৈ আহিছিলো। ফণ্টিয়াৰলেণ্ড বিখ্যাত হোৱাৰ কাৰণ হ'ল—ইয়াত বাহিৰৰ দেশৰ পৰা মানুহ আহি কলনি পাতি কেনেকৈ বসবাস কৰিছিল তাৰ এটা আভাস দিছিল। এখন নদীৰ দুয়োফালে পাহাৰ গছ-গছনি আদিম গছৰ ওপৰত ঘৰ, পানী তোলা কাঠৰ চকা, ঘোঁৰা শাল আদি বহুতো বস্তু স্বাভাৱিক পৰিবেশত ৰখা হৈছে। আমি "মাৰ্ক টৱেইন" বোলা জাহাজ এখনত উঠি পাহাৰৰ ওপৰত থকা দুৰ্গ, কাঠেৰে সজাঘৰ ( Cabin ), নদীৰ পাৰৰ ভঙা দলং, জুই লগা ঘৰ, ৰেড ইণ্ডিয়ানৰ পঁজা আদি চাইছিলো। সেইদিনৰ নাও কলম্বিয়া নামৰ জাহাজখনৰ আহিত সজা নাও জাহাজত উঠি মানুহে নদীত বিচৰণ কৰিছে। কিছুমানে নাও বান্ধি ওপৰলৈ উঠি পাহাৰখন চাবলৈ গৈছিল হয়তো পিতামহসকলৰ বাসস্থানৰ আহি চাবলৈ।

ইয়াৰ পিছত 'বিয়েৰ কাণ্ট্ৰি' বা ভালুকৰ দেশলৈ যাওঁ। এইখন সঁচাকৈয়ে যেন ভালুকৰ দেশ য'ত ভালুকে বাদ্যযন্ত্ৰ বজাইছে, নাচিছে, গান গাই ল'ৰা-ছোৱালীক মৰম কৰিছে। ভালুকে পতা খেল চাবলৈ ল'ৰা-ছোৱালীৰ কি আগ্ৰহ ভালুকৰ থিয়েটাৰ চাবলৈ ল'ৰা-ছোৱালীয়ে

মাক-বাপেকক টানি লৈ যোৱা দেখি মোৰ ল'ৰা-ছোৱালী দুটালৈ মনত পৰিছিল। ভালুকৰ দোকান বন্দুকৰ নিচান কৰি বহুতে ভালুকৰ পুতলা লৈছিল। ইয়াৰ পিছত আমি 'নিউ অলিয়েন্স' স্কোৱাৰলৈ আহিছিলো। মিচিচিপি নদীৰ বদ্বীপত থকা এখন নগৰৰ আৰ্হিত গঢ়ি তোলা এই অঞ্চলত ফ্ৰান্সত থকা দৰে ঘৰ, খোৱা ঠাই, দোকানৰ বাহিৰেও হান্টিভ্ হাউছটো অতি বিখ্যাত। ভূতৰ ঘৰটোৰ ভিতৰৰ পৰিবেশটো সঁচাকৈয়ে অলগা, নিজে নিজে আন্ধাৰত দুৱাৰ মেল খোৱা লেম্প লৈ অহা মানুহটোৰ ৰূপ নিজে নিজে বজা গানবোৰ শুনি আৰু দেখি নিজৰে গাটো শিয়ৰি উঠিছিল।

ল'ৰা-ছোৱালীৰ বাবে আটাইতকৈ আকাৰ্ষণীয় অঞ্চল আছিল 'ফেন্টাচিলেণ্ড' আৰু টুমৰোলেণ্ড। ফেন্টাচিলেণ্ডত থকা দূৰৈৰপৰা বগা বৰফৰ পাহাৰটো চাবলৈ সকলো আগ্ৰহান্বিত হৈ আছিলো। এইটো চুইজাৰলেণ্ডৰ মেটাৰ হৰ্ণ পাহাৰৰ আকৃতিত সাজি উলিয়াইছিল। থিয়গড়া এই পাহাৰৰ ওপৰলৈ কিছুমান ল'ৰাই ৰচী লগাই উঠি গৈছিল। ইয়াৰ গাৰে তলৰপৰা ওপৰলৈ যোৱা 'থাণ্ডাৰ ট্ৰেইন' খন বিখ্যাত। পাহাৰৰ তলৰপৰা ওপৰলৈ আৰু ওপৰৰ পৰা তললৈ গুহাৰ মাজেৰে হুৰহুৰাই দ্ৰুতগতিত চলা ট্ৰেইখনত বহি ল'ৰা-ছোৱালীবোৰে ভয়ত বা আনন্দতে চিঞৰিব ধৰিছিল। ধৰাৰ সুবিধা থাকিলেও নামি আহোতে পৰি যাওঁ যেন লাগিছিল। ইয়াৰ শ্লিপিং বিউটি কাচেল দুৰ্গটো অতি ধুনীয়াকৈ সজাই উলিয়াইছিল। আমি যোৱাৰ দিনা দুৱাৰ মুখত মানুহ কেইজনমানে বিভিন্ন ধৰণৰ ব্যায়াম কৰি দেখুৱাইছিল। তিনিশ মিটাৰৰ ওপৰৰপৰা জাপ মৰাটো চাবলৈ মানুহৰ যথেষ্ট ভিৰ হৈছিল। ইয়াৰ কাষতে থকা বহুতো চিনেমাৰ দৃশ্যত থকা 'লাফিং ডাম্ব' 'ডি ফ্লাইঙ এলিফণ্টে' খেলত প্ৰকাণ্ড কাণেৰে হাঁহি থকা হাতীৰ মূৰ্ত্তি কেইটাত উঠি এপাক ঘূৰিবলৈ ল'ৰা-ছোৱালী, মাক-বাপেকৰ কি দীঘল শাৰী। ইয়াৰ আন এটা আকৰ্ষণীয় বিষয় হৈছে একে শাৰীত থিয় হৈ থকা জনপ্ৰিয় শিশুৰ মনোগ্ৰাহী সাধু কোৱা ঘৰবোৰ। পুৰণি ৰোমান আৰু ইংৰাজৰ ঘৰৰ ভাস্কৰ্যেৰে সজা ঘৰবোৰৰ প্ৰত্যেকতে একোটা সাধু বৰ্ণাই যায়। সেই

ধৰণৰ পুতলাবিলাকে। এখন ট্ৰলিত উঠি চাৰিওফালে ঘূৰি গুহাৰ মাজেৰে গৈ 'স্ন হোৱাইট্', 'পিনচিঅ', 'মিঃ টড', 'পিটাৰ পেন' আদি সাধুবোৰৰ নায়ক নায়িকাক দেখি আৰু ইমান বাস্তৱ ৰূপ দিয়া দেখি ল'ৰা-ছোৱালীবোৰে আকৌ চাম বুলি মাক-বাপেকৰ লগত জিদ ধৰিছিল। ল'ৰা-ছোৱালীৰ কল্পনা শক্তি আৰু সিহঁতৰ এই সময়ত মনে সজা প্ৰবৃত্তিক ইমান মনোগ্ৰাহীকৈ ঝংকাৰিত কৰিছিল যে ল'ৰা-ছোৱালীয়ে জীৱন্ত সাধুবোৰ এৰি থৈ আহিব খোজা নাছিল।

টমৰোলেণ্ড আছিল আমেৰিকাৰ বৈজ্ঞানিক দিশত উন্নতি কৰাৰ চৰম নিদৰ্শন। ইয়াত পানীৰ তলত চলা সৰু জাহাজ, মন'ৰেল, আকাশৰ ওপৰেৰে চলা, 'স্কাই কাৰত' উঠিবলৈ সকলো ল'ৰা-ছোৱালী আগ্ৰহান্বিত। স্পুটনিকত উঠিবলৈ ল'ৰা-ছোৱালীৰ হেপাহ। কিন্তু শুক্ৰলৈ যোৱা যাত্ৰা সঁচাকৈয়ে অভিনৱ আছিল। নীলা আন্ধাৰৰ মাজেৰে ট্ৰলিত উঠি শুক্ৰ গ্ৰহলৈ যোৱাটো এক শ্বাসৰুদ্ধ অভিজ্ঞতা আছিল। ইয়ালৈ যাবলৈ প্ৰায় এঘণ্টামান শাৰীত থিয় হৈ থাকিব লগাত পৰিছিলো। ইয়াত তলৰ আধুনিক ধৰণে সজা ঘৰটোৰ বিভিন্ন ধৰণৰ কম্পিউটাৰৰ খেল খেলিবলৈ চেমনীয়া ল'ৰা-ছোৱালীৰ ভিৰ হৈছিল। বিজ্ঞানক জীৱনৰ এক প্ৰয়োজনীয় পৰিবেশৰ অংশ কৰাৰ কি স্বাভাৱিক প্ৰয়াস, দেখিলে বিস্ময় মানিব লাগে।

ডিজনিলেণ্ডৰ আৰু এটা আকৰ্ষণীয় বিষয় হৈছে মিকি মাউছৰ শোভাযাত্ৰা। পুৱা দহ আৰু গধূলি ছয় বজাৰ লগে লগে মিকিয়ে নেতৃত্ব কৰা বেণ্ডৰ তালে তালে নাচি আগবাঢ়ি অহা সপোনপুৰীৰ নায়ক নায়িকাক দেখি সঁচাকৈয়ে মনটো আনন্দত আপ্লুত হৈ পৰে। পুৰণি ধৰণেৰে সজা দৰা-কইনা, ৰঙালাও, আলু, বেঙেনা, কবি পিয়াজৰ সাজ পিন্ধি ঘোঁৰা-গাড়ীত অহা মানুহবোৰক সঁচাকৈয়ে শাক-পাচলি যেন লাগে। শেষত ডোণাল্ড, মিকি মাউছ আৰু সংগীবৃন্দৰ এক খেল। বেণ্ড বজাই নাচি যোৱা মিকি মাউছ জীৱন্ত নহ'লেও জীৱন্ত ৰূপ দিয়া ডিজনি আৰু শিল্পী কেইজনলৈ শ্ৰদ্ধাত মূৰ দোৱাইছিলোঁ। মানুহৰ কল্পনাৰ সৃষ্টিয়ে ল'ৰা-ছোৱালীক ইমান আপ্লুত কৰা, আনন্দিত কৰা, আৰু নতুন সৃষ্টিত

সহায় কৰাৰ কাৰক হোৱা দেখি খুব ভাল লাগিছিল। শিশু মনোবিজ্ঞান নপঢ়া কিন্তু গভীৰ জ্ঞান থকা ডিজনিলৈ পুনৰ নমস্কাৰ জনাই ওলাই আহিছিলো।

মিকি মাউছৰ সৃষ্টিৰ ষাঠি বছৰ পাৰ হৈ গ'ল। কিন্তু মিকি মাউছ গোটেই পৃথিৱীৰ শিশুৰ মাজত জীৱন্ত হৈ আছে। সদায় থাকিব।

## 'ইউনিভাৰ্চেল ষ্টুডিঅ'

পৃথিৱী বিখ্যাত লচএঞ্জেলেচৰ ওচৰত থকা 'ইউনিভাৰচেল ষ্টুডিঅ' চাবলৈ কেইগৰাকীমান মহিলাই ঠিক কৰোতে মই বোম্বেত দেখা ষ্টুডিঅ' সমূহৰ কথা ভাবিছিলো। কিন্তু চাৰিশ বিশ একৰত থকা এই ষ্টুডিঅ' যে এখন কল্পনাৰে সজা ধুনীয়া নগৰ তাক ভাবিবই পৰা নাছিলো। দুঘণ্টা সময় লগা এই ভ্ৰমণৰ সুশৃংখলভাৱে দেখুৱা অকল্পনীয় কিছুমান দৃশ্য, চিনেমাৰ ঘৰবোৰ, কিছুমান কাৰুকাৰ্য চাই পচিশ ডলাৰ টিকেটৰ দামটো একোৰেই নহয় যেন লাগিছিল। চিনেমাৰ বৈজ্ঞানিক যন্ত্ৰপাতিৰ ব্যৱহাৰ, প্ৰযুক্তি বিজ্ঞানৰ কল-কৌশল আৰু চিনেমাৰ অত্যাধুনিক কৌশলৰ ব্যৱহাৰ এই ষ্টুডিঅ'ত দেখিবলৈ পোৱা যায়। এটা পাহাৰৰ ওপৰত বিস্তৃত মাটিত অৱস্থিত এই নগৰখনত কেৱল এটা ষ্টুডিঅ'ই নহয় কেইবাটাও ষ্টুডিঅ'। ষ্টুডিঅ'ত ব্যৱহৃত বহুতো দৃশ্য, ঘৰ, পুখুৰী আদি বিভিন্ন চালে চকুত লগা বস্তুৱে মানুহৰ মন আকৰ্ষিত কৰে। আমাক প্ৰথমে লচ-এঞ্জেলৰে হলিডে ইনৰপৰা গাড়ীৰে নি পাহাৰৰ ওপৰৰ ইউনিভাৰচেল ষ্টুডিঅ'ৰ ট্ৰলিৰ দৰে বহুতো মানুহ বহি চাই যাব পৰা দীঘল গাড়ীত ষ্টুডিঅ'ৰ এলেকাৰ ভিতৰলৈ নিলে। ইয়াত এসময়ৰ সৰু নায়ক এজনে বিভিন্ন ঠাইৰ ৰূপ বৰ্ণাই যোৱাৰ কাৰণে আমাৰ ঠাইবোৰ জনাৰ আৰু বুজাৰ সুবিধা হৈছিল। হলিউডৰ উত্তৰ ফালে থকা এই পাহাৰীয়া ঠাই (যাক ৰেঞ্জ বুলি কয়) কাৰ্ল লেইমি (Carl Laemmic) নামৰ এজন ফিল্ম অনুৰাগী ধনী মানুহে ১৯১৩ চনত কিনি ইয়াক নিজৰ কল্পনাৰে ধুনীয়াকৈ সজাই নতুন ধৰণৰ ষ্টুডিঅ' নগৰ কৰিছিল। শব্দহীন মূক ফিল্মৰ দিনতে ছয়টাকৈ ফিল্মৰ ছবি তুলিব পৰা এই নগৰখনত বৰ্ত্তমান

ষ্টুডিঅ'ত বহুতো শব্দৰে সৈতে ফিল্ম কৰাৰ কলা-কৌশল আৰু যন্ত্ৰপাতি ব্যৱহাৰ কৰে। ট্ৰামখন অলপ দূৰ যোৱাৰ পিছতে সঁচাকৈয়ে দুটা বৰটে 'লেচাব কেনন' মাৰি আমাৰ ট্ৰামখন এখন প্ৰকাণ্ড উৰা জাহাজৰ খুলি থোৱা অদ্ভুদ দুৱাৰ মুখেৰে ভিতৰলৈ নিয়াৰ লগে লগে জাহাজখন ওপৰলৈ উৰি যোৱা যেন অনুভৱ হ'ল। গুলীয়া গুলিৰ পিছত আমাৰ ট্ৰামখন উদ্ধাৰ কৰি তললৈ অনাৰ দৰে কৰিলে। মই প্ৰথমতে স্তম্ভিত আৰু সন্ত্ৰষ্ট হৈ বাকীবোৰৰ মুখলৈ চাই দেখিলো তেওঁলোকে ৰবট কেইটা দেখি খুব আনন্দ পাইছে। এই দৃশ্যটো হেনো বেটেল অব গেলেকটিকা (The Battle of galectica) নামৰ ফিল্মৰ এটা দৃশ্য সঁচাকৈয়ে ইয়াত প্ৰতিফলিত কৰিছে।

গাড়ীখন জাহাজখনৰপৰা ওলাই বেকা হৈ ঘূৰি ওপৰলৈ উঠোঁতেই ওপৰত পাহাৰত এটা ঘৰ জ্বলি থকা যেন লাগিল। জুই লগা যেন দেখুৱাইছে যদিও, সঁচাসঁচি জুই নহয়। ঘৰটোৰ পিছফালে পয়ত্ৰিশটা শব্দ গ্ৰহণ কৰা মঞ্চ আছে। এই জ্বলি থকা ঘৰটোৰ কাষতেই হেনো 'ফ্ৰাংকেনষ্টাইন ডি ষ্টিংগ' 'আউট অব আফ্ৰিকা' 'লিগেল ইগিল' আদি বিখ্যাত ফিল্ম কেইখনৰ কিছুমান দৃশ্য হেনো লৈছিল। জুই লগোৱাটো ইলেকট্ৰিক মেচিনৰ সহায়েৰে দেখুৱা হৈছে। ইয়াৰ পিছত আমাক পাহাৰৰ একেবাৰে ওপৰত থকা 'পাৰভিউ চেণ্টাৰ'লৈ আনি গাড়ীৰপৰা নামি ভিতৰলৈ যাবলৈ ক'লে যাতে আমি গেলেৰীত বহি ফিল্ম কেনেকৈ কৰে তাক চাব পাৰো। প্ৰায় দুশমান মানুহ গেলেৰীত বহাৰ পিছত আমি সন্মুখত 'স্পেচিয়েল এফেক্ট ষ্টেজ' দেখিবলৈ পালো য'ত বিখ্যাত ফিল্মষ্টাৰ ৰবাৰ্ট ওৱেগ্নাৰে কেনেকৈ ফিল্ম কৰে তাক এখন অতি ডাঙৰ টিভিৰ পৰ্দাত কৈ যোৱাৰ দৰে দেখুৱাইছিল। দৰ্শকৰপৰা দুজনমান সৰু ল'ৰা আৰু কেইজনমান মানুহক ষ্টেজৰ ভিতৰলৈ সঁচা অভিনয় কৰিবলৈ লৈ গ'ল। ইয়াত ওপৰৰ চিলিঙত নচা দেখুৱাবলৈ কেনে ধৰণৰ কৌশল ব্যৱহাৰ কৰে, অকণমান ডিনচ'ৰৰ পুতলা এটাক কেনেকৈ ডাঙৰ কৰি আগৰ যুগৰ গছ-গছনিৰ মাজত ৰাখি সেই যুগৰ ফিল্ম দেখুৱাব পাৰি, কেনেকৈ ভূমিকম্পত হলিউডৰ ধ্বংস দেখুৱাব পাৰি তাক বস্তুবোৰ

প্ৰদৰ্শন কৰি পিছত ফিল্মত দেখুৱাইছিল। আটাইতকৈ আমোদজনক দৃশ্যটো আছিল মহাকাশত পৰিভ্ৰমণ কৰা। দৰ্শকৰ মাজৰপৰা যোৱা দুজন পুৰুষে সঁচাকৈ মহাকাশত পিন্ধা পোছাক পিন্ধি মঞ্চৰ ওপৰত ঘূৰি ফুৰিছিল আৰু আনে তাৰ ফটো তুলিছিল। অলপ পিছত স্ক্ৰিনত সেই দৃশ্যটোৰ হুবহু ছবি দেখুৱাইছিল। সৰু ল'ৰা এটাই সেইদৰে চাইকেল এখনত উঠি ওপৰলৈ যোৱাৰ দৰে অভিনয় কৰিছিল, কিন্তু এইটো স্ক্ৰীনত ওলাওঁতে ওপৰত ঘূৰি থকা দেখুৱাইছিল। এই দৃশ্যবোৰ কম্পিউটাৰ গ্ৰাফিকৰ মাধ্যমেৰে কৰি খুব সহজে আৰু সোনকালে ফিল্ম কৰিব পাৰে। কম্পিউটাৰৰ কৌশল ব্যৱহাৰ কৰি বহুতো জটিল দৃশ্য অতি সহজে সমাধান কৰাৰ চেষ্টা কৰিলেও ইয়াৰ বাবে যোগাৰ কৰা অত্যাধুনিক যন্ত্ৰপাতিবোৰ অতি দামী। স্পেচিয়েল এফেক্ট ষ্টেজৰপৰা আমাক আৰু এটা মঞ্চলৈ লৈ গৈছিল য'ত আমাক দেখুৱা দৃশ্য কেইটাৰে কেনেকৈ ফিল্ম কৰে তাক দেখুৱাইছিল।

ইয়াৰ পিছত আমি আকৌ ট্ৰামত উঠি নগৰ চাবলৈ বুলি উঠাৰ পিছত আমাক গুহাৰ নিচিনা এক আন্ধাৰ ঘৰলৈ লৈ গৈছিল। টিভিত কিংকঙ সজাৰপৰা মুকলি হোৱাৰ কথা ঘোষণা কৰাৰ লগে লগে চিঞৰ বাখৰ, চাইৰেণৰ সংকেত ধ্বনি, হেলিকপ্টাৰ জুই লাগি পৰি যোৱা, বইলাৰ ফাটি যোৱাৰ কাৰণে ধোৱা, মটৰ গাড়ী ধ্বংস হৈ আমাক গাড়ীৰ ওচৰতে জ্বলি যোৱা দৃশ্য দেখুৱাৰ পিছত গাড়ী কেকুৰি ঘূৰি ওপৰলৈ উঠোতেই ত্ৰিশ ফুট ওখ কিংকঙ নামৰ গৰিলাটো থিয় হৈ ট্ৰামখন দেখি গোজৰিবলৈ ধৰা দেখি সৰু সৰু ল'ৰা-ছোৱালীবোৰে চিঞৰিব ধৰিছিল।

কি ভয়ংকৰ ৰূপ। প্ৰকাণ্ড দাঁতেৰে সৈতে ১৩,০০০ পাউণ্ডৰ সেই প্ৰকাণ্ড গৰিলাটো দেখি সঁচাকৈয়ে ডাঙৰবে ভয় লাগে, ল'ৰা-ছোৱালীৰ কথাই নাই। চিঞৰ-বাখৰৰ মাজতে দলঙ এখন ভাঙি আমাৰ ফালে দাঁত মুখ মেলি খেদি অহাৰ লগে লগে চালকে ভয়ত গাড়ীখন লৈ অহাৰ দৰে চলাই দিলে। ইমান কম সময়ৰ ভিতৰত ইমান এক বাস্তৱ সদৃশ পৰিবেশত ইমানবোৰ পৰিস্থিতিৰ উদ্ভৱ কৰি দেখুৱাবলৈ সঁচাকৈয়ে অতি উন্নত ফিল্ম কলা-কৌশল ব্যৱহৃত কৰিব লাগিব। নেদেখিলে বিশ্বাস

কৰিবলৈ টান লাগে। পিছফালে নিউইয়ৰ্কৰ আকাশ-চুম্বী অট্টালিকা সমূহৰ ভগ্নস্তূপ আৰু কিংকঙৰ হাতৰ মুঠিত সোমাই ফটো তোলাৰ বাবে বাহিৰত ফটোৰ দোকান থকাত বহুতে তাতে ফটো উঠিছিল।

অলপ দূৰ ওপৰলৈ উঠি যোৱাৰ পিছত পাহাৰৰ ওপৰৰপৰা নামি অহা জুৰিৰ ওপৰত এখন দলঙ দেখিবলৈ পালো। ভঙা চিঙা পুৰণি দলঙৰ ওপৰেৰে ট্ৰামখন যোৱাৰ লগে লগে কেৰকেৰ শব্দ কৰি দলঙখন ভাঙি তললৈ পৰি গৈ পানীৰ মাজত সোমোৱাৰ দৰে হ'ল। মানুহৰ মাজত আকৌ হুলস্থুল আৰম্ভ হোৱাত ঘোষকে ঘোষণা কৰিলে যে ভঙা দলঙৰ ওপৰেৰেই গাড়ী যাব যিহেতু ইয়াত জলীয় শক্তিৰদ্বাৰা নিয়ন্ত্ৰিত লিফ্‌টৰ সহায়েৰে দলঙখন আকৌ আগৰ অৱস্থালৈ আহিব। আমি অনুভৱ নকৰিলেও ট্ৰামখন পানীৰ ওপৰেৰে দলঙৰ সিটো মূৰত উঠিলগৈ। ট্ৰাম আকৌ চলিব ধৰাত আমি দূৰৰ উপত্যকাৰ সৌন্দৰ্য উপভোগ কৰিব খোজোতেই ঢেৰেকনি আৰু বিজুলী মাৰি বৰষুণ দিব ধৰিলে। এয়া কৃত্ৰিম বৰষুণ। ওপৰৰপৰা পানীৰ ধল আহি এনেকুৱা বানপানীৰ সৃষ্টি কৰিলে যে ওচৰৰ গছ পৰি গ'ল আৰু ট্ৰাম আধা পানীত ডুব গ'ল। ১২,০০০ গেলন পানীৰে তৈয়াৰ কৰা এই বৰষুণ আৰু বানপানী ইমান সুন্দৰকৈ স্বাভাৱিক অৱস্থাৰ সৃষ্টি কৰিছে যে মানুহে ইয়াক কৃত্ৰিম বুলিবলৈ সঁচাকৈ টান পাব। ইয়াৰপৰা পুখুৰী এটাৰ পাৰে পাৰে ট্ৰামখন চলাই নিওতে হঠাতে ট্ৰামখন পানীত পৰি যোৱাৰ দৰে হ'ল। পানীৰ মাজে মাজে লাহে লাহে গৈ থাকোঁতে ট্ৰামৰ ভিতৰলৈ পানী সোমাই অহাৰ অৱস্থা, কিন্তু পানী নোসোমায়। পাৰ্কলেকৰ এই পানীত বহুত ধৰণৰ পানীত ডুব যোৱা মটৰ, ট্ৰেইন আদিৰ হেনো ফিল্মৰ কাৰণে ছবি গ্ৰহণ কৰিছিল। 'চাইকি' নামৰ চিনেমা, 'ক্ৰিয়েচ্চাৰ অব ডি ব্লেক লেগুণ'। 'মেক হেলচ নেভি' আদি বিখ্যাত চিনেমাৰ কিছুমান দৃশ্য ইয়াতেই হেনো তুলিছিল। পানীৰপৰা ওপৰলৈ উঠি অহাৰ সময়তে বিকট শব্দ কৰি মাটিত বিস্ফোৰণ হৈ পানীত ত্ৰিশ ফুট ওখ গেয়চাৰৰ সৃষ্টি কৰিছে সেইটো ব্লেক লেগুণৰ এক বিশেষ দৃশ্য আছিল। পাৰ্কলেকত হেনো চল্লিচ হাজাৰ গেলন পানী যোগাৰ দিলেহে এই সকলোবোৰ দৃশ্য একালৰপৰা দেখা পোৱা যায়।

কিন্তু ইয়াৰ বিভিন্ন দৃশ্যৰ কাৰণে বিভিন্ন ঠাইত বিভিন্ন ধৰণৰ যন্ত্ৰপাতি স্থাপন কৰিব লগাত পৰিছিল।

আটাইতকৈ আকৰ্ষণীয় আছিল 'জ'জ' ( Jaws ) ফিল্মত দেখা 'তিমি' মাছটোৰ খেদা। আমাৰ ট্ৰামখন "Welcome to Amity" নামৰ সৰু গাঁৱৰ নিচিনা ঠাইলৈ নিছিল। পানীৰ কাষত সৰু সৰু ঘৰৰ সৈতে যেন সাগৰৰ পাৰৰ সৰু ঠাই। নাও কেইখনমানো আছে। দূৰত এখন নাৱত মানুহ এজনে মাছ মাৰি আছে। হঠাতে মানুহজন নাইকীয়া হোৱা বুলি ঘোষকে কৈ হুলস্থূল লগাই দিলে। আমি, উভটি চাওঁতে দেখা পালো যে সঁচাকৈয়ে মানুহজন নাৱত নাই। এনেতে পানীত ঢৌৰ কোব শুনি চাওঁ যে তুখন ফিচা ওপৰলৈ উঠি আহিছিল আৰু শব্দ কৰি প্ৰকাণ্ড তিমি মাছটোৱে ট্ৰামখনৰ ফালে খেদি আহিছিল। প্ৰকাণ্ড জোঙা দাঁতেৰে মুখ মেলি চো' মাৰি অহা তিমি মাছটো প্ৰায় পচিশ ফুট ডাঙৰ মেচিনেৰে তৈয়াৰী মাছ হ'লেও ট্ৰামখন ঠেলি বগৰাই দিয়াৰ দৰে কৰা দৃশ্য আৰু খেদি অহা দেখিলে সঁচা তিমি মাছ যেনেই লাগে।

ইয়াৰ পিছত আমাক ঘূৰাই বহুত ধৰণৰ ঘৰ থকা এটা অঞ্চললৈ আনিলে যাৰ নাম আছিল 'এনি টাউন' ( Any town )। বিভিন্ন চিনেমাত দেখুৱা বিভিন্ন ধৰণৰ ব্যৱহৃত ঘৰবোৰ ইয়াত ঠিক সেইদৰেই স্থাপন কৰিছে। কিছুমান ঘৰৰ আগত ফুলনি, কিছুমানত তুখন চকী এনেদৰে থোৱা আছে যেন মানুহ তুজন এই মাত্ৰহে ভিতৰ সোমাইছে। গণ উইথ ডি উইণ্ড, মানষ্টাৰ আদি বহুতো চিনেমাৰ প্ৰসিদ্ধ ঘৰবোৰ আমাক দেখুৱাই দিছিল। কাৰোবাৰ মন গ'লে ইয়াৰ ঘৰ চুটিঙৰ কাৰণে ব্যৱহাৰ কৰিব পাৰে বা ভিতৰৰ সজোৱা বস্তু লব পাৰে। ইয়াতে থকা 'চাইক'ৰ ভয় লগা ঘৰটো দেখা পাইছিলো। 'চাইক'খন চোৱাৰ কাৰণে ঘৰটো মনত পৰা দেখিছিলো। এই ঘৰটো একেবাৰে একে। ইয়াৰ আগতেও আমাক 'চিক্স পইণ্টছ' নামৰ বিভিন্ন ঘৰৰ এটা অঞ্চললৈ লৈ গৈছিল। ইয়াত কলনী দিনৰ আৰু তাৰো আগৰ কাঠৰ ঘৰবোৰ, কেবিন, ঘোঁৰাশাল, ঘোঁৰাগাড়ী গাহৰি গড়াল আদি সুন্দৰকৈ সজাই থৈছিল। জন ওৱেন, জেমচ ষ্টিয়াৰ্ড, টম ছিক্স এনডি ডেভাইন আদি ডাঙৰ ফিল্মষ্টাৰ

সকলে বিভিন্ন চিনেমাত এই ঘৰবোৰ ব্যৱহাৰ কৰিছিল। পুৰণি ধৰণৰ হোটেল ৰেষ্টুৰা, কাঠৰ কেবিনবোৰ দেখিলে ইয়াংকি চিনেমা বা টম বয় কিতাপবোৰ মনত পৰে। ইয়াত আৰু এডোখৰ ঠাইলৈ লৈ গৈছিল যিখনৰ নাম আছিল 'লিটিল ইউৰোপ', ইয়াত পেৰিচ, লণ্ডণ, ৰোম, জাৰ্মানীৰ চহৰৰ পৰিবেশ সৃষ্টি কৰি বিভিন্ন ধৰণৰ আৰু আকাৰৰ ঘৰ তৈয়াৰ কৰি থৈছিল। ইয়াত 'মিৰাকেল মেন' নামৰ ছবিখনৰ ঘৰ আৰু ঠাইৰ চেটটো তৈয়াৰ কৰি ফিল্ম কৰিছিল। 'ড্ৰাকোলা', 'ডি ওল্ফ মেন' 'ডি হান্সবেক অব নট্ৰেডেম' নামৰ বিখ্যাত ছবি কেইখনৰ চেট ইয়াত তৈয়াৰ কৰিছিল। তাত ব্যৱহাৰ কৰা ঘৰবোৰো তেনেদৰেই আছে। আমি যোৱাৰ দিনা এটা ঘৰৰ আগত কেমেৰা আদি লৈ 'চট' লোৱাত কিছুমান মানুহ ব্যস্ত হৈ থকা দেখিছিলো।

'এনি টাউনৰপৰা ওলাই আহোতে আমাৰ আৰু এটা অবিশ্বাসযোগ্য অভিজ্ঞতা হৈছিল। আমি অহা ৰাস্তাৰ আগত বৰফেৰে ঢকা এক পাহাৰৰ অংশ দেখা পাইছিলো। সেই পাহাৰৰ সুৰংগেৰে আহোতে আমাৰ ঠাণ্ডা লাগিছিল। গোটেই সুৰংগ বৰফেৰে ঢকা। কিন্তু আচল বৰফ নহয় ৰঙহে লগাইছে। সুৰঙ্গত সোমাওতে যেনিবা ভূমিকম্প হ'ল তাৰ অৱস্থাটো কেনে হব তাৰে বৰ্ণনা দিছিল। হঠাৎ ভয়ংকৰ শব্দ কৰি বৰফৰ পাহাৰ ভাঙি হুৰহুৰকৈ পৰাৰ লগে লগে গোটেই সুৰংগটো লৰিবলৈ আৰু আমাৰ ট্ৰামখনো ওলট পালট হৈ ঘূৰিব ধৰিছিল। চালকে বৰফৰ শিল গাড়ীৰ ওপৰত পৰা স্বত্বেও অশেষ চেষ্টা কৰি গাড়ীখন ঘূৰাই ঘূৰাই সুৰঙ্গৰপৰা উলিয়াই অনাৰ দৰে কৰিছিল। এই অভিজ্ঞতা ইমান স্বাভাৱিক আছিল যে এক মুহূৰ্তত সুৰংগৰপৰা ওলাই যাব পাৰিম নে নোৱাৰিম সেই ভাৱটোহে আহিছিল। 'গ্লেচিয়াৰ আইচ টানেল'ৰ এই ভয়ঙ্কৰ অভিজ্ঞতাটো কিমান স্বাভাৱিকভাৱে ৰূপায়িত কৰিব পাৰি ফিল্মত তাকে চিন্তা কৰিছিলো। এমচিত্ৰ চিষ্টেমৰ চেনচ-চাৰাউণ্ড আৰু ৰিফ্লেকটিও ফৰ্চ পাৰ্স্পেকটিভৰ দ্বাৰা হেনো এনে অভিজ্ঞতা আহৰণ কৰাত সহায় কৰে। এইবাৰ ট্ৰামখনে আমাক আনি 'এণ্টাৰ টেইনমেণ্টাৰত' আনি নমাই দি স্বচক্ষুৰে ফিল্ম কেনেকৈ কৰে, জন্তুৰ সহায় কেনেকৈ লয় আদি চাবলৈ অনুৰোধ ধৰিছিল।

আমি এডভানচাৰচ্ অব কনান ( Adventures of conon ) চাবলৈ বুলি এটা মুকলি থিয়েটাৰৰ ভিতৰত লৰা-লৰিকৈ সোমালো, কাৰণ আমি সোমোৱাৰ লগে লগেই দৰজা বন্ধ কৰি দিছিল। গেলেৰীৰ নিচিনা বহাৰ ব্যৱস্থা থকাত আমি ওপৰৰ বেঞ্চিখনত বহি দেখিলো সম্মুখত স্ক্ৰীনৰ সলনি বৰষুণৰ নীলা পানী ওপৰৰপৰা বৈ গোটেই মঞ্চটো ঢাকি ৰাখিছিল। লাহে লাহে পানীখিনি ওপৰলৈ উঠি নাইকীয়া হৈ যোৱাৰ লগে লগে এটা প্ৰাসাদৰ ভিতৰত গুহা আৰু ড্ৰেগনৰ জ্বলি থকা নীলা চকু আদিৰ এক অদ্ভুত আন্ধাৰৰ পৰিবেশ দেখিছিলো। এজন যুৱক ৰচিৰে ওপৰৰপৰা নামি ড্ৰেগনৰ মণি নিবলৈ আহোতে এজন বৃদ্ধ বন্দী সৎ মানুহৰ লগত দেখা হয়। এনেতে দেখাত ভয়ংকৰ ৰজাজনে মেজিকেৰে সকলোকে ভস্মীভূত কৰা, যুদ্ধ বিগ্ৰহ আদি কৰা আৰু তাৰ পিছত ছোৱালী এজনীৰ দ্বাৰা ডেকাক উদ্ধাৰ আৰু ৰজাক ধ্বংস কৰা আদি অবিশ্বাস্য নাটকখন ইমান ধুনীয়া আৰু স্বাভাৱিকভাৱে এনেকৈ কৰিছিল যে ইয়াৰ পৰিবেশন একেবাৰে সত্য যেন লগা হৈছিল। একাংকিকা নাটকখনত ড্ৰেগনৰ মুখৰ জুইৰে অস্ত্ৰৰপৰা ওলোৱা ধোৱা, নোহোৱা হৈ যোৱা ডেকা আদিৰ পৰিবেশন সচাঁকৈয়ে উচ্চ-কলা-কৌশলৰদ্বাৰা সম্ভৱপৰ হৈছিল। থিয়েটাৰৰ ইমান উচ্চমান কল্পনাই কৰিব নোৱাৰি।

ইয়াৰ পিছত আন এখন মঞ্চ এনিমেলছ এক্টৰ ষ্টেজ'লৈ আমি দৌৰা-দোৰিকৈ গ'লো যাতে বিভিন্ন ফিল্মত দেখা পশু-পক্ষীয়ে কেনেকৈ আদেশ বহন কৰে তাক চাব পাৰো। প্ৰথমে পাৰ এটাই মঞ্চৰ ওপৰত প্ৰশিক্ষকৰ নিৰ্দেশমতে এজন মানুহৰপৰা উৰি গৈ এখন নোট আনি গৰাকীক দিয়ে। তাৰ পিছত আকৌ সেই একেজন মানুহকে ঘূৰাই দিয়ে। ঘনচিৰিকাৰ নিচিনা চৰাইবোৰ মতাৰ লগে লগে দৌৰি আহে, কুকুৰে মানুহৰ দৰে ব্যৱহাৰ কৰে, মেকুৰীটোৱে আদেশ দিয়া মাত্ৰকে উঠে আৰু বহে তাক দেখুৱাইছিল। আটাইতকৈ আকৰ্ষণীয় আছিল ঈগল চৰাইৰ মেল আৰু গৰিলাৰ কাৰ্যকলাপ। প্ৰশিক্ষকে বিভিন্ন প্ৰাণীক প্ৰশিক্ষণ দি ইমান সুন্দৰ শিক্ষা দিছিল যে সিহঁতৰ কাৰ্য কলাপ দেখিলে আচৰিত হব লাগে। এই প্ৰাণী কেইটা বিশেষকৈ কুকুৰ, ঈগল আৰু গৰিলাটো বহুতো চিনেমাত

ওলাই 'পশু-পক্ষী-ষ্টাৰ' হৈছে। ইয়াৰ পিচত 'ষ্টাণ্ট শ্ব' চাবলৈ আৰু এটা মঞ্চলৈ গ'লো 'চিলভাৰ শিপাৰ'ৰ নিচিনা চিনেমা, কাওবয় ( Cowboy ) বা সংঘৰ্ষপূৰ্ণ চিনেমাৰ যুঁজৰ দৃশ্যবোৰ কেনেকৈ কৃত্ৰিম উপায়েৰে কৰে তাক দেখুৱাইছিল।

মূৰত মাৰিবলৈ ৰবৰৰ বটল, তলত জাপ মাৰিবলৈ মাটিত বালি দি দ'ম কৰি থোৱা, ঘৰৰ ওপৰৰপৰা জাপ মৰাৰ কায়দা আদি বহুতো ভয় লগা দৃশ্য কেনেকৈ সহজে কৰে তাকো আমাক দেখুৱাইছিল।

আটাইতকৈ আকৰ্ষণীয় আছিল "স্কীন টেষ্ট কমেডি থিয়েটাৰ" কাওবয়ৰ ৰোমাঞ্চকৰ দৃশ্য কেইটামান আমাৰ চকুৰ আগত ছবি গ্ৰহণ কৰি কেনেকৈ সম্পাদনা কৰি চিনেমা কৰিব পাৰি তাক সম্পূৰ্ণভাৱে প্ৰায় পঞ্চল্লিছ মিনিটমানৰ ভিতৰত দেখুৱাইছিল। প্ৰকাণ্ড মঞ্চখনত কেইবাটাও দৃশ্য একেলগে সাজু কৰি ৰাখিছিল। ডাঙৰ মঞ্চৰ ওপৰত একাষত এখন দোকানৰ এক অংশ, দোকানৰ ভিতৰত দুজন দোকানী, বাহিৰত কেইগৰাকীমান দীঘল গাউন পিন্ধা মহিলা। মাজত কাঠৰ ঘোঁৰাৰ কাষত কেইজনমান মানুহ, ওপৰৰ হেলিকপ্টাৰত দুজন ল'ৰা, তলত এখন নাওত দুজন বঠা লোৱা ল'ৰা আৰু ছোৱালী, ওপৰত এজোপা কৃত্ৰিত গছৰ ওপৰত চাৰিজন মানুহ। আগত কেমেৰা সাজু হৈ থকাৰ কাৰণে 'এক্‌চন' বুলি কোৱাৰ লগে লগে দোকানৰ ভিতৰলৈ চাৰিজন কাওবয় টাইপৰ মানুহ বন্দুক লৈ দোকানলৈ সোমাই গৰাকীক টকা খুজিছিল। দোকানত থকা মানুহখিনিক হাত ওপৰলৈ তুলিবলৈ কৈ এটা মোনাত টকা লোৱাৰ দৰে কৰি দৌৰ মাৰিছিল। দোকানৰ মানুহখিনিয়ে উপাই নাপাই ক্ৰীম, কেক বোৰকে দলিয়াওঁতে গোটেইবোৰৰ মুখত আৰু গাত পৰি হাস্যকৰ পৰিস্থিতিৰ সৃষ্টি কৰিছিল। এনেতে মানুহ চাৰিওজনে কাঠৰ ঘোঁৰাত বহি একে ঠাইতে পিছলৈ চাই চাই চলোৱাৰ দৰে ল'ৰাব ধৰি পিছত চিৰিয়ে গছৰ ওপৰত উঠাৰ দৰে কৰিছিল। ইয়াৰ পিছত এৰোপ্লেন ঘুৰিলে—ওপৰৰপৰা বেগটো সিহঁতৰ চিটত পৰিল। আৰু এখন হেলিকপ্টাৰ অহাৰদৰে কৰাত হেলিকপ্টাৰখনো বিপৰীত মুখে ওলটি যোৱা যেন দেখুৱালে। ল'ৰা দুটাক ভালদৰে বেল্টেৰে বান্ধি থৈছিল আৰু মেচিনেৰে

হেলিকপ্টাৰ ওলোটাই দিছিল। ইয়াৰ পিছত কেমেৰা চলিছিল নাওখনৰ ওপৰত। নাৰৰ ল'ৰা-ছোৱালীয়ে, শুকান মাটিতে নাওখনৰ বঠা মাৰিছিল। মেচিনেৰে নাওখন ঘূৰাই ওলট-পালট কৰিছিল। এনেতে দুজন মানুহে আহি দু বাল্টি পানী ঢালি সিহঁতক তিয়াই দিছিল আৰু এজনে বেগটো ওপৰৰপৰা দলিয়াই দিয়াত ছোৱালীজনীয়ে হাতেৰে ধৰি ভিতৰত চাই টকা দেখি আচৰিত হৈছিল। এনেতে মানুহখিনি আহি সিহঁতৰপৰা বেগটো লোৱা দেখুৱাই আনন্দত ইটোৱে-সিটোৰ গালৈ ক্ৰীম কেকবোৰ দলিয়াইছিল।

এইবোৰ দৃশ্য আমাৰ চকুৰ আগতে আমাৰ দলটোৰপৰা আগতে নিয়া কেইজন দৰ্শকৰ হতুৱাই কৰাইছিল। আমাক দহ মিনিটমান ৰবলৈ কৈ সেই দৃশ্য লগাই চিনেমাখন দেখুৱাইছিল। চিনেমাখন হ'ল কেইজন মান মানুহে দোকানত বস্তুবিক্ৰী কৰি থাকোঁতে চাৰিজন ডকাইত আহি সিহঁতৰপৰা টকা পইচা লৈ ঘোঁৰাত উঠি পলাই গ'ল। কিন্তু কিছুমান মানুহে খেদি যোৱা বুলি ভাবি সিহঁতে পাহাৰৰ ওপৰত বগাই গছৰ ওপৰত উঠিল, কিন্তু এজনৰ হাতৰপৰা বেগটো চিটিকি সৰি পৰোতে সি হেলিকপ্টাৰত যোৱা মানুহ দুজনৰ ওচৰত পৰিল। বেগৰ ভিতৰত টকা দেখি আনন্দত অধীৰ হৈ হুলস্থূল কৰোতে হেলিকপ্টাৰ তল ওপৰ হৈ ঘূৰিবলৈ ধৰিলে। ভয়ত সিহঁতে নিজৰ প্ৰাণ বচাওঁতে বেগ সৰি পৰিল হ্ৰদত দুজন যুৱক-যুৱতীয়ে চলাই নিয়া নাওৰ ভিতৰত। তেওঁলোকেও আনন্দত অধীৰ হৈ স্ফুৰ্তি কৰোতে নাওৰপৰা পৰি গ'ল। পাৰলৈ আহি সেই দোকানৰ মানুহখিনিক বেগটো দিলে। আনন্দত সকলোৱে আকৌ ক্ৰীম পুডিং যি পায় দলিয়াবলৈ ধৰিলে। ফিল্মখনৰ বাকীবোৰ দৃশ্য স্ক্ৰীণত কৰিছে। বিশেষকৈ স্ক্ৰীণখন চলন্ত কৰি কাঠৰ ঘোঁৰাত মানুহ কেইজন উঠি যোৱাতো একেবাৰে প্ৰকৃত পলাই যোৱা ডকাইতৰ দৰে কৰিছিল। ইমান সোনকালে আৰু সহজে ফিল্ম কৰিবলৈ বিস্তৃতভাৱে আধুনিক যন্ত্ৰপাতি আৰু মানুহৰ কৰ্ম-কুশলতা যে লাগে তাক সহজে বুজিব পাৰি। হেলিকপ্টাৰ ওপৰত ৰখা, ঘূৰাই দিয়া, গছৰ ওপৰত উঠা নাওখন ঘূৰোৱা আদি সকলো দৃশ্যতে যন্ত্ৰপাতিৰ ব্যৱহাৰ কৰিছিল। চিনেমা

কৰাৰ অভিজ্ঞতা নথকা মানুহৰ কাৰণে ই বৰ জানিব লগীয়া অভিজ্ঞতা আছিল। মোৰ মনলৈ আমাৰ ফিল্মৰ পৰিচালকসকললৈ মনত পৰিছিল। মোৰ ছোৱালী মণিকুন্তলালৈ বৰকৈ মনত পৰিছিল কাৰণ তাই এইবোৰ চাই খুব ভাল পালেহেঁতেন।

—ইউনিভাৰচেল ষ্টুডিঅ'ৰপৰা ওলাই আমি বাহিৰে বাহিৰে বাৰ্কলেই লৈ অহাৰ মনস্থ কৰিলো। এইবাৰ দ্বিতীয় হাইওৱেদি অহাৰ কথা শ্বেৰিনে ক'লে যাতে গাঁও আৰু নগৰবোৰ চাব পাৰো। শ্বেৰিনে মন গলে একেখন গাঁৱৰ চাৰিওফাল দেখুৱাই এখন ৰেষ্টুৰাত কফি খাবলৈ দিছিল। গাঁওবোৰ আমাৰ নগৰতকৈ উন্নত। খেতিত মেচিনৰ ব্যৱহাৰ সকলো ক্ষেত্ৰতে হয়। এঠাইত চপাই থোৱা ৰঙালাওবোৰ দেখি মই আনন্দতে আমাৰ দেশৰ বস্তু বুলি কোৱাত খেতিয়কজনে এটা দিবলৈ ওলাইছিল। মই তেখেতক ধন্যবাদ জনাই বঙালাওটো নললো কাৰণ মই যে হোষ্টেলত থাকো তাক জনাইছিলো বাকীবোৰে হযভৰ দিয়াত তেওঁ "হলউইলৈ" নিমন্ত্ৰণ কৰিছিল। হলউইল ৰঙালাওৰ উৎসৱ। মানুহে মুখা পিন্ধি ৰঙালাওৰ বিভিন্ন ধৰণে সজাই উৎসৱ পাতে। ৰঙালাৱে হেনো অশুভ শক্তিক আঁতৰাই পেলায়। মানুহে বাজহুৱাভাৱে এই দিনাখন ছদ্মবেশ ধাৰণ কৰি নাচি, গান গাই ভোজ ভাতৰ আয়োজন কৰা দেখিছিলো। ল'ৰা-ছোৱালীৰ খুব স্ফুৰ্তি হয় এসপ্তাহমান।

বাৰ্কলেইলৈ উভটি অহাৰ পিছত মই বিভিন্ন বিশ্ববিদ্যালয়লৈ গৈ তাৰ শিক্ষা বিভাগৰ মুৰব্বীসকলক লগ ধৰি মোৰ বিষয়টোৰ আলোচনা কৰিছিলো। বিভিন্ন ছাত্ৰ, ব্যক্তি আৰু অধ্যাপক প্ৰশাসকক লগ পাই তেখেতসকলৰ সাক্ষাৎ টোকা ৰাতিলৈ ঠিক কৰিছিলো। কেতিয়াবা দুটা তিনিটালৈ পঢ়ি ৰাতিপুৱা আকৌ লাইব্ৰেৰীলৈ গৈছিলো। লাহে লাহে মোৰ অহাৰ দিন চমু চপাত মই মোৰ প্ৰতিবেদন নিউইয়ৰ্কত অফিচলৈ দি পঠিয়ালো। চিনাকি হোৱা সকলে বিদায় দিবলৈ চাহ বা ভাতৰ নিমন্ত্ৰণ কৰিছিল।

কেইবাজনী জাপানী গবেষক, ছাত্ৰী আৰু বিভিন্ন ঠাইৰপৰা অধ্যাপকে মোক প্ৰীতিভোজেৰে বিদায় দিছিল। ৭ ডিচেম্বৰত উভটি অহাৰ দিনা-

খন চিনাকি হোৱা বিশ জনমান ভাৰতীয়ই বিদায় দিবলৈ আই-হাউছৰ দুৱাৰমুখলৈ আহিছিল। প্ৰফেচৰ হেইষ্টে মটৰখন আগবঢ়াই আনোতে ইঞ্জিনিয়াৰিঙত গৱেষণা কৰি থকা দাক্ষিণাত্যৰ ডঃ ৰাৱে ক'লে 'চাৰ, আজি আমাৰ গাড়ীত তেখেতক এয়াৰপৰ্টত থৈ আহো। আপুনি যেন অকণো বেয়া নাপায়।" তেখেতে কলে 'অ' মই অকণো বেয়া নাপাওঁ। তথাপি মইও যাম এয়াৰপৰ্টলৈ তেখেতক বিদায় দিবলৈ।" চিৰিত থিয় হৈ থকা ভাৰতৰ বিভিন্ন প্ৰান্তৰপৰা অহা ভাৰতীয় ল'ৰা কেইজনলৈ চাইছিলো। হেজাৰ হওঁক ভাৰতীয়। ভাৰতৰ প্ৰতিনিধিসকল মেধা আৰু বুদ্ধিমান বুলি খ্যাত। আমেৰিকাত বাস কৰা ভাৰতীয় চাৰিজনে আহিছে মোক বিদায় দিবলৈ। গৰ্বত মোৰ মনটো উৎফুল্লিত হৈ উঠিছিল। মই ডঃ হেইষ্টক কৈছিলো "এওঁলোক আমাৰ ভাৰতৰ প্ৰতিনিধি। নিজৰ কাম ক্ষতি কৰি মোক বিদায় দিবলৈ আহিছে।"

এয়াৰপৰ্টত এজন এজনকৈ বিদায় লওঁতে কোনোৱে মোক মৰম কৰিছিল, কেইজনমানে ভৰি চুইছিল। মোৰ ল'ৰাৰ দৰে এই কুমলীয়া ভাৰতীয় কেইজনক এৰি আহিবলৈ মোৰ মনটো বেয়া লাগিছিল। ডঃ ৰাও, মহান্তি আৰু মুখাৰ্জীয়ে কৈছিল "এইবাৰ ভাৰতলৈ গলে অসমলৈ যাম।" মই আমন্ত্ৰণ জনোৱাত তেওঁলোকে হাত চাপৰি বজাইছিল। কাষ্টমৰ ভিতৰ সোমাবলৈ যোৱাৰ আগতে শেষ বাৰৰ কাৰণে হাত জোকাৰি বিদায় লৈছিলো। বিদায় কালিফনিয়া।

## কালিফৰ্ণিয়াৰ বিশ্ববিদ্যালয় ঃ ব্যক্তিগত অভিজ্ঞতা

কালিফৰ্ণিয়াৰ বাৰ্কলেত মই থকা ইন্টাৰনেচনেল হাউচৰপৰা ৰাস্তাৰে অলপ তললৈ নামি আঁকোৰা-পকোৰা ভিতৰুৱা পথেৰে জুৰিৰ দলং পাৰ হৈ ওপৰলৈ উঠি চাথেৰ টাৱাৰৰ ওচৰত বৈ প্ৰায়ে কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ চৌহদত থকা বিভিন্ন বিভাগবোৰ চাওঁ। এই অঞ্চলটো ওখ হোৱাৰ কাৰণে ইউক্লিপটাচ, ফাৰ, ওক আদি ওখ গছেৰে আবৃত বিভিন্ন বিভাগীয় ঘৰবোৰ

ড' লাইব্ৰেৰী, সৰু সৰু কেবিন পদ্ধতিত সজা কাঠৰ ঘৰ আদি চাই খুব ভাল লাগে। চাথে টাৱাৰৰ ওপৰৰপৰা দুৰৈৰ উপসাগৰ, তাৰ ওপৰত থকা 'বে ব্ৰিজ', গোল্ডেন গেট ব্ৰিজ', ট্ৰেজাৰ আইলেণ্ড আদি ধুনীয়া দৃশ্যবোৰ চাই আৰু মুকলি বতৰত নীলা আকাশৰ তলত সাগৰৰ বুকুত চলা সৰু সৰু পালতৰা নাওবোৰ চালে মন আনন্দত আপ্লুত হৈ পৰে। এই পথেৰে আহোঁতে আটাইতকৈ ভাল লাগে হাতত কিতাপ লৈ প্ৰাণোচ্ছল ডেকা ল'ৰা-ছোৱালীৰ ব্যস্ত খোজবোৰ। পিঠিত বেগটো বান্ধি হাফ-পেণ্ট বা লং-পেণ্ট পিন্ধি বেগা-বেগিকৈ যোৱা দেখিলে আমাৰ বিশ্ববিদ্যালয়ৰ ল'ৰা-ছোৱালীবোৰলৈ মনত পৰে—বিশেষকৈ কটন কলেজৰ ল'ৰা-ছোৱালী-বোৰে ঘণ্টা বজাৰ লগে লগে ৰাস্তা পাৰ হৈ এটা বিভাগৰপৰা আন এটা বিভাগলৈ বেগ দি যোৱা দৃশ্য চকুৰ আগত ভাঁহি উঠে। ৰাস্তাৰে যাওঁতে চিনাকি-অচিনাকি বহুত ল'ৰা-ছোৱালী পাওঁ! কেতিয়াবা উভটি আহোঁতে লাইব্ৰেৰীৰপৰা অনা কিতাপৰ বেগটো গধুৰ হোৱা যেন দেখিলে কোনোবা এজনে কঢ়িয়াই বহুত দূৰ আনি দিয়ে। মই ধন্যবাদ জনালে তেওঁলোকে কয় যে এইটো তেওঁলোকৰ কৰ্তব্য।

মই ইয়াৰ প্ৰাকৃতিক দৃশ্য আৰু ল'ৰা-ছোৱালীৰ আচৰণ চাই ইমান ভালপাওঁ যে মোক কোনোবাই গাড়ীৰে নিয়াৰ কথা ক'লেও মই খুব ভদ্ৰভাৱে বেয়া নোপোৱাকৈ প্ৰত্যাখ্যান কৰোঁ। কাৰণ গাড়ীত গ'লে বহুত দূৰত গাড়ী থব লগীয়া হোৱাৰ কাৰণে বহুত দূৰ খোজ কাঢ়িব লাগে আৰু দ্বিতীয়তে বহল ৰাস্তা আৰু ঘৰৰ কাষে কাষে আহিব লগীয়া হোৱাৰ কাৰণে মই বহুতখিনি যেন দেখা নাপাওঁ।

বাৰ্কলেৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ আমেৰিকাৰ এখন উচ্চস্তৰৰ বিশ্ববিদ্যালয়। ইয়াত তেৰজন প্ৰফেচাৰে বিভিন্ন বিষয়ত ন'বেল প্ৰাইজ পোৱা কাৰণে ইয়াক গৱেষণাত প্ৰথম শাৰীৰ বুলিও কয়। বিভিন্ন বিভাগত বিশেষকৈ বিজ্ঞানৰ উচ্চ পৰ্যায়ৰ সা-সুবিধা থকাৰ কাৰণে গৱেষণাৰ সুবিধা যথেষ্ট পোৱা যায়। বাৰ্কলেৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয় এটা চৌহদ (campus) যদিও, ই স্বয়ংসম্পূৰ্ণ। আমেৰিকাত প্ৰায়বোৰ বিশ্ববিদ্যালয়ৰ কেইবাটাও চৌহদ থকাৰ কাৰণে ই বিভিন্ন অঞ্চলত উচ্চ-

শিক্ষা প্ৰদান কৰিব পাৰে। যদিও এসময়ত বিশ্ববিদ্যালয়সমূহ শিক্ষক আৰু ছাত্ৰৰ এখন সমাজ হিচাপে স্থাপন্ন কৰিছিল, এতিয়াৰ প্ৰধান বৈশিষ্ট্য হৈছে যে এই বিশ্ববিদ্যালয়সমূহৰ কেইবাটাও চৌহদ, কেইবাখনো সমাজ আৰু বিভিন্ন কাৰ্যাৱলী দেখা পোৱা যায়। কালিফৰ্ণিয়াত বিস্তৃত হৈ আছে, মাত্ৰ মূল অফিচটো বাৰ্কলেত আছে। প্ৰত্যেক চৌহদৰে চেন্সেলৰ, প্ৰশাসনীয় বিভাগ আৰু বিভিন্ন সংগঠন আছে।

প্ৰত্যেক চৌহদে মূল অফিচৰ নিৰ্ধাৰিত অনুদান, ৰাজ্য চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ গৱেষণাৰ অনুদান পোৱাৰ উপৰিও ব্যক্তিগত দান গ্ৰহণ কৰে। ফলত বিশ্ববিদ্যালয়সমূহে নতুন বিভাগ, উন্নত সুবিধা আৰু সা-সৰঞ্জাম, নতুন নতুন ঘৰ আৰু বেছি সংখ্যক শিক্ষক লোৱাৰ সুবিধা পাইছে। আন এখন জাকতজিলিকা বিশ্ববিদ্যালয় হাৰ্ভাৰ্ড বিশ্ববিদ্যালয় ১৯২৪ চনৰ-পৰা বৰ্তমানে সমীক্ষা কৰি পাইছে যে সম্পূৰ্ণ আধা নতুন নতুন ঘৰ, পোন্ধৰ গুণ বেছি খৰচ আৰু পাঁচগুণ বেছি অধ্যাপক নিয়োগ হৈছে অৰ্থাৎ ই দ্ৰুতভাৱে সমৃদ্ধ আৰু বিস্তৃত হৈ পৰিছে। ঠিক সেইদৰে আন বিশ্ব-বিদ্যালয়বোৰো উন্নত হৈছে। কোনো বিশ্ববিদ্যালয় আৰু বিভাগ উন্নত কৰিবলৈ হ'লেই ব্যক্তিগত পুঁজি গঠন কৰে। নই থকা সময়তে বাৰ্কলেত ১২০ মিলিয়ন ডলাৰ বৰঙণি তোলাৰ আঁচনি লোৱাত বহুতো পুঁজিপতি আৰু বিভিন্ন ব্যক্তিগত অনুষ্ঠানে বৰঙণি আগবঢ়াইছে। গৱেষণাৰ কাৰণে 'ফেডাৰেল' ( কেন্দ্ৰীয় ) চৰকাৰে সম্পূৰ্ণ খৰচ বহন কৰাৰ কাৰণে বহুতো বিভাগত অতি আধুনিক সা-সুবিধাৰ ব্যৱস্থা কৰিছে। শিক্ষকৰ নিযুক্তি, পদোন্নতি আৰু মান-সম্মান, গৱেষণা আৰু গৱেষণা-পত্ৰ উলিওৱাৰ ওপৰত নিৰ্ভৰ কৰাৰ কাৰণে বহুতো শিক্ষকে পঢ়োৱাৰ ওপৰত গুৰুত্ব নিদি গৱেষণাত মনোনিৱেশ কৰিছে। বহুত সময়ত শিক্ষক-সহায়ক (Teaching Assis-tant ) সকলে গোটেই শ্ৰেণীবোৰ ল'বলগীয়া হোৱাৰ কাৰণে ছাত্ৰসকলে শিক্ষকসকলৰ ওচৰ চাপিব নোৱাৰে। আমেৰিকাৰ সকলো ৰাজ্যতে বিশ্ব-বিদ্যালয় ডাঙৰ কৰাৰ ওপৰত গুৰুত্ব দিয়াৰ কাৰণে কলেজ, বিভাগ, স্কুল আৰু আন প্ৰশাসনীয় বিভাগো বাঢ়ি গৈছে যাৰ ফলত ই অতি জটিল হৈ পৰিছে ; কেৱল সেয়ে নহয় নতুন বিভাগবোৰত বিশেষ দক্ষতা অৰ্জনৰ

উপৰত গুৰুত্ব দিয়া হৈছে। শিক্ষকসকলৰ নিয়োগ তেওঁলোকৰ আৰ্জিত অৰ্হতা বিশেষকৈ গৱেষণাৰ ওপৰত নিৰ্ভৰ কৰে। গতিকে শিক্ষকসকলে গৱেষণা-পত্ৰ লিখা, সম্মিলনত লিখিত পত্ৰ পাঠ কৰা আৰু নিজস্ব গৱেষণা কৰাৰ ওপৰত অধিক গুৰুত্ব দিয়াৰ কাৰণে ছাত্ৰসকলক পাঠদান কৰাটো মুখ্য উদ্দেশ্য নোহোৱাৰ দৰে হৈছে। অৱশ্যে চেমিনাৰ, টিউটৰিয়েলত শিক্ষক উপস্থিত থকাটো প্ৰয়োজনীয়। বেছিভাগ বিশ্ববিদ্যালয়তে বিকেন্দ্ৰীকৃত প্ৰশাসন চলাৰ কাৰণে একোটা স্কুল একেজন ডীনৰ তলত থাকে যিজনৰ স্কুলখন চলোৱাৰ প্ৰশাসনীয় ক্ষমতা থাকে। কিন্তু স্কুলত থকা বিভিন্ন বিভাগে নিজৰ পাঠ্যক্ৰম প্ৰস্তুত কৰোঁতে প্ৰত্যেকজন বিষয়-অধ্যাপকৰ নিজে প্ৰস্তুত কৰা পাঠ্যসূচীৰ ওপৰত গুৰুত্ব দিছে আৰু শিক্ষকৰ শিক্ষণ পদ্ধতিৰ ওপৰত হস্তক্ষেপ নকৰে। এনেকুৱা বিকেন্দ্ৰীকৰণৰ সুবিধাও আছে আৰু অসুবিধাও আছে। শিক্ষাবিভাগৰ অধ্যাপক ডঃ হেইষ্টে কৈছিল যে এইটো আমেৰিকাৰ বিশ্ববিদ্যালয়সমূহৰ বিশেষত্ব যিটো অতীজৰপৰা চলি আহিছে। এই পদ্ধতিয়ে এজন শিক্ষকক পৰীক্ষাৰদ্বাৰা পাঠ্যক্ৰম উন্নত কৰা আৰু শিক্ষণ পদ্ধতি সলনি কৰি উচ্চমান বজাই ৰখাত সহায় কৰে। কিন্তু কিছুমান ক্ষেত্ৰত অৱশ্যে ইটো বিষয়ৰ লগত সিটোৰ সম্বন্ধ কমি আহে। এই বিকেন্দ্ৰীকৰণে বিশেষ অৰ্হতা থকা শিক্ষকক বিশেষজ্ঞ হোৱাত যথেষ্ট সহায় কৰে। ইয়াত থকা বিভিন্ন উচ্চশিক্ষাৰ সংগঠনে বিভিন্ন বিষয়ৰ মানদণ্ড বজাই ৰখাৰ কাৰণে চেষ্টা কৰে বুলিও কেইজনমান শিক্ষকে মন্তব্য দিছিল।

## স্বায়ত্ব শাসন

আমেৰিকাৰ প্ৰত্যেক ৰাজ্যৰে নিজস্ব শিক্ষা ব্যৱস্থা আৰু প্ৰত্যেকখন বিশ্ববিদ্যালয়ৰে নিজস্ব সংগঠন থকাৰ কাৰণে আন্তঃৰাজ্য বা আন্তঃবিশ্ব-বিদ্যালয়ৰ সমন্বয় বৰ কম। প্ৰত্যেকখন বিশ্ববিদ্যালয়ৰে নিজস্ব স্বকীয়তা থকাৰ কাৰণে এখনৰ লগত আনখনক তুলনা কৰাও সম্ভৱপৰ নহয়।

কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ প্ৰত্যেকটো চৌহদেই অতি ডাঙৰ আৰু ছাত্ৰ-সংখ্যাও অতি বেছি ; কিন্তু ভাব ভিতৰতে কেইখনমানে উচ্চমানৰ শিক্ষা দিয়াত খিতাপী লাভ কৰিছে। বাৰ্কলেৰ বিশ্ববিদ্যালয় অতি ডাঙৰ—ছাত্ৰ-ছাত্ৰীৰ সংখ্যাই ৩০,০০০তকৈ বেছি হ'ব। লণ্ডন বা অক্সফৰ্ড বিশ্ববিদ্যালয়ৰ ছয়-সাত হাজাৰ ছাত্ৰ-ছাত্ৰীৰ তুলনাত ই অতি ডাঙৰ কিন্তু ই আন্তৰ্জাতিক বিশ্ববিদ্যালয় বুলিয়ে খ্যাত। পৃথিৱীৰ সকলো ঠাইৰপৰা ছাত্ৰ-ছাত্ৰীয়ে ইয়াত গৱেষণা আৰু অধ্যাপনা কৰিবলৈ আহে। কালিফৰ্ণিয়াৰ ল'ৰা-ছোৱালীক উপযুক্ত উচ্চশিক্ষা দিবলৈ আৰু উচ্চশিক্ষাৰ মানদণ্ড উন্নত কৰিবলৈ ১৯৫৯ চনত এখন মাষ্টাৰ প্লেন কৰিছিল। এই আঁচনি মতে কালিফৰ্ণিয়া বিশ্ববিদ্যালয় আৰু ইয়াৰ নটা চৌহদৰ কাৰণে এখন ব'ৰ্ড স্থাপন কৰা হয়, ষ্টেট বোৰ্ড অব এডুকেচনক প্ৰাইমেৰী আৰু মাধ্যমিক শিক্ষাৰ বাহিৰে জুনিয়ৰ কলেজৰ কাৰণে আধা দায়িত্ব দি সম্পূৰ্ণ দায়িত্ব লোকেলবৰ্ড'ক দিয়া হয়। ৰাজ্যৰ কলেজসমূহ পৰিচালিত কৰিবলৈ ব'ৰ্ড অব ট্ৰাষ্টিজ স্থাপন কৰা হয়। উচ্চ-শিক্ষাৰ অনুষ্ঠানসমূহৰ মাজত সংহতি স্থাপন কৰিবলৈ "ক'অৰ্ডিনেটিভ কাউন্সিল অব হায়াৰ এডুকেচন" নাম দি এখন সংগঠন কৰে। এই মাষ্টাৰ প্লেন মতে প্ৰত্যেক স্তৰৰ উচ্চশিক্ষাৰ বাবে মনোনীত সংগঠনবোৰে সংহতি আৰু মানদণ্ড বজাই ৰখাৰ ওপৰত গুৰুত্ব দিব আৰু ৰাজ্য চৰকাৰে প্ৰয়োজনীয় অনুদান আগবঢ়াই উচ্চশিক্ষাৰ উন্নতিত সহায় কৰিব। এই আঁচনি মতে হাইস্কুলৰপৰা গ্ৰেজুৱেট হোৱাৰ পিছত চাৰিভাগৰ তিনিভাগে দুবছৰীয়া জুনিয়ৰ কলেজত পঢ়িব আৰু উচ্চ স্থান পোৱা শতকৰা ১২.৫ জনে অৰ্থাৎ 'এ' বা 'বি' গ্ৰেড পোৱা ছাত্ৰ-ছাত্ৰীয়ে কালিফৰ্ণিয়া বিশ্ব-বিদ্যালয় আৰু এক তৃতীয়াংশই ৰাজ্য-কলেজত পঢ়াৰ সুবিধা পাব। জুনিয়ৰ কলেজত উচ্চ দক্ষতা দেখুৱালে বিশ্ববিদ্যালয়লৈ আহিব পাৰে। গতিকে বিশ্ববিদ্যালয়ত স্থান পোৱাটোত খুব প্ৰতিযোগিতা চলে। সাধাৰণতে খুব উচ্চমান বিশিষ্ট ছাত্ৰ-ছাত্ৰীয়ে উচ্চশিক্ষা লোৱাৰ সুবিধা বৃত্তিৰ যোগেৰে পায়। ১৯৪৪ চনৰ আইন মতে উচ্চশিক্ষাৰ দুৱাৰ সকলোৰে কাৰণে খুলিব লাগে বোলা প্ৰস্তাৱ গ্ৰহণ কৰাৰ কাৰণে জুনিয়ৰ কলেজৰ উপৰিও 'কমিউনিটি কলেজ' খোলা হয়। প্ৰাক-স্নাতকৰ বোজা জুনিয়ৰ কলেজ

আৰু কমিউনিটি কলেজক দিলেও ছাত্র-ছাত্রীৰ সংখ্যা দিনে দিনে ইমান বৃদ্ধি হৈছে যে ইয়াৰ চাপ বিশ্ববিদ্যালয়তো পৰিছে। কালিফৰ্ণিয়াত বিভিন্ন জাতি, বৰ্ণ আৰু দেশৰ মানুহৰ বসতি হোৱাৰ কাৰণে ইয়াত কৃষ্ণাংগ আৰু এচিয়াৰ-আমেৰিকানৰ ভৰ্ত্তিকৰণ লৈ সদায় সমস্যা হয়। বাৰ্কলেত প্ৰায়ে টেলিগ্ৰাফ এভিনিউত থকা মাৰ্টিন লুথাৰ ষ্টুডেণ্ট হলৰপৰা কৃষ্ণাংগৰ প্ৰতি দেখুৱা হেয় মনোভাৱ 'ভৰ্ত্তিকৰণত পক্ষপাতিতা' আৰু আমেৰিকান-এচিয়ানৰে সেই একে অভিযোগৰে সমদল ওলাই থাকে। ডেইলি কালিফৰ্ণিয়ান নামৰ ছাত্ৰৰ কাগজত সদায় এই বিষয়ে একোটা প্ৰবন্ধ বা একোখন চিঠি ওলাই থাকে। ছাত্ৰৰ সংখ্যা দিনে দিনে বাঢ়ি অহাৰ কাৰণে আৰু প্ৰতিভাৱান ছাত্ৰই বিশ্ববিদ্যালয়লৈ অহাৰ চেষ্টা কৰাৰ কাৰণে বিশ্ববিদ্যালয়সমূহেও ভৰ্তিকৰণৰ সময়ত বহুত সমস্যাৰ সম্মুখীন হ'বলগীয়া হৈছে। কলেজতো হাজাৰবো ওপৰৰ ল'ৰা-ছোৱালীক ঠাই দিব নোৱাৰা হৈছে। ১৯৬৪ চনত পশ্চিম কালিফৰ্ণিয়াৰ দুখন কলেজত ছাত্ৰই মাটিত বহিব লগীয়া অৱস্থা হেনো হৈছিল। জুনিয়ৰ আৰু কমিউনিটি কলেজত বহুতো বৃত্তিমূলক আৰু ব্যৱহাৰিক বিষয় খুলি দিয়াৰ কাৰণে বৌদ্ধিক দিশত পাৰদৰ্শিতা নেদেখুৱা ল'ৰা-ছোৱালীয়ে এই বিষয়বোৰ লৈ জীৱিকাৰ পথ মুকলি কৰে। এই কলেজবোৰত সমাজৰ প্ৰয়োজনীয় আৰু উপযোগী বিষয় খুলি ছাত্ৰক ভৱিষ্যতৰ জীৱিকাৰ পথ বাচি দিয়াত সহায় কৰে।

উচ্চশিক্ষা দিয়াৰ ক্ষেত্ৰত বিশ্ববিদ্যালয়সমূহ স্বায়ত্ব শাসিত আৰু স্বাধীন। ৰাজ্য চৰকাৰে অনুদান দিলেও প্ৰশাসন বা বৌদ্ধিক দিশত হস্তক্ষেপ পৰাপক্ষত ঐতিহ্য বজাই ৰাখি নকৰে। ৰাজ্য চৰকাৰে শিক্ষাৰ ক্ষেত্ৰত কেন্দ্ৰীয় বা ফেডাৰেল চৰকাৰৰ হস্তক্ষেপ সহ্য নকৰিবলৈ অনুদান গ্ৰহণ কৰা নাছিল। কিন্তু দ্বিতীয় মহাসমৰৰ সময়ত মেচাচুচেটচ ইনষ্টিটিউট অব টেক্নলজি, চিকাগোৰ আৰ্গন আৰু কালফৰ্ণিয়াৰ লৰেন্স ৰেডিয়েচন লেবৰেটৰীত প্ৰতিৰক্ষাৰ বাবে গৱেষণা চলাবলৈ কেন্দ্ৰীয় চৰকাৰে এই তিনিখন গৱেষণাগাৰলৈ অনুদান আগবঢ়োৱাৰ পিছত আৰু কেইখনমান বিশ্ববিদ্যালয়তো তেনে অনুদান আগবঢ়ায়। যুদ্ধৰ পিছতো সকলো ধৰণৰ

বিশ্ববিদ্যালয়ৰ গৱেষণাগাৰত গৱেষণাৰ কাৰণে কেন্দ্ৰীয় অনুদান দিয়াটো এটা নিয়মত পৰিণত হৈ পৰিছে।

## কেন্দ্ৰীয় চৰকাৰৰ সাহায্য

ইয়াৰ উপৰিও বৰ্তমান ৰাজ্য চৰকাৰে গৱেষণাৰ বাহিৰেও উচ্চশিক্ষাৰ বাবে কেইবা শ মিলিয়ন ডলাৰ কেন্দ্ৰীয় চৰকাৰৰপৰা গ্ৰহণ কৰাৰ ফলত কলেজ আৰু বিশ্ববিদ্যালয়ক অনুদানো বেছিকৈ দিব পৰা হৈছে। কেন্দ্ৰীয় চৰকাৰে অনুদান দিয়াৰ লগতে বিশ্ববিদ্যালয়ৰ স্বাধীনতা বহুত খৰ্ব হ'ব বুলি বহুতো লোকে যুক্তি দিলেও বাৰ্কলেৰ নিউক্লিয়াৰ ফিজিক্সৰ প্ৰফেচৰ এজনে কৈছিল যে তেনে অনুদান অহেতুক বুলি প্ৰতিপন্ন হৈছে। বৰঞ্চ গৱেষকসকলক স্বাধীনভাৱে গৱেষণা আৰু পৰীক্ষা কৰাত যথেষ্ট অৱিহণা যোগাই দিছে। সাধাৰণতে ছয়টা অনুষ্ঠানে বিভিন্ন গৱেষণাৰ কামত বিশ্ববিদ্যালয়লৈ অনুদান আগবঢ়ায়; যেনে—স্বাস্থ্য, শিক্ষা আৰু মঙ্গলকাৰক বিভাগ আৰু প্ৰতিৰক্ষা বিভাগে প্ৰায় শতকৰা ৭২ ভাগ কেন্দ্ৰীয় অনুদান দিয়ে। নেচনেল চাইন্স ফাউণ্ডেচন, এটমিক এনাৰ্জি কমিচন, ডিপাৰ্টমেণ্ট অৱ এগ্ৰিকালচাৰ, নেচনেল এৰ'নটিক্স এণ্ড স্পেচ এডমিনিষ্ট্ৰেচন আৰু অন্যান্য অনুষ্ঠানে উচ্চশিক্ষাৰ বাবে অনুদান দিয়ে। ১৯৬৩ চনত ৰাষ্ট্ৰীয় শিক্ষা উন্নয়নৰ আইনত (National Education Improvement Act of 1963) চৰকাৰে প্ৰাথমিক স্তৰৰপৰা স্নাতক শিক্ষালৈ সকলো স্তৰৰ শিক্ষাৰ বুনিয়াদী অভাৱ গুচাবলৈ, মানদণ্ড উন্নত কৰিবলৈ, অধিক শিক্ষাৰ সুবিধা দিবলৈ, শিক্ষানুষ্ঠানৰ অধিক চাহিদা পূৰাবলৈ আৰু ৰাষ্ট্ৰীয় প্ৰয়োজন যেনে কৰ্মপটু কৃতী জনশক্তি, ৰাষ্ট্ৰীয় উন্নতি আৰু ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা বঢ়াবলৈ সৰ্বসংগতিপূৰ্ণ কেন্দ্ৰীয় অনুদানৰ কাৰ্যসূচী ল'ব লাগে বুলি অনুচ্ছেদ কৰিছিল। গতিকে বহুতো শিক্ষাবিদ, ৰাজনীতিজ্ঞ আৰু বিশেষজ্ঞই কেন্দ্ৰীয় অনুদান দিয়াৰ বিপক্ষে ক'লেও বৰ্তমান এই অনুদান বিভিন্ন শিক্ষানুষ্ঠান, গৱেষণাগাৰ আৰু আন আন প্ৰয়োজনীয় ক্ষেত্ৰত দিয়াটো নিয়ম হৈ পৰিছে। অষ্ট্ৰেলিয়াৰ বিশ্ববিদ্যালয়সমূহেও প্ৰথমে ৰাজ্যচৰকাৰৰ অনুদান, ব্যক্তিগত

দান আৰু ছাত্ৰৰ ফিজেৰে বিভিন্ন বিভাগ চলালেও, গৱেষণাৰ কাৰণে ধনৰ নাটনি পৰিছিল। ১৯৩৫ চনৰপৰা কম পৰিমাণৰ অনুদান বিশ্ববিদ্যালয়ক দিলেও ১৯৪৫ত হোৱা কমনৱেল্‌থ্‌ অফিচ অব এডুকেচন স্থাপন হোৱাৰপৰা গৱেষণাৰ কাৰণে কেন্দ্ৰীয় অনুদান দিয়াটো নিয়মত পৰিণত হয়। পাৰ্থৰ কমনওৱেল্‌থ্‌ অব কংগ্ৰেছত লগ পোৱা কেইজনমান উপাচাৰ্যক কেন্দ্ৰীয় অনুদানৰ বিষয়ে সোধোঁতে কৈছিল যে বিশ্ববিদ্যালয়ৰ সীমিত ধনেৰে প্ৰযুক্তি, বৈজ্ঞানিক আৰু আন গৱেষণা কৰাটো সম্ভৱপৰ নহয়। গতিকে কেন্দ্ৰীয় অনুদানে বিভিন্ন ধৰণৰ গৱেষণা কৰাত বিশেষকৈ প্ৰয়োগ আৰু ব্যৱহাৰিক গৱেষণাৰ উন্নতিসাধনত যথেষ্ট অৰিহণা আগবঢ়াইছে। কিন্তু কেইজনমান উপাচাৰ্যই কৈছিল যে অনুদানৰ মাজেৰে কমনৱেল্‌থে বিশ্ববিদ্যালয়ৰ স্বায়ত্ব শাসনত বহুতখিনি হস্তক্ষেপ কৰিছে। অনুদানৰ লগত বান্ধি দিয়া নিয়মে বিশ্ববিদ্যালয়ৰ স্বাধীনতা হৰণ কৰা বুলি সন্দেহ কৰি বহুতে কমনৱেল্‌থৰ অনুদান নিবিচাৰিলেও তেওঁলোকে বিশ্ববিদ্যালয়ৰ আৰ্থিক অৱস্থালৈ চাই অনুদান ল'বলৈ বাধ্য হৈছে।

আমেৰিকাত ৰাজ্য চৰকাৰে বৰ্তমান অৱস্থাত শিক্ষাৰ ক্ষেত্ৰত কেন্দ্ৰীয় অনুদান গ্ৰহণ কৰিলেও বিশ্ববিদ্যালয়ত হস্তক্ষেপ কৰাৰ পক্ষপাতিত্ব নকৰে। ইয়াত সাধাৰণতে দুই ধৰণৰ বিশ্ববিদ্যালয়—ৰাজহুৱা আৰু ব্যক্তিগত থাকিলেও কেন্দ্ৰীয় চৰকাৰে কিছুমান আগশাৰীৰ ব্যক্তিগত বিশ্ববিদ্যালয় যেনে—হাৰ্ভাৰ্ড আৰু ষ্টেণ্ডফৰ্ড আদিলৈ গৱেষণাৰ কাৰণে শকত পৰিমাণৰ অনুদান বছৰি দিয়ে। ফলত ইয়াৰ গৱেষণাগাৰবোৰ অতি সমৃদ্ধ হোৱাৰ কাৰণে বিভিন্ন ঠাইৰ নামজ্বলা বিজ্ঞানী আৰু বিশেষজ্ঞক ইয়ালৈ আকৰ্ষিত কৰে।

আমেৰিকাত গ্ৰেটব্ৰিটেইনৰ দৰে কোনো কেন্দ্ৰীয় শিক্ষানীতি নাই যি ৰাষ্ট্ৰীয় শিক্ষাপদ্ধতি প্ৰৱৰ্তন কৰাত সহায় কৰে। শিক্ষা ৰাজ্যৰ বিষয় হোৱা কাৰণে পঞ্চাশখন ৰাজ্যত পঞ্চাশ ধৰণৰ শিক্ষা পদ্ধতি প্ৰৱৰ্তন কৰে। কিন্তু আয়োগ, কমিটি আৰু শিক্ষা বিষয়ৰ সংগঠনবোৰে শিক্ষাৰ উন্নতিৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছে। কিন্তু ইয়াত প্ৰায় দুহেজাৰতকৈও বেছি শিক্ষা সংক্ৰান্ত সংগঠন থকাৰ কাৰণে শিক্ষাৰ ক্ষেত্ৰত পৰীক্ষণ নিৰীক্ষণ



ষ্ট্যাচু অব লিবার্টি



গোল্ডেন গেট ব্রিজ



এম্পায়াৰ ষ্টেট বিল্ডিং



হাডচন নদীৰ পাৰত ওৱৰ্ল্ড ট্ৰেড চেণ্টাৰ



ৰকফেলাৰ চেণ্টাৰ



ৰয়চি হল, কালিফৰ্নিয়া বিশ্ববিদ্যালয়

আৰু সমীক্ষা চলি থাকে। শিক্ষাৰ ক্ষেত্ৰত বিভিন্ন মত আৰু বিভিন্ন সমালোচনাই শিক্ষক, প্ৰশিক্ষক, সংগঠন আদি শিক্ষানুষ্ঠানৰ লগত জড়িত ব্যক্তিক সচেতন কৰি ৰাখে। উচ্চশিক্ষাৰ ক্ষেত্ৰত 'আমেৰিকান কাউন্সিল অব এডুকেচন'খনৰ স্বীকৃতিয়ে উচ্চশিক্ষাৰ উদ্দেশ্য, বিষয়, সংগঠন আদি সমস্যা সমাধানত সহায় আগবঢ়াইছে। কিন্তু আমেৰিকাৰ দৰে বহু-মিশ্ৰিত জাতিৰ দেশখনে প্ৰয়োগবাদক বিশ্বাস কৰা আৰু বাস্তৱমুখী হোৱাৰ কাৰণে ব্যৱহাৰিক শিক্ষা আৰু প্ৰয়োগিক গৱেষণাত অধিক গুৰুত্ব দিছে। প্ৰত্যেক বিশ্ববিদ্যালয়ে নিজৰ স্বতন্ত্ৰতা বজাই ৰাখিবলৈ নিজস্ব শিক্ষাৰ উদ্দেশ্য আৰু বিষয় আৰু বিভাগ নিৰ্ধাৰণ কৰে আৰু প্ৰশাসনীয় স্বতন্ত্ৰতা বজাই ৰাখে। যেনে ১৭৮৪ চনতে স্থাপন হোৱা 'ডি ইউনিভাৰ্চিটি অব ষ্টেট অব নিউইয়ৰ্ক' ৰাজহুৱা আৰু ব্যক্তিগত প্ৰায় দুশমান বিশ্ববিদ্যালয় আৰু কলেজ লৈ সংগঠিত হৈছে। ব'ৰ্ড অব ৰিজেণ্টৰ প্ৰশাসনীয় সংগঠনৰ তলত ইয়াত অকল উচ্চ শিক্ষানুষ্ঠানে নহয় মাধ্যমিক শিক্ষা আৰু তেনে শিক্ষা, মিউজিয়াম, লাইব্ৰেৰী, বিভিন্ন সংগঠনেৰে সৈতে কিণ্ডাৰ গাৰ্ডেনৰপৰা স্নাতক স্কুল-কলেজলৈ শিক্ষা পদ্ধতি সংগঠন কৰিছে। গোটেই নিউইয়ৰ্ক ৰাজ্যৰ শিক্ষা ব্যৱস্থা কৰা ব'ৰ্ড অব ৰিজেণ্টৰ তলত কেইবাটাও উচ্চশিক্ষাৰ শিক্ষানুষ্ঠান থাকে যেনে—ষ্টেট ইউনিভাৰ্চিটি অব নিউইয়ৰ্ক (১) চিটি ইউনিভাৰ্চিটি অব নিউইয়ৰ্ক (৩) পাব্লিক কমিউনিটি কলেজসমূহ আৰু (৪) ব্যক্তিগত কলেজসমূহ। ব'ৰ্ড অব ৰিজেণ্টে গোটেই ৰাজ্যৰ শিক্ষাৰ বিভিন্ন প্ৰয়োজনৰ বিষয়ে পুংখানুপুংখভাৱে চালি-জাৰি চাই শিক্ষাৰ আঁচনি কৰে, বিভিন্ন সংগঠন আৰু অনুষ্ঠানক দায়িত্ব দিয়ে, নতুন শিক্ষানুষ্ঠান প্ৰয়োজন অনুযায়ী স্থাপন কৰে আৰু শিক্ষাৰ প্ৰসাৰ আৰু উন্নতিৰ বাবে মূল্যাংকন কৰাৰ ব্যৱস্থা ৰাখিছে। মোৰ লগত থকা শিক্ষা বিভাগৰ অধ্যাপক প্ৰফেচৰ হেইষ্টক মই এনে ব্যৱস্থাই জটিলতা আৰু স্থাবৰতাৰ সৃষ্টি নকৰে নে বুলি সোধাত তেখেতে কৈছিল যে ই এক জটিল প্ৰশাসনীয় সংগঠনৰ সৃষ্টি কৰিছে যদিও বহুত ক্ষেত্ৰত দ্ৰুত সিদ্ধান্ত লোৱাত সহায় কৰে। প্ৰত্যেকটো শিক্ষানুষ্ঠানৰ নিজস্ব শাসন ব্যৱস্থা থকাৰ কাৰণে নিজৰ প্ৰশাসনত জটিলতাৰ সৃষ্টি নহয় বুলিও ক'লে। যেনে, ষ্টেট ইউনিভাৰ্চিটি

অব নিউয়র্ক ইয়াৰ অন্তর্গত হলেও ইয়াৰ তলত থকা আন অনুষ্ঠানবোৰৰ আঁচনি, পৰিদর্শন আৰু উন্নতিৰ বিষয়ে বিবেচনা কৰিবলৈ বর্ড অব ট্রাষ্টি আছে। এই বিখ্যাত বিশ্ববিদ্যালয়ৰ দায়িত্বত আঠাৰমটা চৌহদ তিনিটা বিশ্ববিদ্যালয় কেন্দ্র, দুটা মেডিকেল চেণ্টাৰ, পাব্লিক এফেয়ার্ছ স্কুল, চব্বিশটা কলেজ আৰু আঠাইশটা দুবছৰীয়া কমিউনিটি কলেজ থাকিলেও প্রত্যেক-বোৰৰ প্রশাসনীয় সংগঠনে আনক হস্তক্ষেপ নকৰে। কিছুমান বিশ্ববিদ্যালয়ৰ চৌহদ ইমান ডাঙৰ যে কিছুমান শিক্ষাবিদে ইয়াক 'বহু-বিশ্ববিদ্যালয়' বুলিহে অভিহিত কৰিছিল।

আমেৰিকাৰ বিশ্ববিদ্যালয়সমূহে বিশেষকৈ গৱেষণাৰ প্রাধান্য থকা বিশ্ববিদ্যালয়ে বৌদ্ধিক সংস্কাৰ. বিজ্ঞান, প্রযুক্তিবিজ্ঞান, আন আন বিষয়ত নতুন নতুন আৱিষ্কাৰে সমাজৰ সমৃদ্ধি সাধনত যথেষ্ট অৰিহণা যোগাইছে। এফালে গৱেষণাৰ বাবে অত্যাধুনিক যন্ত্র-পাতি আৰু সা-সুবিধাৰ যোগাৰ দি ৰাজ্য, কেন্দ্রীয় আৰু ব্যক্তিগত অনুষ্ঠানে যথেষ্ট সহায় কৰে আৰু আনফালে কমিউনিটি কলেজ কমপ্রিহেন্‌চিভ কলেজ জুনিয়ৰ কলেজৰ সংখ্যা বঢ়াই উচ্চশিক্ষাৰ দুৱাৰ সকলোলৈকে মুকলি কৰিছে।

# জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিকত ভ্ৰমণ

## ক্ৰাইবচ্‌ওৱাল্ড

বিশ্ববিদ্যালয় অনুদান আয়োগে সাংস্কৃতিক বিনিময় আঁচনিত মোক মনোনীত কৰাত মই ১৯৮৩ চনৰ এৰৈকশ অক্টোবৰত দিল্লীৰপৰা বাৰ্লিনলৈ বুলি যাত্ৰা কৰোঁতে বহুত চিন্তা মনলৈ আহিছিল। দুখনকৈ বিশ্বযুদ্ধত ধ্বংসপ্ৰাপ্ত জাৰ্মানিৰ বৰ্তমান ৰূপটো কেনে হব? মই জাৰ্মান ভাষাটো নজনাৰ কাৰণে মানুহৰ লগত ভাবৰ আদান-প্ৰদানত বাধাৰ প্ৰাচীৰ হ'ব নেকি? মানুহবোৰ ইংৰাজসকলৰ দৰে নিয়ম বান্ধি চলা আৰু কম কথা কোৱা নেকি? মস্কোৰ এয়াৰপৰ্টত পাঁচঘণ্টা থাকি তাত কাম কৰা ৰাচিয়ান কেইজনমানক বৰ উদাসীন আৰু নিৰাসক্ত দেখি মনটো বেয়া লাগিছিল। কাৰণ তেওঁলোকে ইংৰাজী বুজি নোপোৱাৰ কাৰণে উত্তৰ দিব নোৱাৰিলেও সহায় কৰা মনোভাৱটো কম দেখিলো। কিন্তু বাৰ্লিনলৈ বুলি মস্কোৰ ইন্টাৰ ফ্লুটখনত উঠাৰ লগে লগে ওচৰত বহা গোটেই জাৰ্মান পুৰুষ-মহিলাই লোক হাঁহি মাৰি শাৰীখন দেখুৱাই 'ইন্দানা' নেকি সুধিছিল। এজনে মোক বেগটো থোৱাত আৰু এগৰাকীয়ে কোটটো খোলাত সহায় কৰাত মই স্বস্তিৰ নিশ্বাস পেলালো। বুজিলো এওঁলোক ইংৰাজসকলতকৈ বেলেগ। এয়াৰ হোষ্টেছ গৰাকীয়ে ইংৰাজী জনাৰ কাৰণে তেওঁক মাতি আনি মই কি খাম, কি অসুবিধা পাইছো আদি প্ৰশ্ন সুধিছিল আৰু মৰম কৰি কেইজনমানে আপেল আৰু বিস্কুট উলিয়াই দিছিল কাৰণ সেই প্লেনখনত ময়ে বিদেশী অৰ্থাৎ ভাৰতীয়।

বাৰ্লিনলৈ আহিয়ে পিছদিনা যাবলগীয়া হ'ল ক্ৰাইবছৱাল্ডলৈ। বাল্টিক সাগৰৰ পাৰত থকা পুৰণি চহৰ, কিন্তু নতুনকৈ সাজিছে। তাৰ পৰা আৰম্ভ হ'ল যেন যাযাবৰৰ যাত্ৰা! স্ৰালচুন্ড, হালে, লাইপজিগ, ড্ৰিচডেন, বাৰ্লিন, পষ্টাম আদি বিভিন্ন ঠাইলৈ যাবলগীয়া হোৱাত বিভিন্ন

বিষয়ৰ বিষয়ে জনাৰ সুবিধা পাইছিলো। কমিউনিষ্ট দেশত সকলো সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু শৈক্ষিক ব্যৱস্থা ৰাষ্ট্ৰৰ অধীনত থাকিলেও ইয়াত সমবায় সমিতিয়ে কৃষিৰ ক্ষেত্ৰত উল্লেখযোগ্য কাম কৰিছে। কিছুমান ব্যক্তিগত ঘৰ আৰু ব্যক্তিগত সৰু সৰু ব্যৱসায়ো দেখা পালো।

দ্বিতীয় বিশ্বযুদ্ধত প্ৰায় সম্পূৰ্ণভাৱে বোমা বৰ্ষণত ধ্বংস হোৱা চহৰবোৰত নতুন চহৰ গঢ়ি উঠিছে। শিল্পোদ্যোগত দ্ৰুত অগ্ৰগতি লাভ কৰা দেশখনৰ পুৰণি চহৰখনৰ লগতে নতুন চহৰৰ অংশ গঢ়ি উঠিছে। কিছুমান চহৰত এটমিক এনাৰ্জি ব্যৱহাৰ কৰি ঘৰে ঘৰে গেছ আৰু গৰম পানীৰ যোগান ধৰিছে। নতুনকৈ গঢ়ি উঠা চহৰৰ ঘৰবোৰ পোন্ধৰ-ষোল তলা, প্ৰায় এহেজাৰ লোক থাকিব পাৰে। জন প্ৰয়োজন অনুযায়ী ঘৰবোৰ সজা হয় আৰু বিশেষ সুবিধা দিয়ে মেহনতী বনুৱা আৰু ছাত্ৰ-ছাত্ৰীক।

ইয়াত পুৰুষ আৰু মহিলাক সমান অধিকাৰ দিছে। সাংবিধানিক ভাৱে আৰু বাস্তৱত তাক ৰূপায়িত কৰিছে কৰ্মৰ সুবিধা আৰু একে দৰমহা দি। ঘৰুৱা কাম আৰু শিশুসকলক পৰিচৰ্যা কৰি সময় নষ্ট নকৰি সমাজতান্ত্ৰিক উৎপাদনমূলক কাম কৰিবলৈ নাৰীসকলক সমান শিক্ষা, প্ৰশিক্ষণ আৰু সমান সুবধিা দিছে। শিশুসকলৰ যত্ন লবলৈ ৰাষ্ট্ৰই তিনি মাহৰপৰা তিনি বছৰ পূৰ নোহোৱালৈ ক্ৰেছত আৰু তিনি বছৰৰপৰা ছয় বছৰ পূৰ নোহোৱালৈ কিণ্ডাৰ গাৰ্ডেনত থোৱাৰ ব্যৱস্থা কৰিছে। নিম্নস্তৰৰ শিক্ষাত শতকৰা ৯৯ গৰাকী শিক্ষয়ত্ৰী। ট্ৰাম চলোৱা, বাচ চলোৱা কলকাৰখানাত কাম কৰোঁতা নাৰীয়ে সমানে পুৰুষৰ লগত অংশ গ্ৰহণ কৰিছে। কিছুমান বৃত্তি যেনে কাৰিকৰী বৃত্তি, ফাৰ্মাচী, টেকনলিজকেল বৃত্তি আদিত নাৰীসকল হেনো আগবাঢ়ি নাযায়। আন পশ্চিমীয়া দেশৰ দৰেই দোকান, ৰেস্তোৰা, ডাকঘৰখানা, শিক্ষানুষ্ঠানত সহায়কাৰিণীৰ বা শিক্ষয়ত্ৰীৰ সংখ্যা দেখা যায়। মোক ষ্টেচনৰপৰা নিবলৈ অহা আইৰিণ গৰিকে বোলা ধুনীয়া বাইশ বছৰীয়া শিক্ষয়ত্ৰী গৰাকীয়ে কৈছিল যে আমি ল'ৰা-ছোৱালী আৰু ঘৰ-সংসাৰ ভাল পাওঁ

কাৰণে গধুৰ বৃত্তিলৈ যাবৰ মন নকৰো। তাইৰ ঘৰলৈ গধুলিৰ আহাৰ খাবলৈ যাওঁতে দেখিলো ছুটা কোঠাৰ ঘৰটোত আধুনিক সা-সুবিধা সকলো আছে। আৰু ৰন্ধা-বঢ়াৰ সকলো সঁজুলিৰে সৰু কোঠাটো ভৰপূৰ হৈ আছে।

কমিউনিষ্ট দেশ জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিকত ঘৰক সমাজৰ ক্ষুদ্ৰ অংশ হিচাপে গণ্য কৰি সামাজিক নিৰাপত্তা যিখিনি দিব লাগে চৰকাৰে দিবলৈ সমৰ্থ হৈছে। সকলো মানুহে ইচ্ছানুযায়ী নহলেও বৃত্তি পায় নিজৰ জীৱিকা নিৰ্বাহৰ কাৰণে। মহিলাই সকলোতে সমানভাৱে বৃত্তি বাছি লব পাৰে। খোৱা খাদ্য আৰু ল'ৰা-ছোৱালীৰ কানি-কাপোৰ, ঘৰৰ ভাড়া আৰু ৰাজহুৱা যান-বাহনৰ টিকেট অতি সস্তাত পোৱা যায় অৰ্থাৎ আচল দামতকৈ আধা আৰু বাকী অংশ চৰকাৰে দিয়ে।

মহিলাসকলে পুৰুষৰ সমানে কাম কৰাৰ যিখিনি সুবিধা লাগে সকলো দিবলৈ চৰকাৰে যত্ন কৰিছে। কেঁচুৱা থৈ কামলৈ যাবলৈ ক্ৰেছ আৰু কিণ্ডাৰ গাৰ্ডেন প্ৰায় প্ৰত্যেক এলেকাতে স্থাপন কৰে। কিণ্ডাৰ গাৰ্ডেনত লিখা-পঢ়া নিশিকাই খেলাৰ মাজেৰে ইমান সুন্দৰকৈ শিশুক গঢ় দি তোলে যে ইহঁতো ঘৰত থকা শিশুতকৈ দহবছৰীয়া শিক্ষা আৰম্ভ কৰোঁতে বহুত আগবাঢ়ি থাকে। কিছুমান এলেকাত ক্ৰেছৰ চাহিদা বেছি হৈছে কিন্তু সেই অনুযায়ী ক্ৰেছ স্থাপন হোৱা নাই। মহিলাই কামৰপৰা সন্তান জন্মৰ আগত পিছত ছাব্বিশ সপ্তাহ চুটি পোৱাৰ পিছত ইচ্ছা কৰিলে এবছৰলৈ কেঁচুৱাটো ডাঙৰ কৰিবৰ কাৰণে কামৰপৰা চুটি লব পাৰে কিন্তু কামৰ পাব লগীয়া নিৰাপত্তা সম্পূৰ্ণ পায়।

ইয়াত প্ৰত্যেকতে প্ৰশিক্ষণ লাগে। দহ বছৰীয়া পাঠ্যক্ৰম ষোল বছৰত শেষ কৰাৰ পিছত সকলোৱে বাচি লোৱা বৃত্তি অনুযায়ী পাঁচ বছৰীয়া, তিনিবছৰীয়া বা ছুবছৰীয়া প্ৰশিক্ষণ লব লাগে বৃত্তিমূলক স্কুলত। সাধাৰণ ওৱেটাৰ আৰু ওৱেট্ৰেছ হব লাগিলেও তিনি বছৰীয়া প্ৰশিক্ষণ লব লাগে। ১৯৭৭ চনত লোৱা এটা সমীক্ষাৰপৰা বুজা গৈছিল যে ক্ৰেছত দিয়া শিশুৰ শতকৰা ৭০'৪ জন দেউতাক আৰু শতকৰা ৬৭'৮ গৰাকী মাতৃদক্ষ প্ৰশিক্ষণপ্ৰাপ্ত বমুৱা। এগৰাকী কাৰিকৰী অনুষ্ঠানত কাম কৰা

মাতৃয়ে কৈছিল যে বিজ্ঞানৰ দ্ৰুত প্ৰগতি আৰু কল-কাৰখানাত জটিল-মেচিন আদিৰ ব্যৱহাৰে প্ৰশিক্ষণ লবলৈ বাধ্য কৰে। প্ৰশিক্ষণ নললে কোনো কামেই কৰিব নোৱাৰাৰ কাৰণে ই বৃত্তিৰ এটা অংশ হৈ পৰিছে।

জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিকত ওঠৰবপৰা বাইশ বছৰ বয়সৰ ভিতৰত বিয়া হোৱাটো বা ল'ৰা-ছোৱালী হোৱাটো সাধাৰণ কথা। ক্ৰাইবছৱাল্ডত প্ৰফেছৰ চুয়েটমানক ইয়াৰ কাৰণ সোধোতে ক'লে যে সামাজিক পৰিবৰ্তন আৰু অৰ্থনৈতিক প্ৰগতিৰ কাৰণেই হয়তো এইটো সম্ভৱপৰ হৈছে। চৰকাৰে ল'ৰা-ছোৱালীৰ সকলো শিক্ষাৰ দায়িত্ব লৈছে। দহবছৰীয়া বাধ্যতামূলক শিক্ষা বিনামূল্যে দিয়াৰ পিছত সোতৰ বছৰৰ পিছত সকলো শিক্ষাৰ্থীকে মাহে দুশ মাৰ্কৈকে জলপানী আৰু থকাৰ বাবে এটা কোঠা দিয়ে আৰু দুপৰীয়া আৰু সন্ধিয়াৰ আহাৰ অতি কম দামত ছাত্ৰৰ কেনটিনত খাবলৈ পায়। এই সময়ত ল'ৰা-ছোৱালীয়ে নিজৰ মনে বচাজনক বাচি লয় আৰু বিয়া বাৰু কৰাই একে লগে থাকে। কাৰণ বিয়া কৰোৱাৰ পিছত সাধাৰণতে দুটা কোঠাৰ ঘৰ পায় আৰু কেঁচুৱা হ'লে মাহে এশ মাৰ্কৈকে চৰকাৰে দিয়ে। পাঁচশ মাৰ্কেৰে এটা তিনিজনীয়া পৰিয়াল সুন্দৰকৈ চলি যায়। মাক-বাপেকে কেঁচুৱা ৰাতিপুৱা ক্ৰেছত থৈ পঢ়া-শুনা কৰিবলৈ দিনটো ওলাই যায়। আৰু গধূলি সময়ত আৰম্ভ হয় সাংসাৰিক জীৱনৰ কাম য'ত ইজনে সিজনক সহায় কৰাৰ আৰু বুজা পৰাৰ প্ৰশ্ন আহে।

## পূৱ জাৰ্মানিৰ যাত্ৰা ঃ
## কমিউনিষ্ট দেশ হলেও মানুহবোৰ গহীন নহয়

বাৰ্লিনৰপৰা ট্ৰেইনেৰে ক্ৰাইছৱাও ষ্টেচন পোৱাত আইৰিণ নামৰ অধ্যাপিকাই তাৰপৰা দহ তলীয়া প্ৰকাণ্ড অট্টালিকা এটাৰ তিনি তলাৰ ওপৰৰ তাই থকা ফ্লেটলৈ আনোতে মই জাৰ্মানিৰ নতুন জীৱন যাত্ৰাৰ সামান্য অভাস পাইছিলো। দুৱাৰখন খুলি তাই মোৰ ডাঙৰ কোটটো খোলাত সহায় কৰি আঁৰি থলে। ভিতৰৰ কোঠাবোৰ 'চেণ্ট্ৰেল

হিটিঙৰ' বাবে গৰম হোৱা দেখি কাৰ্ডিগানটো খুলি আঁৰি থলো। তাই মোক বহা কোঠালৈ মাতি আনি বহিবলৈ কৈ চাহ কৰিবলৈ গ'ল। মই ধুনীয়াকৈ সজাই থোৱা বহা কোঠাটোৰ চাৰিওফালে চাই দেখিলো দেৱালত থকা কাঠৰ সুন্দৰ ৰেকত কিভাপে সজাই থৈছে, এফালে টেলিভিচন, ৰেকৰ্ডপ্লেয়াৰ আৰু সৰু সৰু টাবত কেকটাছ আৰু বিভিন্ন ফুল সজাই থৈছে। খিৰিকিৰ মুখতো কেকটাছৰ টাব। ইয়াত সকলো ঠাইতে মানুহে ফুলৰ টাব ঘৰৰ ভিতৰত ধুনীয়াকৈ সজাই থোৱা পিছত দেখিছিলো। আইৰিণে ৰঙা চাহ আৰু কেবাবিধো কেক লৈ ভিতৰ সোমাই মোক খাবলৈ অনুৰোধ কৰিলে। চাহ বাকি তাই মোৰ ঘৰৰ কথা, বতৰৰ কথা, দেশৰ কথা সুধি কি কি খাওঁ জানিবলৈ বিচাৰিলে। মই এফালৰপৰা কৈ যোৱাৰ পিছত দালি কি বস্তু, পৰঠা, ৰুটি কি আদি জানিবলৈ বিচৰাত মই বৰ্ণনাহে দিলো, বুজি হয়তো নাপালে। আমি ৰাতি নটা-দহটাত ভাত খাওঁ বুলি কোৱাত আচৰিত হৈ কিয় ইমান দেৰিকৈ খাওঁ সোধাত সেইটো নিয়মে বুলি ক'লো। তাই ছয়টা বজাৰ লগে লগে 'চাপাৰ' অৰ্থাৎ ৰাতিৰ সাজ তৈয়াৰ কৰিবলৈ থিয় হোৱাত ময়ো সহায় কৰিম নে বুলি কোৱাত তাই মোক কথা পাতিবলৈ পাকঘৰলৈ মাতিলে। যোৱাৰ আগতে ধুনীয়াকৈ সজাই থোৱা নিজৰ শোৱা কোঠা, ল'ৰাজনৰ পুতলাৰে সজাই থোৱা কোঠা দেখুৱাই পাকঘৰলৈ আনিলে। আধুনিক যন্ত্ৰ-পাতিৰে ধুনীয়াকৈ পাতি লোৱা পাকঘৰ। টিঙবোৰ কাটি চকল চকল মাংস, সিজোৱা তিয়ঁহ, বান্ধা কবি, গাজৰ-বিটৰুট আৰু সিজোৱা আলু উলিয়াই সজাই ললে ট্ৰেখনত। কফি খাবলৈ পানী গৰম কৰিলে। ঠিক ছয়টা পোন্ধৰ হোৱাৰ লগে লগে টেবুলত নতুনকৈ বেলেগ টেবুল কাপোৰ পাৰি বস্তুবোৰ সজাই ছয়টা ত্ৰিশত খোৱাত বহিবলৈ মাতিলে। মই ইটো-সিটো নি সহায় কৰিলেও দুজনৰ প্লেট সজোৱা দেখি সুধিলো "তোমাৰ স্বামী আৰু ল'ৰাজনে নাখায় নেকি ?" তাই হাঁহি কলে "মোৰ ল'ৰা আজি শহুৰ-শাহুৰ ওচৰলৈ গৈছে, তেওঁলোকে তাক খুব মৰম কৰে। কিন্তু মোৰ স্বামী মোৰ লগত নাথাকে। আমাৰ বিবাহ বিচ্ছেদ হৈছে।"

মই হতভম্ব হৈ তাইক তেনেকৈ সোধাৰ কাৰণে বেয়া পাবলৈ হাক দিলো। তাই অতি সহজভাৱে হাঁহি ক'লে এইটো কি ডাঙৰ কথা। মানুহৰ মাজত মনোমালিন্য হলে বেলেগ হোৱাই ভাল। মই সহানুভূতি দেখুৱাই ক'লো 'তোমাৰ ইমান কম বয়স তাতে আঠ বছৰীয়া ল'ৰা আছে। মই ভৱাই নাছিলো যে তুমি অকলে থাকা'। তাই হাঁহি হাঁহি কলে 'মই ঘৰত অকলে থাকিলেও বন্ধু-বান্ধব যথেষ্ট আছে। তাৰউপৰি পলিটেকনিক স্কুলত কাম কৰিলে নিজপাঠ, যন্ত্ৰপাতি ঠিক কৰি পাঠদান প্ৰস্তুত কৰোতে ব্যস্ত থাকো। কিন্তু মোৰ স্বামী থাকোতে আৰু বেছি কষ্ট হৈছিল। আমি পঢ়ি থকা অৱস্থাত ওঠৰ বছৰ বয়সত বিয়া হৈ ল'ৰাও হ'ল। পঢ়া শেষ কৰি কামত সোমাই এই ফ্লেটটোলৈ আহোতে মই ৰন্ধা-বঢ়া, কাপোৰ ধোৱা, কেঁচুৱা চোৱা সকলো কাম কৰোতে মোৰ ভীষণ কষ্ট হৈছিল। তেওঁ মোক সহায় কৰক ছাৰি নিজৰ কাপোৰো মই ধুবলৈ এৰি অহাত মই অতীষ্ঠ হৈ পৰিলো। শেষত আমাৰ কাজিয়া ইমান বেছি হ'ল যে মই বিবাহ-বিচ্ছেদ বিচাৰিলো। ঘৰটো মোৰ নামত থকাব বাবে তেওঁ গুচি গ'ল।

তাই কথাবোৰ ইমান সহজভাৱে কৈছিল যে মই অবাক হৈ তাইৰ মুখলৈ চাই আছিলো। লাহেকৈ ক'লো 'আমাৰ দেশত বিয়াক এক পবিত্ৰ বন্ধন বুলি ভাৱে। মাক-বাপেকে ঠিক কৰা বিয়াত ছোৱালীয়ে শহুৰৰ ঘৰত নিজকে মিলাই লোৱাৰ মানসিকতাৰে দেওৰ, ননদ, শাহু-শহুৰৰ যত্ন লয়। গাঁৱত বোৱাৰীয়ে ধান খুন্দাৰপৰা ভাত ৰন্ধালৈ সকলো কাম কৰিব লাগে।

এইবাৰ তাইৰ অবাক হোৱাৰ পাল। উত্তেজিত হৈ তাই ক'লে 'তোমালোকৰ বোৱাৰীবোৰে প্ৰতিবাদ নকৰে কেলেই? তোমালোকৰ স্ত্ৰী-স্বাধীনতা আন্দোলন হোৱা নাই?' তাইক লাহেকৈ আমাৰ ইয়াৰ সামাজিক অৱস্থা, জীৱন-যাত্ৰা আৰু অৰ্থনৈতিক ব্যৱস্থাৰ কথা কৈ নাৰীৰ কৰ্তব্যৰ বিষয়ে কলো। তাই শুনি অবিশ্বাসৰ সুৰত ক'লে 'তোমালোকৰ নাৰীয়ে অৰ্থনৈতিক স্বাধীনতাৰ কাৰণে চেষ্টা কৰা ভাল নেকি?' কিন্তু তোমাক দেখিলেতো তোমাৰ দেশৰ নাৰী ইমান পৰমুখাপেক্ষী যেন

নালাগে। মই তাইক কেনেকৈ বুজাম যে আমাৰ দেশত সিহঁতৰ দৰে অৱস্থা পাবলৈ আৰু বহুত বছৰ লাগিব।

আইৰিণে ক'লে 'আমাৰ ইয়াৰ নাৰী-পুৰুষৰ সমান অধিকাৰ সাব্যস্ত কৰিছে সকলো ব্যৱস্থাতে। বয়সীয়া আৰু অক্ষমৰ বাহিৰে প্ৰায় শতকৰা ৮৫ গৰাকী নাৰীয়ে কাম কৰে। অৰ্থনৈতিক স্বাধীনতা থকাৰ কাৰণে নাৰীয়ে পুৰুষৰ সমানে সমানে যাব পাৰিলেও কিছুমান ক্ষেত্ৰত সামাজিক সংস্কাৰৰ কাৰণেই হওঁক পুৰুষে আগভাগ বিচাৰে। যেনে ঘৰুৱা কামত স্বামীয়ে স্ত্ৰীক সহায় কম কৰে। ইয়াৰ বাবেও বহুত অশান্তি দেখা দিয়ে।"

আইৰিণেই কলে যে জাৰ্মানিত মহিলাক কাম কৰাৰ যথেষ্ট সুবিধা দিছে। ষোল বছৰৰ তলৰ ল'ৰা-ছোৱালী থাকিলে মাকে সপ্তাহত চল্লিশ ঘণ্টা কাম ( সাধাৰণতে পঞ্চল্লিশ ঘণ্টা কাম কৰিব লাগে ) কৰাৰ উপৰিও মাহেকত এদিন ছুটী পায়। সন্তান সম্ভৱা নাৰীয়ে ছাব্বিশ সপ্তাহৰ ছুটী পোৱাৰ উপৰিও সন্তানৰ বাবে এহেজাৰ মাৰ্ক পায়। দ্বিতীয় সন্তান হ'লে এবছৰৰ ছুটী পোৱাৰ উপৰিও শতকৰা সত্তৰ নৱৈ ভাগ অৰ্থনৈতিক সহায় পায়। প্ৰথম সন্তান হলেও এবছৰ ছুটি লব খুজিলে দৰমহা নোলোৱাকৈ চুটি লব পাৰে, কিন্তু কামৰ সকলো সুবিধা পায়।

আইৰিণে আমাৰ দেশৰ নাৰীৰ বিষয়ে জানিবলৈ খুব আগ্ৰহ দেখুৱাত আমাৰ নাৰীয়ে কিমান শৰীৰিক পৰিশ্ৰম কৰিব লাগে আৰু শুই উঠাৰ পৰা যে ঢেকী দিয়া, তাঁত বোৱা, ভুই ৰোৱা আদি সকলো কাম কৰিব লাগে তাক জনালো। কিন্তু ইমান কাম কৰিও যে এবাৰ ভাল মাত নাপায় বা হালোৱা এচাৰিৰ কোব খায়, যৌতুক দিব নোৱাৰাৰ কাৰণে মৃত্যুবৰণ কৰে সেইবোৰ কবলৈ লাজ লাগিল। বিদেশীনীৰ আগত নিজৰ দেশৰ ভাল কথাখিনি কৈয়ে সান্ত্বনা লভিছিলো। আমাৰ সমাজত পুৰুষে নাৰীৰ ওপৰত প্ৰভুত্ব চলোৱাৰ কথা কওঁতে আইৰিণে কৈছিল যে জাৰ্মানিত নাৰী আৰু পুৰুষক সমান অধিকাৰ দিয়াৰ উপৰিও সমান সুবিধা আৰু সমান দৰমহা দিয়ে আৰু চৰকাৰে বৃত্তিমূলক দক্ষতা বঢ়োৱাৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰিছে।

পিছদিনাখন প্ৰফেচৰ গাডকেই ( Radhke ) মোক দুপৰীয়াৰ আহাৰ ( এওঁলোকে ডিনাৰ কয় ) খাবলৈ নিমন্ত্ৰণ কৰিলে। সিজোৱা আলু, চিজত সিজোৱা মুৰ্গীৰ মাংস, গাজৰ, চুপ আৰু ফল খাই মোক তেওঁলোকে বাল্টিক সাগৰৰ পাৰৰ আমোদ কেন্দ্ৰ এখনলৈ লৈ গ'ল। ভূগোলত পঢ়া বাল্টিক সাগৰ দেখাৰ সৌভাগ্য ইমান সহজে হব বুলি ভবাই নাছিলো। সাগৰৰ মাজৰ বহুত দূৰলৈ বান্ধি দিয়া দলঙৰ ওপৰেৰে গৈ সাগৰৰ ৰূপ উপভোগ কৰি আৰু চিগল চৰাইৰ মাত শুনি আগবাঢ়ি যাওঁতে প্ৰফেচৰ গাডকেই সুধিলে 'ভাৰতত এনেকুৱাকৈ আমোদ কেন্দ্ৰ আছে নে ?' মই 'আছে' বুলি কলেও আমাৰ ব্ৰহ্মপুত্ৰ নদীৰ পাৰৰ দুৰ্গন্ধৰ কথা ভাবি নদীৰ কাষৰ কথা নকলো। ইমান সুন্দৰ প্ৰাকৃতিক শোভা উপভোগ কৰাৰ সুবিধা আমাৰ ইয়াত দিয়াৰ ব্যৱস্থা কৰিব পৰা নাই। নদীৰ পাৰ বাকৰিত অপৰিচ্ছন্ন কৰি থোৱা মানুহৰ স্বভাৱ কেতিয়া নাইকিয়া হব বাৰু ? আমাৰ ঠাইত ওখ পৰ্বত, বহল নদী আছে নেকি সোধা প্ৰশ্নত মই কৈছিলো যে মই থকা চহৰখনৰ চাৰিওফালে পাহাৰে আবৃত আৰু মাজেৰে ব্ৰহ্মপুত্ৰ নদী বৈ যোৱাৰ কাৰণে প্ৰাকৃতিক দৃশ্য অতি মনোৰম। আমাৰ ৰাজ্যৰ উত্তৰে তুষাৰ আবৃত হিমালয় পৰ্বতমালা বুলি কওঁতে তেওঁ আৰু ছোৱালী-জনীয়ে 'কি সুন্দৰ! দেখাপালে কিমান আনন্দ লাগিব' বুলি চিঞৰি উঠিছিল। দলঙৰ কাষতে থকা এটা সৰু বন্দৰত গৰম কালি সাগৰত ভ্ৰমণ কৰিব পৰা বহুতো সৰু সৰু ধুনীয়া নাও দেখা পাই সুধিলো 'এই-বোৰো চৰকাৰৰ নেকি ?' তেওঁলোকে কলে যে এইবোৰ ব্যক্তিগত সম্পত্তি। চৰকাৰে এতিয়াও এইবোৰ লোৱা নাই। মই আচৰিত হৈ সুধিলো যে চৰকাৰে সকলো অনুষ্ঠান ব্যৱসায় হাতত লৈছে অথচ এইটো লোৱা নাই।' গাৰ্ডকেই কলে যে মানুহে জীৱিকা উপাৰ্জনৰ বাবে আগৰে পৰা কৰা সৰু ব্যৱসায় কিছুমানত চৰকাৰে হস্তক্ষেপ কৰা নাই। কৃষিও সেইদৰে সমবায় অনুষ্ঠানৰদ্বাৰা কৰা হয়। গতিকে ইয়াত চৰকাৰী, সমবায় আৰু ব্যক্তিগত সম্পত্তি আছে যদিও চৰকাৰেই ৰাষ্ট্ৰৰ মালিক। ব্যক্তিগত সম্পত্তি খুব কম মানুহৰ আছে।

পিছদিনাখন ডঃ চুয়েটমান নামৰ এগৰাকী অধ্যাপিকাই বিশ্ববিদ্যালয়ৰ

'শিক্ষাবিজ্ঞান' বিভাগৰ ডিৰেক্টৰৰ ওচৰলৈ নি সকলোবোৰ অধ্যাপক আৰু অধ্যাপিকাৰ লগত চিনাকি কৰি দিলে। তেওঁলোকে ভাৰতীয় মহিলা প্ৰথম দেখিছে বুলি ডঃ টিলেমানৰ হতুৱাই ভাৰতৰ বিষয়ে বহুত প্ৰশ্ন কৰিলে। ডঃ টিলেমানে সুন্দৰ ইংৰাজী কোৱাৰ কাৰণে সকলোৱে ওপৰা ওপৰিকৈ তেওঁৰ হতুৱাই প্ৰশ্ন কৰিছিল। তেওঁলোকে ভাৰতৰ অতীত সভ্যতাৰ বিষয়ে অলপ জানিলেও ই যে এখন অতি দুখীয়া দেশ তাক কিন্তু ভালদৰে শুনিছে। গতিকে এই দেশৰ অৰ্থনৈতিক, সামাজিক অৱস্থা, জাতবিচাৰ, হৰিজনক বেয়া ব্যৱহাৰ কৰা, নাৰীৰ অৱস্থা আদি বহুত কথা জানিবলৈ বিচাৰিছিল। এওঁলোকে সাধাৰণতে ৰাজনীতি আলোচনা কৰিব নিবিচাৰে আৰু আনৰ পৰা জানিবও নিবিচাৰে।

ডঃ চুৰেটমানে বিশ্ববিখ্যাত মাৰ্টিন লুথাৰৰ দিনৰ উপাসনাৰ ঘৰটোৰ ভগ্নাৱশেষ দেখুৱাবলৈ নিছিল। এতিয়াও হেনো বিশেষ দিনত ম'ম জ্বলাই অৰ্কেষ্ট্ৰা বজালে মানুহৰ সমাৱেশ হয়। ইয়াত যোৱাৰ সময়ত বিশেষকৈ ৰাতি ধুনীয়া ম'ম জ্বলাই থোৱাটো এটা নিয়ম। উপাসনা ঘৰটোৰ অলপ দূৰেৰে বিৰাট পাইপ কিছুমান দেখি মই তাৰ বিষয়ে জানিব বিচৰাত তেওঁ ক'লে যে সেইবোৰ এটমিক এনাৰ্জিৰ পাইপ। এইবোৰৰ সহায়েৰে ওচৰৰ গাঁৱত গৰম পানী আৰু ৰন্ধাৰ গেচ দিছে আৰু নতুনকৈ স্থাপন কৰা ঠাইবোৰতো ইয়াৰ সহায়েৰে ঘৰে প্ৰতি গৰম পানী দিয়াৰ ব্যৱস্থা কৰিছে।

## পশ্চিমীয়া আতিথ্য

গধুলি ডঃ চুৰেটমানে তেখেতৰ ঘৰলৈ সন্ধিয়াৰ আহাৰৰ বাবে নিমন্ত্ৰণ কৰিলে। মিষ্টাৰ চুৰেটমান, ধুনীয়া ছোৱালী তিনিজনী আৰু এবছৰীয়া কেঁচুৱা এটাই মোক দুৱাৰ মুখতে সম্ভাষণ জনাই ভিতৰলৈ মাতিলে। মিষ্টাৰ চুৰেটমানে দুগিলাচ বিয়েৰ লৈ এগিলাচ মোক আৰু আনগিলাচ ঘৈণীয়েকলৈ আগবঢ়াই দিয়াত মই আপেল জুচ হে খাম বুলি কোৱাত অতি আচৰিত হৈ কেলেই বিয়েৰ নাখাওঁ সুধিলে। সামাজিক নিয়ম

আৰু ব্যক্তিগত কাৰণত ভাৰতীয় তিৰোতাই বিয়েৰ বা মদ নাখায় বুলি কোৱাত তেওঁ চিগাৰেট আগবঢ়াই দিলে। 'এয়াও' নিষিদ্ধ বুলি কোৱাত তেওঁ ডাঙৰকৈ হাঁহি ঘৈণীয়েকক চিগাৰেটটো জ্বলাই ক'লে 'তুমি বিয়েৰ নোখোৱা, চিগাৰেট নোহোপা, তেনেহ'লে খোৱা কি ?' জীয়েকহঁতেও অবিশ্বাসৰ সুৰত মোক সুধিছিল 'আপুনি কোনোদিন গৰম পানীয় খোৱা নাইনে ? মই নাই খোৱা বুলি কওঁতে ইজনীয়ে সিজনীৰ মুখলৈ চাইছিল। তেওঁলোকে অকল পানী খাওঁ বুলি কওঁতে বিশ্বাস কৰিবলৈ টান পাইছিল।

প্ৰামত খেলি থকা সৰু ল'ৰাটো কাৰ বুলি সোধাত ডঃ চুৰেটমানে জীয়েকৰ বুলি কৈছিল। মই এইবাৰ অবাক হৈ সুধিছিলো ইমান অকণমানি ছোৱালীজনীৰ কেঁচুৱা! মাকে কলে 'এৰা, তাইৰ ১৭ বছৰ বয়সতে আবিটুৰত পঢ়ি থকা অৱস্থাতে কেঁচুৱা হ'ল। ছোৱালীয়ে ওঠৰ বছৰ বয়সত বিয়া কৰাব পাৰে কাৰণে তাইৰ বিয়াই নহ'ল। এতিয়া ল'ৰাজন ৰাষ্টকত ইঞ্জিনিয়াৰিং পঢ়ি আছে। তাই অবিবাহিতা মাতৃ।' ইমান সহজে মাকে ক'লে যেন ই অতি সাধাৰণ কথাহে। মই মাকক আচৰিত হৈ সুধিলো, "তোমালোকৰ ইয়াত কোনো সামাজিক বান্ধোন নাই নেকি ? আমাৰ দেশত এই কথাটো ভাবিবই নোৱাৰি। কিমান অস্বীকৃত শিশুৰ মৃত্যু হৈছে তাৰ হিচাপ নাই।'

ডঃ চুৰেটমানে ক'লে যে আমাৰ ইয়াত জনসংখ্যা বৃদ্ধিৰ বাবেই হওঁক বা সমাজতান্ত্রিক নিয়ম অনুযায়ী হওঁক অবিবাহিতা মাতৃ আৰু শিশুক আনৰ লগত সমান স্বীকৃতি দিছে। অবিবাহিতা মাতৃয়ে তেওঁলোকৰ দৰমহাৰ শতকৰা ৭০ৰপৰা ৯০ ভাগ অর্থনৈতিক সাহায্য পায় ল'ৰাটোৰ কাৰণে তিনি বছৰলৈ। তাৰউপৰি কেঁচুৱাৰ অসুখত বিশেষ চুটি পায়। তেওঁ ক'লে যে সামাজিকভাৱে অবিবাহিতা নাৰীক স্বীকৃতি দিলেও তেওঁলোকে বিয়া হোৱাটো বিচাৰে, কাৰণ সংসাৰ কৰিবলৈ এটা স্বীকৃতিৰ প্ৰয়োজন। কিন্তু আজি কালি দহ বছৰ পঢ়াৰ পিছত উচ্চশিক্ষাৰ বাবে ছাত্ৰ-ছাত্ৰীয়ে একোটা কোঠা আৰু মাহেকত দুশমাৰ্ক পোৱাৰ কাৰণে তেওঁলোকে বিয়াৰ চিন্তা কৰিব পৰা হৈছে। কাৰণ চাৰিশ মাৰ্কেৰে

সুন্দৰকৈ সংসাৰখন চলে। ক্রেছত কেঁচুৱা থৈ কলেজ বা. বৃত্তিমূলক শিক্ষানুষ্ঠানলৈ যায় আৰু আহোতে কেঁচুৱা লৈ সংসাৰৰ কাম আৰম্ভ কৰে।

চৰকাৰে নাগৰিকৰ সু-ৰক্ষাৰ কাৰণে কৰা ব্যৱস্থাৰ কাৰণে মানুহে বহুতো দুঃচিন্তাৰপৰা ৰক্ষা পাইছে। ডঃ টিলেমানে কবৰ দৰে মানুহে বিনামূলীয়া শিক্ষা, প্রশিক্ষণ, খেল আৰু সংস্কৃতিৰ সুবিধা পোৱাৰ উপৰিও নিজ উপার্জনৰ বাবে কাম পোৱাটো চৰকাৰে সুনিশ্চিত্ত কৰিছে। খোৱা বস্তুৰ দাম সকলো ঠাইতে একে আৰু আধাদামত পোৱাৰ কাৰণে ঘৰৰ ভাড়া, পৰিবহণ খৰচ, পানী, গেচ, ঘৰ গৰম কৰাৰ সুবিধা আৰু বাৰ বছৰৰ তলৰ ল'ৰা-ছোৱালীৰ কানি-কাপোৰ, জোতা, গৰম কাপোৰ আধা দামত দিয়াৰ কাৰণে সকলোৱে উপার্জন অনুযায়ী সকলো সুবিধা ভোগ কৰে। ইমান সুবিধাটো বিবাহ বিচ্ছেদ কিয় বাঢ়িছে বুলি সোধোতে ডঃ টিলেমানে কৈছিল যে ডেকা চামৰ মাজত বিবাহ বিচ্ছেদৰ ঢৌ উঠিলেও হাজাৰত ২.৯ জনেহে বেলেগ হয়। কাৰণ জার্মানিত সংসাৰী জীৱনৰ ওপৰত আগৰেপৰা গুৰুত্ব দিছিল। সমাজতান্ত্রিক দেশ হ'লেও জার্মানিয়ে পুৰণা সংস্কৃতি বজাই ৰাখিবলৈ যত্ন কৰিছে।

## পূৱ জার্মানিৰ হালেৰ মার্টিন লুথাৰ বিশ্ববিদ্যালয়ত

এসপ্তাহ ক্রাইৰছ্ৱাগুত থকাৰ পিছত বাল্টিক সাগৰৰ পাৰৰপৰা পূৱ জার্মানিৰ মাজত থকা মার্টিন লুথাৰৰ প্রভাৱান্বিত হালে (Halle) চহৰলৈ ট্রেইনেৰে আহিছিলো। বৈদ্যুতিক দ্রুত ট্রেইনেৰে আহি থাকোঁতে চকুৰে মনিব নোৱাৰা বিশাল এলেকা জুৰি মাটিত ট্রেক্টৰ চলোৱা আৰু কিছুমান ঠাইত মেচিনেৰেই গুটি সিচাঁ দেখি খুব ভাল লাগিছিল। এইবোৰত সমবায় ভিত্তিত খেতি কৰে। এই দেশত বিটৰুট, গাজৰ, আপেল আৰু আলু প্রচুৰ হয় আৰু বিটৰুটৰপৰা চেনি প্রস্তুত কৰে।

হালে ষ্টেচন পোৱাৰ পিছত প্রফেচৰ মাৰিয়ানাই চহৰৰ পুৰণি অংশত থকা বৈজ্ঞানিকৰ অতিথিশালালৈ লৈ আহিল। এই অঞ্চলটোত পুৰণি

ঘৰ আৰু গীৰ্জাঘৰ থকাৰ কাৰণে মই চাৰিওফালে চাই দেখিছিলোঁ যে কলকাৰখানাৰ দুষিত বায়ুয়ে ঘৰৰ ওপৰ আৰু বেৰবোৰ ক'লা কৰি পেলাইছে। ইয়াত ক্ৰাইৱছৰাওুৰ দৰে মটৰৰ পয়োভৰ নাই; কিন্তু ট্ৰামৰ লাইনেৰে গোটেই চহৰখন সংযোগ কৰি পেলাইছে। পুৰণা চহৰখনত দোকান পোহাৰো মজলীয়া ধৰণৰ যদিও, আমাৰ বোৰতকৈ উন্নত। ইয়াত খোৱা আৰু প্ৰয়োজনীয় বস্তুৰ দাম কম যদিও বিলাসী বস্তুৰ দাম অতি বেছি।

হালেত থকা মাৰ্টিন লুথাৰ বিশ্ববিদ্যালয়খন গোটেই চহৰতে বিস্তৃত হৈ আছে। একোটা একোটা বিভাগ একোখন কলেজৰ দৰে। দুৰৈত বিশ্ববিদ্যালয়ৰ নতুন ঘৰ সাজিলেও বেছিভাগ বিভাগ পুৰণি ঘৰতে চলি আছে। উইটেনৱাৰ্গত থকা পেঞ্জগগিক চাইন্সৰ ঘৰটো অতি পুৰণি যদিও বেচ মজবুত। মই পুৰণি ঘৰবোৰ দেখি মাৰিয়ানাক সুধিছিলো, 'তোমালোকে এতিয়াও পুৰণি ঘৰত আছা নে?' মাৰিয়ানাই উত্তৰ দিছিল—'দ্বিতীয় বিশ্বযুদ্ধত প্ৰায় সম্পূৰ্ণভাৱে বিধ্বস্ত হোৱা দেশখনক স্বাৱলম্বী কৰিবলৈ যথেষ্ট চেষ্টা কৰিব লগীয়া হৈছিল চৰকাৰে। তাৰউপৰি বোমাত বিধ্বস্ত হোৱা বাৰ্লিন, ড্ৰিচডেন আৰু লাইজিক আদি চহৰক পৰ্যায়ক্ৰমে পুনৰ্গঠনৰ ওপৰত গুৰুত্ব দিয়াৰ কাৰণে পৰ্যায়ক্ৰমে আনবোৰৰ কাম আৰম্ভ কৰিব। আমাৰ বিশ্ববিদ্যালয়ৰ সংস্কাৰ হয়তো ১৯৯৯ চনৰপৰাহে কৰিব। এই পুৰণি ঘৰবোৰ ইমান মজবুত যে এইবোৰ ভাঙিলে যিমান খৰচ পৰিব তাৰে এটা বিৰাট অট্টালিকা হব। মই ডাঠবেৰবোৰ দেখি কথাটোৰ সত্যতা উপলব্ধি কৰিছিলো।

বিশ্ববিদ্যালয়ৰ শিক্ষা বিজ্ঞানৰ ঘৰটোলৈ সোমোৱাৰ লগে লগে সেই বিভাগৰ ডিৰেক্টৰ ডঃ হাৰবিজে মোক স্বাগতম জনাই ভিতৰলৈ মাতি নি সহকৰ্মীসকলৰ লগত চিনাকি কৰি দিলে! অলপ সময় সকলোৰে লগত কথা পতাৰ পিছত ৰঙা কফি আনি দিয়াৰ সময়তে তেখেতে মোৰ কাৰ্য-সূচীখন আগবঢ়াই দি কোন কোন শিক্ষাবিদক লগ ধৰিব লাগিব, কেতিয়া বক্তৃতা দিম আৰু কোন কোন অনুষ্ঠানলৈ যাম তাক বুজাই দিলে।

সেইদিনাখন মোক মাৰিয়ানাই আন্তঃৰাষ্ট্ৰীয় কাৰ্যালয়লৈ নিলে ড্ৰিচাৰ

কাৰণে। ইয়াত প্ৰত্যেক ঠাইতে প্ৰৱেশ কৰাৰ লগে লগে ভিচা লব লগীয়া হোৱাত মই বিৰক্তি প্ৰকাশ কৰোঁতে মাৰিয়ানাই কৈছিল—'আপুনি অকণো বেয়া নাপাব ; এইটো এটা সাধাৰণ নিয়মহে।' পুলিচ ষ্টেচনৰপৰা ভিচা হৈ মাৰিয়ানাই মোক ক'লে—'আপোনাক এনেকুৱা এখন ঠাইলৈ নিম যে আপুনি সকলো দুখ পাহৰি যাব।' তেওঁ এটা ঘৰৰ দুৱাৰ মুখলৈ আনি ক'লে,—'এইটো হেণ্ডেল (Hendel) হাউছ। এতিয়া আমি ইয়াত প্ৰৱেশ কৰিম।' সোতৰ শতিকাত জন্ম লাভ কৰা পৃথিৱী বিখ্যাত হেণ্ডেলৰ সুৰ শুনাৰ যে মোৰ ভাগ্যত ঘটিব তাক কল্পনাই কৰা নাছিলো। হালেত জন্মগ্ৰহণ কৰা জৰ্জ ফ্ৰেডাৰিক হেণ্ডেলে কিন্তু তেখেতৰ চৰম কৃতিত্ব দেখুৱাইছিল লণ্ডনতহে। ভাগ্যৰ অন্বেষণত পোলেণ্ড, হাঙ্গেৰী আৰু ইটালীৰ অপেৰাত সঙ্গীত ৰচনা কৰি বিখ্যাত হৈ পৰা হেণ্ডেলক ইংলণ্ডৰ ৰজাই আমন্ত্ৰণ জনায় ৰাজদৰবাৰলৈ। ইংলণ্ডত নিগাজীকৈ বহি মৃত্যুৰ শেষলৈ সুমধুৰ গীত ৰচনা আৰু সুৰ সংযোজনেৰে ইউৰোপৰ মানুহক মুগ্ধ কৰি ৰাখিছিল। আজিও হেণ্ডেলৰ নাম মানুহৰ মুখে মুখে। তেখেত হালেত থকা ঘৰটো এটা মিউজিয়ামত পৰিণত কৰি হাজাৰ জনক তেখেতৰ গান আৰু সুৰৰ মূৰ্চ্ছনা শুনাৰ সুবিধা দিছে।

সোমাই যাওতে দুৱাৰমুখত বহি থকা কৰ্মচাৰী গৰাকীয়ে আমি ইংৰাজীত ব্যাখ্যা শুনিব খুজিছো নেকি বুলি সোধাত মাৰিয়ানাই হয় বুলি উত্তৰ দিলে। দুবছৰৰ পিছত হব লগীয়া হেণ্ডেলৰ শতবাৰ্ষিকীৰ বাবে এতিয়াৰ পৰা ঘৰবোৰ, সঙ্গীতৰ যন্ত্ৰপাতি নতুনকৈ সজাব ধৰিছে। গাইডে আমাক প্ৰথম কোঠালৈ নিওতে বেৰত আঁকি থোৱা মেপ, ঘৰ আৰু মাজত থোৱা পিয়ানো চাবলৈ কৈ মাইক্ৰ'ফোনেৰে ৰেকৰ্ড বজাই হেণ্ডেলৰ জন্মস্থান, কৰ্মস্থান আৰু কম দামী পিয়ানোৰে কেনেকৈ সুৰ ৰচনা কৰিছিল তাক-বুজাইছিল। আনবোৰ কোঠাতো বেৰত আঁৰি থোৱা ছবিবোৰ সজাই থোৱা পিয়ানো আৰু সঙ্গীতৰ আহিলাবোৰ দেখুৱাই পোলেণ্ড, ফ্ৰান্স আৰু ইটালীত কি কি সুৰ বজাই আৰু সঙ্গীত ৰচনা কৰি নাম কৰিছিল সেইবোৰ বজাই শুনাইছিল। বেচি সময় ইংলণ্ডত অপেৰাৰ কাৰণে লিখা সঙ্গীত আৰু ৰচনা কৰা অৰ্কেষ্ট্ৰাৰ সুৰ বজাই

শুনোৰাৰ লগতে সেই সময়ত বিভিন্ন ব্যক্তিয়ে কেনেকৈ তেখেতক প্ৰভাৱান্বিত কৰিছিল আৰু বিভিন্ন ব্যক্তিৰ লগত যোগাযোগ কৰা চিঠিৰ আদান-প্ৰদান আদিও সুন্দৰকৈ বুজাই গৈছিল। প্ৰায় দুঘণ্টা কাল অপূৰ্ব গান আৰু সুৰৰ সংযোজন আৰু ঝঙ্কাৰত সম্মোহিত হৈ কেনেকৈ কটালো নিজেই কব নোৱাৰিলো। মনত আৰু এবাৰ হেপাঁহ পলুৱাই সুৰ আৰু সঙ্গীত শুনিম বুলি মাৰিয়ানাক কওঁতে তাই মোক ক'লে,—'মই জানো তুমি খুব ভাল পাবা।' এই দুদিনতে তাই মোৰ ইমান আপোন হৈ পৰিছে যে তাই মোৰ মনৰ কথাও বুজিব পৰা হ'ল।

হালেত মাৰ্টিন লুথাৰৰ প্ৰভাৱত বহুতো সংস্কাৰৰ জন্ম হৈছিল। তাৰ ভিতৰত ৰেভাৰেণ্ড ফ্ৰাঙ্কা প্ৰধান। উশৃংখল যুৱক আৰু দুখীয়া ল'ৰা-ছোৱালীক শিক্ষা দিবলৈ তেখেতে স্কুল কলেজ আবাসগৃহ, হোষ্টেল, দোকান আৰু দৰবৰ দোকান খুলিছিল। আজিও হালেৰ দোকানৰ কেন্দ্ৰস্থলক ফ্ৰাঙ্কা প্লেছ ( ফ্ৰাঙ্কা অঞ্চল ) বোলে। ষোল শতিকাত প্ৰতিষ্ঠা কৰা দোকান আৰু ঘৰবোৰ এতিয়াও আছে। এওঁ ভাৰতলৈ দুজন প্ৰটেষ্টাণ্ট ধৰ্ম যাজক পঠিয়াই বাইবেল আৰু বহুতো ধৰ্ম পুথি তেলেগু আৰু তামিল ভাষালৈ অনুবাদ কৰাইছিল। তাৰ গৱেষণা লাইব্ৰেৰীত লাইব্ৰেৰিয়ান জনে মোক কিতাপ কেইখন দেখুৱাইছিল।

হালেৰ গীৰ্জা আৰু কাথিড্ৰেল চাবলৈ যাওঁতে পুৰণি সংস্কৃতি আৰু প্ৰটেষ্টাণ্ট ধৰ্মৰ প্ৰভাব দেখিবলৈ পাইছিলো। আজিও ধৰ্মৰ প্ৰভাৱ কমিউনিষ্ট দৰ্শনে গুচাব পৰা নাই। হালেত এতিয়াও প্ৰটেষ্টাণ্ট ধৰ্মী মানুহে গীৰ্জা ঘৰলৈ আহি উপাসনা কৰে। ল'ৰা-ছোৱালীয়ে ইচ্ছা কৰিলে বিয়াও পাতে। মই মাৰিয়ানাক সুধিছিলো,—'তোমালোকৰ ইয়াত ধৰ্মক স্বীকাৰ কৰে নেকি? ছোভিয়েত দেশত দেখোন ধৰ্মক প্ৰশ্ৰয় নিদিয়ে?' মাৰিয়ানাই ক'লে, জাৰ্মানিত ধৰ্মৰ লগত জন-জীৱন আৰু সংস্কৃতি এনেকৈ জড়িত হৈ আছে যে ধৰ্মক উলাই কৰাতো সহজ নহয় আমাৰ ইয়াত খৃষ্টান ডেমক্ৰেটিক ইউনিয়ন অৱ জাৰ্মানি নামৰ ধৰ্মীয় দলটো সংযুক্ত চৰকাৰৰ এটা অংশ। অৱশ্যে এতিয়া গীৰ্জালৈ অহা মানুহৰ সংখ্যা লাহে লাহে কমি আহিছে। সুবৃহৎ গীৰ্জাৰ ডাঙৰ উপাসনা কোঠাটো

দেখুৱাই ক'লে যে এসময়ত দেওবাৰে উপাসনা কৰা মানুহ ইয়াত ভৰ্ত্তি হলেও এতিয়া এইটো এটা প্ৰদৰ্শনীৰ কোঠাহে হৈছে। গথিক ষ্টাইলত সজা গীৰ্জা ঘৰটোৰ দীঘল খিৰিকীৰ আইনাত ৰঙ বিৰঙৰ খোদাই কৰা মূৰ্তিবোৰে যীশুৰ জীৱনী অংকিত কৰিছিল।

পিছদিনাখন ডিৰেক্টৰ হাৰবিজে আমন্ত্ৰণ কৰা শিক্ষকৰ গৃহত পতা 'নেচনেল কনফাৰেন্স অব এডুকেচন'লৈ যোগদান কৰিবলৈ যোৱাত ড° হাৰবিজে মোক আনৰ লগত চিনাকি কৰি দিয়াৰ লগতে দোভাষী ডুগৰাকীৰ লগতো চিনাকি কৰি দিলে। বছৰত এবাৰ হোৱা এনেকুৱা সভাত বিদেশতো শিক্ষাবিদ, চৰকাৰী চাকৰিয়াল, ট্ৰেডইউনিয়নৰ মানুহ আহে। নিৰ্দিষ্ট সময়ত সকলোৱে আগত কাগজ কলম আৰু লিখা প্ৰবন্ধ লৈ বহাৰ লগে লগে গুৰুগম্ভীৰ পৰিৱেশৰ সৃষ্টি হৈছিল। ডিৰেক্টৰ হাৰবিজে সেইদিনাৰ বিষয় বস্তু 'পশ্চিম জাৰ্মানিৰ শিক্ষা পদ্ধতি আৰু ইয়াৰ সমস্যা' কেলেই বাচি লৈছে তাক বাখ্যা কৰাৰ লগতে ভাৰতীয় হিচাপে মই যোগদান দি ইয়াক আন্তঃৰাষ্ট্ৰীয় সম্মিলন কৰিছে বুলি কোৱাৰ লগে লগে সকলোৱে হাতচাপৰি দিয়াত ময়ো উঠি হাত যোৰ কৰি ধন্যবাদ জনাইছিলো। হাত যোৰ কিয় কৰো তাক পিছত কেবাজনেও সুধিছিল। মোৰ দুয়ো ফালে দোভাষী ডুগৰাকী বহি শিক্ষাবিদসকলে আলোচনা কৰা বিষয়বোৰ জাৰ্মানিৰপৰা ইংৰাজীলৈ তৰ্জমা কৰিছিল। বেছিভাগ শিক্ষাবিদে পুঁজিবাদী দৰ্শনেৰে পুষ্ট সমাজত শিক্ষাৰ যে বাস্তৱৰ লগত কোনো সম্বন্ধ নাই তাক যুক্তি আৰু পৰিসংখ্যাৰে বুজাইছিল। পুঁজিবাদী শিল্প আৰু ব্যৱসায়ে কেনেকৈ ব্যৱহাৰিক শিক্ষা দানত বাধা দিছে তাক বুজাইছিল। কেইজনমানে শিক্ষা প্ৰণালী আৰু শিক্ষণ আহিলা উন্নত হোৱা বুলি স্বীকাৰ কৰিলেও সামৰণিত কিন্তু নিজৰ দেশত মাৰ্ক্স-লেনিন দৰ্শনৰ ভিত্তিত প্ৰতিষ্ঠিত শিক্ষা পদ্ধতি যে শুদ্ধ তাক দোহাৰিছিল। মিষ্টাৰ হুফমেন নামৰ প্ৰখ্যাত শিক্ষাবিদ এজনে কৈছিল—'আমাৰ শিক্ষা এনেকুৱা এটা দৃঢ় বৈজ্ঞানিক দৰ্শনৰ ওপৰত প্ৰতিষ্ঠিত যে কেবাশ শতিকালৈ ইয়াক কোনো শক্তিয়ে লৰাব নোৱাৰিব যদিও পৰিবৰ্তন অনুযায়ী খিৰিকী দুৱাৰবোৰ কেতিয়াবা সলনি কৰিব লগীয়া হব পাৰে। মাৰ্ক্স-লেনিন

দৰ্শনত প্ৰতিষ্ঠিত শিক্ষা দৰ্শন সকলোৱে গ্ৰহণ কৰাৰ কাৰণে একে ধৰণৰ শিক্ষা পদ্ধতি গোটেই দেশখনতে পোৱা যায়। সেয়েই তেওঁলোকে শিক্ষাক বিজ্ঞান বুলি ধৰি লৈছে।

## ইউৰোপৰ নগৰে নগৰে দেখো প্ৰগতিৰ পদধ্বনি

মোক হালে ষ্টেচনৰপৰা আনিবলৈ যোৱা প্ৰফেচৰ মৰিয়ানাই গাড়ীৰে বিজ্ঞানীৰ আলহীঘৰলৈ আনোতে বাটে বাটে হালেৰ ইতিবৃত্তি চমুকৈ কৈ আহিছিল। ধেঁৱাৰে ক'লা কৰি থোৱা অট্টালিকাবোৰলৈ চাওঁতে মৰিয়ানাই কৈছিল যে ১৯৬১ চনৰপৰা নিমখ কাৰখানাৰ বাবে বিখ্যাত হালে আজি ৰাসায়নিক কাৰখানা, ইঞ্জিনিয়াৰিং, আধুনিক ৰেলৰ দবা সজা, তেল নিয়া ডাঙৰ পাইপ সজা, সাগৰত মাছ ধৰাৰ আধুনিক সঁজুলি কৰা আৰু সংৰক্ষণৰ যন্ত্ৰ আৰু ইলেক্‌ট্ৰনিকৰ বিভিন্ন ধৰণৰ যন্ত্ৰ নিৰ্মাণ আদিৰ শিল্পোদ্যোগৰ বাবে ইউৰোপ বিখ্যাত আৰু ইয়াৰ উৎপন্ন বস্তু ইউৰোপৰ প্ৰায় সকলো দেশলৈ আমদানি হয়, বিশেষকৈ চচিয়েলিষ্ট দেশলৈ। যুদ্ধতে ধ্বংস হোৱা বহুতো কাৰখানা পুনৰ সংস্থাপন কৰি আৰম্ভ কৰোঁতে বহুত কষ্ট কৰিবলগীয়া হলেও তাৰ ক্ষতি শ্ৰমিকসকলে অতি সোনকালে পূৰণ কৰিছিল নিজৰ কৰ্মদক্ষতাৰে।

হালে অতীতৰপৰা শিল্পত আগবঢ়া হলেও শ্ৰমিকশ্ৰেণীয়ে সদায় সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু ধৰ্ম সম্পৰ্কীয় কাৰণত শাসক গোষ্ঠীৰ বিৰুদ্ধে অসংখ্য সংগ্ৰাম কৰিব লগাত পৰিছিল। তাৰ ভিতৰত মাৰ্টিন লুথাৰৰ বৈপ্লৱিক ধৰ্ম সংস্কাৰ, খেতিয়কৰ ত্ৰিশবছৰীয়া যুদ্ধ বিখ্যাত; তাৰউপৰি দুখনকৈ মহাসমৰ আছেই। যুদ্ধৰ লগত অভ্যস্ত সজাগ জনসাধাৰণে সংগ্ৰাম কৰিছিল দেশৰ আৰু নিজৰ অধিকাৰৰ কাৰণে আৰু প্ৰাণ দিছিল একোটা আদৰ্শৰ বাবে। গোটেই হালে চহৰতে মৃত সৈনিকৰ স্মৃতি আৰু বিজয়ৰ কীৰ্তিস্তম্ভ আছে ত্ৰিশতকৈও বেছি। প্ৰফেচৰ মাৰিয়ানাৰ যুৱক দেউতাকে দ্বিতীয় মহাযুদ্ধত বীৰদৰ্পে সৈনিকৰ বেশেৰে

ঘৰবপৰা ওলাই গৈছিল আৰু উভতি নাহিবলৈ। যুদ্ধ ক্ষেত্রত মৃত্যুবৰণ কৰা দেউতাকৰ মৃতদেহকে কোনেও বিচাৰি নাপালে। পাঁচ বছৰ বয়সতে এৰি থৈ যোৱা মাৰিয়ানাই ডাঙৰ হৈ মাকক এক অপেক্ষাৰতা বিৰহী নাৰীৰূপে দেখা পাইছিল। বাইশ বছৰীয়া যুৱতী মাতৃয়ে দুটি শিশুক ডাঙৰ দীঘল কৰি আজি কামবপৰা অৱসৰ ললেও আজিও বাপেক উভতি আহিব বুলি আশা কৰি আছে। প্ৰত্যেক ঘৰৰপৰা একোজনকৈ যুৱক যোদ্ধা হেৰুৱাই জাৰ্মানবাসীয়ে যুদ্ধৰ ভয়ংকৰ পৰিণতি পাহৰিব পৰা নাই আৰু যুদ্ধ বুলিলেই আতংকিত হয়।

বস্তুবাহানিবোৰ অতিথিশালাত থৈ মাৰিয়ানাই মাকে চাহলৈ নিমন্ত্ৰণ কৰিছে বুলি মাকৰ ফ্লেটলৈ নিলে। হালেৰ পুৰণি অংশত থকা তিনি-তলাৰ চাৰিটা কোঠাৰ ফ্লেটটো এসময়ত তেখেতৰ ব্যক্তিগত সম্পত্তি আছিল যদিও, এতিয়া গোটেইটো অট্টালিকা চৰকাৰে লৈছে। তেখেতে দুটা ডাঙৰ কোঠা ভাড়া লৈছে। মাকে খুউব আদৰ-সাদৰকৈ বহিবলৈ দি চাহৰ যোগাৰ কৰিবলৈ গ'ল। মাৰিয়ানাই ধুনীয়া টেবুলক্লথ খোৱা টেবুলত পাৰি সুগন্ধি ধুনীয়া ফুলৰ ফুলদানি থৈ ধুনীয়া ম'ম জ্বলাই দিয়াৰ লগে লগে মাকে নিজে কৰা চাৰি বিধমান কেক, বিস্কুট আৰু কফি ট্ৰলিখনত আনি টেবুলত সজাই দিলে। আমাৰ মাবোবৰ দৰেই ইটো খোৱা-সিটো খোৱা বুলি আগবঢ়াই দি ভাৰতৰ কথা সুধিবলৈ ধৰিলে। মাকে যুদ্ধৰ আগতে ভাৰতৰ পাটৰ কাপোৰ দোকানৰপৰা কিনাৰ কথা কৈছিল। পূৱজাৰ্মানিৰ লগত বাণিজ্যিক সম্বন্ধ কম হলেও ভাৰতৰ পিতলৰ বস্তু, চাহপাত আৰু কপাহী কাপোৰৰ আদৰ আছে। কেইবা ঘৰতো ছোৱালীয়ে দাম দি কিনা পাঞ্জাবী কুৰ্টা মোক দেখুৱাইছিল। সেইবোৰ হেনো পশ্চিম জাৰ্মানিৰপৰা আহে। ইয়াতো জাপান, ভাৰতবৰ্ষ আদিৰ বস্তুৰ প্ৰতি মানুহৰ আকৰ্ষণ আছে। মাকে ৰাজস্থানী কাৰুকাৰ্য কৰা পিতলৰ বটা এখন মোক দেখুৱাইছিল। কথাপাতি পাতি বহুত দেৰি হোৱা দেখি মাকে 'চাপাৰ' খাবলৈ নিমন্ত্ৰণ কৰিলে। কাৰণ তেতিয়া গধূলি ৬-১৫ অৰ্থাৎ চাপাৰৰ সময় হৈছিল। ময়ো ঘড়ী চাই ইমান দেৰি বহা কাৰণে ক্ষমা খুজি উঠিব খুজিলো কাৰণ লণ্ডনত থাকোঁতে আমাক

কোনোবাই আবেলি চাহ খাবলৈ নিমন্ত্ৰণ কৰিলে গধূলিৰ সাজ ( ডিনাৰ ) অৰ্থাৎ যোৱাৰ আগতে উঠিব লাগে বুলি নিৰ্দেশ দিছিল। এতিয়া সেইটো যাবলৈ কোৱাৰ নিৰ্দেশ বুলি ধৰি লৈ আহিব খুজোতে মাৰিয়ানাই ক'লে যে মাকে আগতে নিমন্ত্ৰণ কৰিবলৈ সংকোচ কৰিছিল কিন্তু এতিয়া তোমাৰ লগত কথা পাতি ইমান ভাল পাইছে সে তোমাক নিসংকোচে চাপাৰলৈ নিমন্ত্ৰণ কৰিছে। মাকৰ মুখলৈ চাওঁতে মাকে মূৰ জোকাৰি সমৰ্থন কৰি মোৰ হাতত ধৰি জাৰ্মানিতে কিবা ক'লে। ভাষা বুজি নাপালেও তেখেতৰ আন্তৰিকতা দেখি মই অনুভূত হৈ পৰিছিলো। এক বিদেশিনীৰ কেইঘণ্টামান চিনাকিতে ইমান মৰম। মাতৃসকলৰ চিৰন্তন অনুভূতি। মই লণ্ডনৰ নিৰ্দেশৰ কথা কওঁতে তেওঁলোকে খুব হাঁহিবলৈ ধৰিলে। মাৰিয়ানাই স্বীকাৰ কৰিছিল যে পাশ্চাত্যত মানুহে খুব নিয়ম মানি চলে, কিন্তু ব্যক্তি বিশেষে ব্যতিক্ৰমো হয়। চহৰৰ আনঠাইৰ দুটা কোঠাৰ ফ্লেটত থকা মাৰিয়ানায়ো মাকৰ তাত খাবলৈ আহিলে বা ফুৰিবলৈ আহিলে ফোন কৰি আহে কাৰণ ইয়াত সকলোৱে খুব ব্যস্ত।

পিছদিনা ৰাতিপুৱাই মাৰিয়ানাই বিশ্ববিদ্যালয় বুলি ট্ৰামেৰে নিওঁতে মই বিশ্ববিদ্যালয়ৰ স্থাপনৰ সময়টো সুধিলো। মাৰিয়ানাই কৈছিল যে ১৫০২ চনতে চেক্সনীৰ যুৱৰাজ ফ্ৰেডাৰিকে হালেত উইটেনবাৰ্গ বিশ্ববিদ্যালয় স্থাপন কৰে। ইয়াতে হালে বিশ্ববিদ্যালয়ও স্থাপন কৰিছিল। মাৰ্টিন লুথাৰৰ ১৫খন চিন্তামূলক গ্ৰন্থ ওলোৱাৰ পিছত লুথাৰৰ সমৰ্থনকাৰী অধ্যাপক সকলে ছাত্ৰসকলৰ চিন্তাজগতত এক আলোড়নৰ সৃষ্টি কৰিছিল। বহুতো বিখ্যাত উদাৰপন্থী সংস্কাৰক আৰু মানৱতাবাদী শিক্ষাকে ইয়াত অধ্যাপনা কৰিবলৈ অহাৰ কাৰণে অকল বিশ্ববিদ্যালয়ৰে সুনাম হোৱা নাছিল, হালেও প্ৰটেষ্টাণ্ট আৰু উদাৰপন্থীৰ কৰ্মক্ষেত্ৰ হৈ পৰিছিল। কিন্তু ১৭৫০ চনৰ পিছত প্ৰুচিয়াৰ লগত লগা গৃহযুদ্ধই বিশ্ববিদ্যালয়ৰ অৱস্থা কাহিল কৰিছিল। ভিয়েনা কংগ্ৰেছৰ চুক্তিমতে ১৮১৭ চনত হালে বিশ্ববিদ্যালয় একত্ৰীকৰণ কৰে। কিন্তু বিশ্ব বিদ্যালয়খনে ইয়াৰ পিছতে ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত বিশেষ ৰৰঙণি আগ বঢ়াইছিল, ইয়াত থকা চিন্তাশীল বিপ্লৱী অধ্যাপকৰদ্বাৰা।

মাৰ্টিন লুথাৰৰ ৪৫০ বছৰৰ জন্ম বাৰ্ষিকীত ১৯৩৩ চনৰ দহ নবেম্বৰত বিশ্ববিদ্যালয়ৰ নাম মাৰ্টিন লুথাৰ বিশ্ববিদ্যালয় ৰাখে। চচিয়েলিষ্ট দেশ হোৱাৰ পিছতো এই বিশ্ববিদ্যালয়ে এক নতুন দৰ্শন আৰু আদৰ্শৰে উচ্চশিক্ষা, গৱেষণা আৰু অতিৰিক্ত প্ৰশিক্ষণৰ ব্যৱস্থা কৰি ইউৰোপৰ ভিতৰতে লেখত লবলগীয়া বিশ্ববিদ্যালয় হৈছে। ই এটা আন্তৰ্জাতিক কেন্দ্ৰ হিচাপে বিখ্যাত হৈ পৰিছে কাৰণ চচিয়েলিষ্ট দেশসমূহ, ভিয়েটমান, আফ্ৰিকা, নিকৰাগোৱা আদিৰপৰা ছাত্ৰ-ছাত্ৰী ইয়ালৈ অধ্যয়ন কৰিবলৈ আহে।

# লাইপ্‌জিগত এভুমুকি

লাইপ্‌জিগত সৰুতে ভূগোলত পঢ়া পৃথিৱী বিখ্যাত ব্যৱসায়ৰ মধ্যমণি আৰু আন্তৰ্জাতিক বাণিজ্যৰ প্ৰদৰ্শনী কেন্দ্ৰ বুলি মনত আছে লাইপজিগ দেখুৱাবলৈ ট্ৰেনেৰে মোক লৈ যাম বুলি মাৰিয়ানাই কোৱাত গৱেষণা কৰি থকা ইশ্বলদাই মোক তেওঁৰ গাড়ীৰে লৈ যাম বুলিয়ে ক'লে। মোৰ ওচৰতে বহি থকা আন এজন গৱেষক ফ্ৰেডাৰিকে তপচাই ক'লে 'মই লাইপজিগত থাকোঁ। আপোনাক গোটেইখন দেখুৱাম।' ইশ্বলদাই হাঁহি হাঁহি ক'লে 'তুমি গোটেইবোৰ বস্তু দেখুৱাই খুটি-নাটি সকলো কবলৈ এতিয়াৰপৰা অধ্যয়ন কৰা। আমি তোমাৰ পৰীক্ষা লম।'

মোক নিবলৈ সদায় সময়মতে অহা ইশ্বলদাই লাইপজিগলৈ যোৱাৰ দিনা নটাৰ সলনি নটা পোন্ধৰত আহি দেৰি হোৱাৰ কাৰণে খুব ক্ষমা খুজিলে। অলপ উত্তেজিত আৰু উদ্বিগ্ন ইশ্বলদাক দেৰি হোৱাৰ কাৰণটো সোধোতে কওঁ নকওঁকৈ গাড়ীত উঠি কথাটো ক'লে। সিহঁত গাড়ীৰে আহি থাকোঁতে ওচৰৰ ৰাস্তাটো ভাল কৰাৰ কাৰণে দীঘলীয়া ৰাস্তা এটাৰে ঘূৰি আহিব লগাত পৰিছিল। সময়মতে মোক লগ ধৰিব নোৱাৰিব বুলি জনশূন্য ৰাস্তাটোৰ এডোখৰত ইশ্বলদাৰ গিৰীয়েক জনচে্‌ এশ কিঃ মিটাৰত গাড়ী চলাই দিলে। ক'ৰপৰা যে মটৰ চাইকেলেৰে পুলিচ আহি গাড়ী ৰখাই সিহঁতক আবদ্ধ কৰিলে সিহঁতে ধৰিবই নোৱাৰিলে। ইশ্বলদাই লাইচেন্স বাতিল হোৱাৰ প্ৰমাদ গণি পুলিচক কেবাবাৰো বুজাই ক'লে যে সিহঁতে ভাৰতীয় অতিথি এজনক সময়মতে লাইপজিগলৈ নিব নোৱাৰিলে বৰ লাজৰ কথা হব বুলি ভাবি বেগেৰে গাড়ী চলাইছিল। কথাটোৰ সত্যতাটো প্ৰতিপন্ন কৰাবলৈ ওৱাকিটকিৰে যোগাযোগ কৰাৰ পিছত গাড়ী এৰি দিলে, কিন্তু জৰিমনা কৰিলে বিশ মাৰ্ক। মই দুখ প্ৰকাশ কৰাত জোঁনচে কলে 'আজি তোমাৰ কাৰণেহে ৰক্ষা পৰিলো,

নহলে পুলিচে লাইচেন্স কাঢ়ি লৈ গ'লহেঁতেন'। ইয়াত পানীয় খাই আৰু খুব বেগেৰে চলালে কঠোৰ শাস্তি দিয়ে। জোনচে আক' ক'লে 'আজিৰ পৰা মোৰ শিক্ষা হ'ল। জোৰেৰে গাড়ী নচলাও বুলি প্ৰতিজ্ঞা কৰিলো।'

ইশ্বলদা আৰু জোনচ বৰ হাঁহি মুখৰ সুখী দম্পতি। আবিটুৰত পঢ়োতে অৰ্থাৎ ওঠৰ বছৰ বয়সতে চিনকী হৈ চাৰি বছৰ শিক্ষকৰ প্ৰশিক্ষণ লোৱাৰ পিছত বিয়া পাতি দুয়ো গৱেষণাত ব্যস্ত। এবছৰীয়া ছোৱালীজনীক ৰাতিপুৱাই ক্ৰেচত থৈ দুয়ো দুফালে ওলাই যায়। সিহঁতৰ ছোৱালীজনী তেনেকৈ থবলৈ বেয়া নালাগে নে বুলি মই সোধাত কৈছিল —'মইতো তেনেকৈয়ে ডাঙৰ হৈছো। মোৰ মা শিক্ষয়ত্ৰী; কিন্তু মাৰ মৰমৰপৰা বঞ্চিত হোৱা নাই। আমিও ছোৱালী থকা সময়খিনিত যিমান পাৰো চাওঁ।'

ৰাস্তাৰে গৈ থাকোঁতে গাঁৱৰ দৃশ্যবোৰ দেখি মনতো ভাল লাগিছিল। সৰু সৰু আমাৰ দৰে দুমহলীয়া টাইলৰ ঘৰ, সৰুকৈ হলেও শাক-পাচলিৰ বাৰী, লাগি থকা আপেলৰ গছ আৰু পোহনীয়া মূৰ্গী-গৰুৰ ফাৰ্ম। এইবোৰ চৰকাৰৰ নহয় জানো?' বুলি সোধা প্ৰশ্নত ইশ্বলদাই বুজাই কৈছিল যে কম সম্পত্তি, সৰু ব্যৱসায় বা উপাৰ্জনৰ বাবে মূৰ্গী, গাহৰি বা গৰুৰ ফাৰ্মবোৰ ব্যক্তিগত সম্পত্তি হৈ আছে, বিশেষকৈ গাঁৱত। ঘোৰাঁৰে কোনো ঠাইত খেতিও কৰিছে। মুকলি পথাৰ, সৰু সৰু ঘৰ, এপ্ৰন পিন্ধি বাৰীত কাম কৰি থকা মাইকী-মতা মানুহবোৰক দেখি মই আবৃত্তি কৰিছিলো "শুৱনি আমাৰ গাঁওখনি অতি শুৱনি গছেৰেভৰা......" ইংৰাজীলৈ তৰ্জমা কৰি সিহঁতক বুজাওঁতে সিহঁতে ইমান ধুনীয়া কবিতা বুলি গোটেইটোৰ তৰ্জমা শুনিছিল। ইশ্বলদাইও নোট বুকত অৰ্থ লেখি লৈছিল, ফলত সেইদিনা কবিতাৰ আবৃতি হৈছিল গাড়ীতে। ইশ্বলদাই জাৰ্মান কবিতা ইংৰাজীলৈ তৰ্জমা কৰি শুনাইছিল।

লাইপজিগ সোমোৱাৰ লগে লগে ইশ্বলদাই লাইপজিগৰ বৰ্ণনা দি যাব ধৰিলে। আয়তনত ১৪১'৩ স্কোৱাৰ কিলোমিটাৰৰ সৰু চহৰ হলেও জনসংখ্যাৰ ফালৰপৰা ই পুৱ জাৰ্মানিৰ দ্বিতীয় বৃহৎ চহৰ। এসময়ত

লাইম গছৰ নগৰ বুলি বিখ্যাত এই চহৰখন ১১৬৫ শতিকাৰেপৰা ব্যৱসায় বাণিজ্য, সঙ্গীত আৰু কিতাপৰ ব্যৱসায়ৰ কাৰণে বিখ্যাত হৈ পৰিছিল। পূৱ জাৰ্মানিত আধুনিক বিজ্ঞান আৰু কলা বিভাগত অধ্যয়নৰ সুবিধা কিম্বা কাৰ্ল-মাক্স বিশ্ববিদ্যালয় তৃতীয় বৃহৎ বিশ্ববিদ্যালয় ইয়াত স্থাপন কৰাৰ উপৰিও এই চহৰখন খেল বিজ্ঞান আৰু শিল্পোদ্যোগৰ কাৰণে বিখ্যাত।

চহৰলৈ সোমাই যাওঁতেই ৰাস্তাৰ দুয়োকাষে থকা ঘৰবোৰৰ বেৰত ট্ৰামৰ ওপৰৰ ইলেক্ট্ৰিক তাঁৰৰ খুটাবোৰ পুতি থোৱা দেখিছিলো। ঘৰৰ খুটাত লগোৱা বৈদ্যুতিক তাঁৰবোৰ সক্ৰিয় হৈ থাকিলে কিবা দুৰ্ঘটনা নহব নে বুলি সোধাত জোনচে কৈছিল—“ঠাইৰ অভাৱত তেনেদৰে খুটা পুতিব লগাত পৰিছে যদিও সাৱধানৰ ব্যৱস্থাখিনি সম্পূৰ্ণ লৈছে।” সৰু ৰাস্তাৰ দুয়োফালে পুৰণি ঘৰবোৰ দেখি অক্সফৰ্ডলৈ মনত পৰিছিল। অক্সফৰ্ডত দুয়োফালৰ খেৰৰ ঘৰবোৰৰ মাজেৰে চাইকেল চলাই যোৱাৰ প্ৰয়োজন দেখিছিলো। ইয়াত গাড়ীতকৈ চাইকেল বেছি আছিল। লাইপজিগত চহৰৰ মাজলৈ অহাৰ লগে লগে ৰাস্তা বহল হবলৈ ধৰিলে। চহৰৰ মাজৰ ‘পাৰ্কিং প্লেচত’ গাড়ীখন যোৱাৰ লগে লগে ফ্ৰেডাৰিক আৰু ঘৈণীয়েক আহি উপস্থিত হ’ল। ঘৈণীয়েকৰ লগত চিনাকি কৰি দি ফ্ৰেডাৰিকে নাটকীয় ভংগীত ক’লে “মই এতিয়া আপোনালোকৰ গাইড। এতিয়া মই আপোনালোকক লাইপজিগৰ বিশ্ববিখ্যাত আন্তৰ্জাতিক মহামেলা আৰু প্ৰদৰ্শনী হোৱা ঘৰবোৰ দেখুৱাবলৈ লৈ যাম।” আমি হাঁহিৰে সম্মতি জনাই ফ্ৰেডাৰিকৰ পিছ ল’লো।

মই মনতে প্ৰদৰ্শনীৰ ঘৰবোৰ আমাৰ ৰবীন্দ্ৰভৱন বা জিলা পুথিভড়ালৰ ঘৰবোৰৰ দৰে হব বুলি ভাবিছিলো, কিন্তু ফ্ৰেডাৰিকে যেতিয়া বিশ পঁচিশ তলাৰ অট্টালিকাবোৰ দেখুৱাই ‘এইটো আমেৰিকাৰ প্ৰদৰ্শনী ঘৰ’, ‘এইটো চুইডেন’, ‘এইটো ইংলেণ্ড’, ‘এইটো ভাৰতৰ’ বুলি এফালৰপৰা দেখুৱাবলৈ ধৰিলে তেতিয়া মই বুজিব পাৰিলো আন্তৰ্জাতিক মহামেলা কাক বোলে। গোটেই চহৰতে এনেকুৱা ঘৰ বিস্তৃত হৈ আছে যদিও এই এলেকাত বেছি-ভাগ অট্টালিকা আছে। ঠাণ্ডাৰ কাৰণে মুকলিত প্ৰদৰ্শনী পতা অসুবিধা

কাৰণে ইয়াত সোতৰটা বিশ-পঁচিশ তলাৰ দালান, বাইশটা প্ৰদৰ্শনীৰ বিৰাট কোঠা, সাতাইশখন মুকলি মঞ্চ আৰু খোলা ঠাই আছে। ১৫০০ চনৰেপৰা প্ৰদৰ্শনীৰ কেন্দ্ৰ হিচাপে লাইপজিগ জনাজাত হলেও আজি ই মহামেলাৰ কাৰণে পৃথিৱী বিখ্যাত হৈ পৰিছে। ফাৰৰ নিলামৰ কাৰণে সুদূৰ আমেৰিকা, আফ্ৰিকা, অষ্ট্ৰেলিয়া আদি দেশৰ মানুহ আহে।

ইয়াৰ পিছত ফ্ৰেডাৰিকে জাৰ্মানিৰ প্ৰসিদ্ধ লাইব্ৰেৰীটো দেখুৱাবলৈ আনিলে। ইয়াত জাৰ্মান ভাষাত লেখা সকলো ধৰণৰ কিতাপ, আলোচনী, বাতৰি কাকত, প্ৰতিবেদন, তালিকা আদি ( সকলো বিষয়ৰ ) সংগ্ৰহ কৰি থয়। ১৯১২ চনত স্থাপন হোৱা এই লাইব্ৰেৰীটোৱে গৱেষণাৰ সকলো সমল গোটাই দিয়াৰ কাৰণে বহুতো গৱেষকে ইয়াত পঢ়া-শুনা কৰিবলৈ আহে। ইশ্বলদা, জনচ, ফ্ৰেডাৰিকহঁতে ইয়াতে আহি পঢ়াশুনা কৰে। লাইপজিগত কিতাপৰ ব্যৱসায় ইমান বিখ্যাত যে ডাঙৰ ডাঙৰ আন্তঃ-ৰাষ্ট্ৰীয় গ্ৰন্থ প্ৰকাশন ইয়াত স্থাপন কৰাৰ উপৰিও ছপা কামৰ কাৰণে উন্নত মেচিন আৰু ছপাৰ সংগঠিত ব্যৱসায় থকাৰ কাৰণে ছপা আৰু কিতাপৰ ব্যৱসায়তো সুকীয়া স্থান লাভ কৰিছে। ইয়াত লেখক, কিতাপ বিক্ৰেতা, ছপাৰ লগত জড়িত ইঞ্জিনীয়াৰ আৰু লাইব্ৰেৰীয়ানসকলক উন্নত পদ্ধতিত প্ৰশিক্ষণ দিয়াৰ কেন্দ্ৰও আছে। কিতাপ নক্সা, প্ৰদৰ্শনী আৰু প্ৰতিযোগিতাত বিভিন্ন দেশে যোগদান দেয়ে।

এখন পুৰণি অতিথিশালাত কফি একোকাপ খাই ১৯৪৫ চনৰ যুদ্ধত সম্পূৰ্ণভাৱে বিধ্বস্ত হোৱা, কিন্তু আধুনিক ভাস্কৰ্যৰে গঢ়ি তোলা নতুন এলেকা 'কাৰ্লমাক্স' প্লাজলৈ আহিলো। ১৯৫৬ চনৰপৰা নতুন ৰাস্তা, বসতি ঘৰ, সাংস্কৃতিক অনুষ্ঠান, আমোদ-প্ৰমোদৰ কেন্দ্ৰ আৰু শিল্প উদ্যোগ নতুনকৈ সাজিবলৈ লৈ ১৯৬০ চনতেহে শেষ কৰিব পাৰিছিল। ১৮৬৪ চনত সজা আগৰ 'অপেৰা হাউছ' যুদ্ধত ধ্বংস হোৱাৰ পিছত ১৯৫৬ চনত নতুন নক্সাৰে ধুনীয়া অপেৰা হাউছ গঢ়ি তুলিছে। দুৱাৰ মুখতে থোৱা মানুহৰ অদমনীয় শক্তিৰ প্ৰতীক হিচাপে আঁকা ছবিখনে আধুনিক শিল্পৰ এক নিদৰ্শন দেখুৱাইছে। জাৰ্মানিত অপেৰা বিখ্যাত। এটা কাহিনীৰ নায়ক-নায়িকাই গানেৰে মনৰ ভাৱ আৰু সংলাপ প্ৰকাশ কৰিব লাগে।

কেবাখনো অপেৰা চাই দেখিছিলো পৌৰাণিক কাহিনীৰ অৱলম্বনত কৰা এই অপেৰাৰ নায়ক-নায়িকাই গান গাব জানিব লাগিব। গানৰ মাজেৰে প্ৰকাশ কৰা বিভিন্ন অনুভূতি, ভাব আৰু কাহিনী সহজে বুজিব পৰাৰ কাৰণে অতি মনোগ্ৰাহী হয়। এই অপেৰা হাউছতে সংগীতজ্ঞ চেবেইষ্টাইন, বাহ, লটজিঙ, বিচাৰ্ড ওৱেগনাৰ আদি বহুতে অৰ্কেষ্ট্ৰাত সুৰ সংযোজন কৰি মানুহৰ সমাদৰ লাভ কৰাৰ উপৰিও ইউৰোপত বিখ্যাত হৈ পৰিছিল। অপেৰাত অৰ্কেষ্ট্ৰাই এক বিশেষ ভূমিকা গ্ৰহণ কৰে। বাহৰ অৰ্কেষ্ট্ৰা 'থমাচ কয়েৰ' আৰু গয়েনধহচ অৰ্কেষ্ট্ৰা শুনিবলৈ মানুহে ছমাহৰ আগতে টিকট কৰিবলগীয়া হৈছিল। শিল্পীসকলৰ বিভিন্ন অনুষ্ঠান আৰু সংগঠনৰ সভা, অৰ্কেষ্ট্ৰাৰ আখৰা, সাংবাদিকৰ সভা পাতিবলৈ বাৰক ষ্টাইলত সজা ঘৰটো হ'ল বংমনচ হ'চ গ্ৰেগৰ ফক্কাচ্ নামৰ শিল্পী এজনে বাৰক নক্সাত এই ঘৰটো ১৭০১ৰপৰা ১৭০৪ চনলৈ সাজি অপূৰ্ব ভাস্কৰ্যৰ নিদৰ্শন দেখুৱালেও বিশ্বযুদ্ধত গোটেইটো ধ্বংস হয়। ১৯৬৬ চনত এই ঘৰটো আকৌ আগৰ নক্সাৰে সাজি জাৰ্মান শিল্পীৰ কৰ্মপটুটাৰ চিনাকি দিছে।

## জাৰ্মানিৰ কাৰিকৰী শিক্ষা আৰু কৰ্ম অভিজ্ঞতা

জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিকত (জিডিআৰ) দহ বছৰীয়া সাধাৰণ পলিটেকনিকল মাধ্যমিক স্কুলৰ বিষয়ে ভালেমান অধ্যক্ষ, শিক্ষয়িত্ৰী আৰু শিক্ষা বিজ্ঞান বিভাগৰ সঞ্চালক আৰু অধ্যাপিকাৰ লগত খৰচি মাৰি জানিবলৈ ইয়াৰ বিভিন্ন দিশ আলোচনা কৰোঁতে মোৰ বাৰে বাৰে আমাৰ দেশৰ স্কুলীয়া শিক্ষা পদ্ধতিত অন্তৰ্ভুক্ত কৰা 'কৰ্ম অভিজ্ঞতাৰ' কথা মনত পৰিছিল। কোঠাৰী আয়োগে শিক্ষাক জীৱন আৰু উৎপাদন পদ্ধতিৰ লগত সম্বন্ধ স্থাপন কৰি শিক্ষাৰ্থীৰ মনত শ্ৰমৰ প্ৰতি মৰ্যদা দেখুৱাবলৈ আৰু কৰ্মদক্ষতা লাভ কৰিবলৈ যাতে এটা সক্ৰিয় মনোভাৱ গঢ়িব পাৰে তাৰ ওপৰত গৰুত্ব দিছিল। কিন্তু, দুৰ্ভাগ্যবশতঃ কাৰ্যক্ষেত্ৰত আমাৰ ৰাজ্যত 'কৰ্ম অভিজ্ঞতা' বিষয়টো এটা প্ৰহসনৰ দৰে হৈ পৰিছে। কিন্তু ইয়াত ভালকৈ পাঠ্যক্ৰম প্ৰস্তুত কৰি, প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষকৰদ্বাৰা সংগঠন

কৰিলে ইয়াক সংস্কাৰ কৰিব পৰা যাব। কাৰণ যিনামেই নাথাকক কৰ্ম অভিজ্ঞতা বা বৃত্তি শিক্ষাৰ প্ৰয়োজনীয়তা বৰ্তমান সমাজত যথেষ্ট আছে। ইয়াৰ গুৰুত্ব বুজিয়ে মই জি ডি আৰব (পূৰ জাৰ্মানি) স্কুলীয়া শিক্ষাত পলিটেকনিকেল শিক্ষাৰ বিষয়ে জানিবলৈ যথেষ্ট চেষ্টা কৰিছিলো।

পূৰ জাৰ্মানিত স্কুলীয়া শিক্ষাত পলিটেকনিকেল শিক্ষাই এক বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছে। সাধাৰণ শিক্ষাত তত্বমূলক শিক্ষাৰ লগত ব্যৱহাৰিক শিক্ষাৰ ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰিছে। পলিটেকনিকেল শিক্ষাই স্কুলীয়া শিক্ষাৰ কিমান অংশ জুৰি আছে বুলি মই সোধা প্ৰশ্ন এটাত ড্ৰেছডেনৰ হাইস্কুল এখনৰ এগৰাকী অধ্যক্ষই ক'লে 'সেইটো কোৱা টান কাৰণ প্ৰাক্-প্ৰাথমিক স্তৰৰেপৰা এই শিক্ষা দিবলৈ আৰম্ভ কৰা হয়। সমাজতান্ত্ৰিক দেশত গোটেই জীৱনকে শিক্ষা হিচাপে গ্ৰহণ কৰাৰ ফলত সকলো ক্ষেত্ৰতে তত্বমূলক আৰু ব্যৱহাৰিক জ্ঞানৰ মাজত সমন্বয় স্থাপন কৰা হয়। ৰাষ্ট্ৰই সকলো ধৰণৰ শিক্ষামূলক সুবিধা আৰু কামৰ ব্যৱস্থা কৰাৰ কাৰণে ৰাষ্ট্ৰ পৰিচালিত সকলো সামাজিক ব্যৱসায়িক, সাংস্কৃতিক, শিল্পানুষ্ঠান, অৱসৰ বিনোদৰ অনুষ্ঠানে শিক্ষানুষ্ঠানৰ লগত সম্বন্ধ ৰাখিব লাগে যাতে শিশুৰ শিক্ষাত তেওঁলোকেও অৱদান আগবঢ়াব পাৰে। তেখেতে আৰু কৈছিল যে সমাজতান্ত্ৰিক দেশ এখনত উপযুক্ত কমিউনিষ্ট নাগৰিক গঢ়ি তুলিবলৈ, শ্ৰমিক শ্ৰেণীৰ জীৱনৰ মানদণ্ড উন্নত কৰিবলৈ আৰু দেশত সমৃদ্ধি আৰু শান্তি স্থাপন কৰিবলৈ সকলো অনুষ্ঠানে স্কুলৰ লগত সহযোগ কৰিবলৈ আগবাঢ়ি আহিব লাগে আৰু স্কুলৰ কাৰ্যক্ৰম প্ৰস্তুত কৰোঁতে অংশ গ্ৰহণ কৰে।

জি ডি আৰত শিক্ষা বুলিলে বহুতো স্তৰ সাঙুৰি লোৱাৰ কাৰণে প্ৰাক্-প্ৰাথমিক স্তৰ, দহবছৰীয়া সাধাৰণ পলিটেকনিকেল শিক্ষা, বৃত্তিমূলক প্ৰশিক্ষণ, কাৰিকৰী শিক্ষা, বিশ্ববিদ্যালয় আৰু উচ্চানুষ্ঠানৰ বিশেষ শিক্ষা, প্ৰাপ্তবয়স্কৰ অধিক শিক্ষা আৰু প্ৰশিক্ষণ আৰু অনগ্ৰসৰ শিশুৰ বাবে বিশেষ শিক্ষা ইয়াৰ ভিতৰত পৰে। কিন্তু সকলো স্তৰতে ৰাজনৈতিক সচেতনতা, কৰ্মদক্ষতা, তৎপৰতা, সক্ৰিয় সহযোগ আৰু প্ৰয়োজনীয় জ্ঞান আহৰণৰ ওপৰত গুৰুত্ব দিয়ে। সৰুৰেপৰাই ল'ৰা-ছোৱালীক স্কুলৰ

জীৱনৰ মাজেৰেই স্বাৱলম্বী হবলৈ, আনৰ কামত সহায় কৰিবলৈ আৰু বস্তু প্ৰস্তুত কৰি সৃজনীশক্তি বঢ়াবলৈ চেষ্টা কৰে। বাৰ্লিনত এখন কিণ্ডাৰ-গাৰ্ডেন চাবলৈ যাওঁতে প্ৰত্যেক কোঠাতে ল'ৰা-ছোৱালীৰ বিভিন্ন কাম, খেলা আৰু দলীয় কামত মগ্ন হৈ থকা দেখা পোৱাৰ উপৰিও কিছুমানে গছ-গছনি প্ৰতিপালন কৰা, বাগান কৰা, স্কুলঘৰ চাফা কৰা আৰু আনৰ খোৱাত তত্ত্বাৱধান কৰা আদি বহুতো কাম কৰা দেখিছিলো। প্ৰধান শিক্ষয়িত্ৰীয়ে কবৰ দৰে এইবোৰ সামাজিকভাৱে প্ৰয়োজনীয় কাম কৰাৰ আৰম্ভণিহে।

ইয়াৰ শিক্ষাত বিজ্ঞানসন্মত তত্ত্বমূলক শিক্ষাৰ বাহিৰেও কেইটামান বিষয়ৰ ওপৰত গুৰুত্ব দিয়ে। ৰাজনৈতিক শিক্ষাৰ বাবে মাৰ্ক্স-লেনিন তত্ত্ব, সামাজিকভাৱে প্ৰয়োজনীয় বিষয় আৰু উৎপাদনমূলক কাম শিকিব লাগে। ইয়াত পলিটেকনিকেল শিক্ষা আমি ব্যৱহাৰ কৰা অৰ্থতকৈ বহুত বেলেগ। শিল্প উদ্যোগ বা কৃষিৰ আধুনিক উৎপাদনৰ মূল পদ্ধতিবোৰ শিকাই শিক্ষাৰ্থীক কৰ্মদক্ষ কৰাটো পলিটেকনিকেল শিক্ষাৰ লক্ষ্য। ইয়াক সাধাৰণ শিক্ষাৰ অপৰিহাৰ্য অংশ বুলি ধৰা হয়। দহবছৰীয়া স্কুলত প্ৰথমৰ পৰা তৃতীয় শ্ৰেণীলৈ শিক্ষাৰ্থীয়ে সাধাৰণ শিক্ষাৰ লগতে হস্তশিল্প মাটি বা প্লাষ্টিকৰ মূৰ্ত্তি গঢ়া, বিজ্ঞানসন্মতভাৱে বাগান কৰা, কাগজ, কাঠ বা আইনাৰে বস্তু সজা আদি বিভিন্ন কাম কৰিব লাগে। চতুৰ্থৰপৰা সপ্তমলৈ আধুনিক উৎপাদনৰ মূল ভেটিবোৰ শিকি, স্থানীয় উৎপাদনমূলক কাম এটা বাচি ইয়াৰ প্ৰয়োজনীয় যন্ত্ৰপাতি, কেঁচামাল আৰু প্ৰস্তুত কৰাৰ পদ্ধতি স্কুলৰ কৰ্মশালাত প্ৰশিক্ষণ লৈ শিকে। সাধাৰণতে এই স্তৰত কাঠ, ইলেক্‌ট্ৰিক, লোহা-পিতল, কাগজ, ঘৰুৱা আৰু খেতিৰ কাম, বিজ্ঞান সন্মতভাৱে শিকে।

ইয়াত পলিটেকনিকেল শিক্ষা তিনিধৰণে দিয়ে, যেনে স্কুলৰ নিজস্ব কৰ্মশালা, শিক্ষানুষ্ঠান বা কল-কাৰখানা বা নতুনকৈ স্থাপন কৰা পলিটেকনিকেল অনুষ্ঠান য'ত সেই অঞ্চলৰ কেবাখনো স্কুলৰ ল'ৰা-ছোৱালীয়ে প্ৰশিক্ষণ লয়।

অষ্টমমানৰপৰা দশম মানলৈ দিয়া পলিটেকনিকেল শিক্ষা অতিশয়

সু-সংগঠিত কৰি নিৰ্দিষ্ট পাঠ্যক্ৰম অনুযায়ী শিক্ষাৰ্থীক শিক্ষা দিয়া হয়। বাল্টিক সাগৰৰ পাৰত থকা ক্ৰাইৰচৰাল্ড নামৰ সৰু নগৰখনত নতুনকৈ স্থাপন কৰা পলিটেকনিকেল স্কুল চাবলৈ গৈছিলো। ইয়ালৈ এই অঞ্চলত থকা সকলো স্কুলৰ অষ্টম মানৰপৰা দশম মানৰ ছাত্ৰ-ছাত্ৰীয়ে পলি-টেকনিকেল শিক্ষা লবলৈ আহে। চাৰিমহলীয়া এই প্ৰকাণ্ড ঘৰটোৰ প্ৰত্যেক তলাতে প্ৰায় তেৰশ শিক্ষাৰ্থীয়ে একোটা কাৰিকৰী বিদ্যাত প্ৰশিক্ষণ লব পৰা আধুনিক যন্ত্ৰ আৰু সা-সঁজুলিৰে সজ্জিত বহুতো কোঠা আছে। যন্ত্ৰবোৰ স্থাপন কৰোতে প্ৰয়োজনীয় সাৱধান ব্যৱস্থাও হাতত লয়। অষ্টম শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈ শিক্ষাৰ্থীয়ে যিকোনো কাম বা পলিটেকনিকেল বিষয় বাছি লোৱাৰ পিছত তিনিধৰণৰ স্তৰ পাৰ হব লাগে, তত্ত্বমূলক অধ্যয়ন, ব্যৱহাৰিক প্ৰশিক্ষণ আৰু উৎপাদনমূলক কাম। মই যোৱা স্কুলটোত শিক্ষাৰ্থীয়ে ইলেকট্ৰিকেল, ইলেকট্ৰনিক যন্ত্ৰ আৰু লোহাৰ উৎপাদনৰ কাম কৰি আছিল। লোহা উৎপাদনৰ এটা কোঠাত শিক্ষাৰ্থীয়ে অষ্টম মানৰ ল'ৰা-ছোৱালীক খনিজ পদাৰ্থ, লোহাৰ প্ৰয়োজনীয়তা আৰু প্ৰস্তুত কৰিব খোজা বস্তুটোৰ বিষয়ে শিকাইছিল। নৱম মানৰ কোঠাত মেচিন কেনেকৈ চলাব লাগে কেনেকৈ ৰাসায়নিক পদ্ধতিৰে লোহাক জুলীয়া অৱস্থালৈ নিব লাগে আদি বুজাইছিল আৰু দশম শ্ৰেণীত মেচিনৰ সহায়েৰে জুলীয়া পদাৰ্থৰপৰা বিশেষ গঠনৰ লোহা উলিয়াই কাটি আৰু আন এটা মেচিনত ফুটা কৰি বেলৰেৰ নটবল্টু তৈয়াৰ কৰিছিল।

সেই নটবল্টুবোৰ স্কুলৰ লগত সম্বন্ধ থকা দোকানত বিক্ৰী কৰিলে সেইবোৰ দেশৰ বিভিন্ন বেলত ব্যৱহাৰ কৰা হয়। আন এটা মহলাত ঠিক সেইদৰে শিক্ষাৰ্থীয়ে নিজে ৰেডিঅ'ৰ এটা অংশ আৰু আনটো মহলাৰ কোঠাবোৰত মেচিনৰ সহায়েৰে ইলেকট্ৰনিক মেচিন এটাৰ এটা অংশ সাজি আছিল। মোক কোঠাবোৰ দেখুৱাই লৈ ফুৰা সঞ্চালক গৰাকীয়ে কৈছিল যে প্ৰত্যেক শিক্ষাৰ্থীয়ে নিজে যি কোনো এটা বস্তু এনেধৰণে উৎপাদন কৰিব লাগিব যাতে সেইবোৰ বজাৰত বেচা যায়। ল'ৰা-ছোৱালীয়ে শ্ৰমৰ দ্বাৰা প্ৰয়োজনীয় বস্তু তৈয়াৰ কৰি সমাজ গঢ়া কামত যে অৰিহণা যোগাইছে তাক বুজিবলৈ দিয়া হয়। ওচৰৰ স্কুল কৰ্তৃপক্ষৰ লগত

যোগাযোগ কৰি এই স্কুলৰ সঞ্চালক গৰাকীয়ে স্কুলৰ কাৰ্যসূচী প্ৰস্তুত কৰে আৰু ৰাতিপুৱাৰপৰা আবেলিলৈ বিভিন্ন প্ৰশিক্ষণপ্ৰাপ্ত ইঞ্জিনীয়াৰৰ তলত পলিটেকনিকেল শিক্ষালাভ কৰে। এই স্কুল পৰীক্ষামূলকভাৱে স্থাপন কৰিছে যাতে কলকাৰখানা আৰু শিল্পোদ্যোগ অধিক উৎপাদনত মনোযোগ দিব পাৰে।

সাধাৰণতে বিভিন্ন শিল্প উদ্যোগ, কল কাৰখানাই স্কুলৰ শিক্ষাৰ্থীৰ প্ৰশিক্ষণৰ বাবে বেলেগ শিক্ষক নিয়োগ কৰি পাঠ্যক্ৰম অনুযায়ী প্ৰথমে তত্ত্বমূলক শিক্ষাৰপৰা যন্ত্ৰৰ ব্যৱহাৰ শিকাই উৎপাদন কৰাৰ ব্যৱস্থা কৰিব লাগে। স্থানীয় প্ৰয়োজন অনুযায়ী বিষয় সলনি হয়। গতিকে বিভিন্ন ঠাইত কৃষি উদ্যোগ, চামৰাৰ কাম, পৰিবহন, বস্ত্ৰ শিল্প, হস্ত উদ্যোগ, কাঠৰ কাম, বাগিচা কৰা, ঘৰ সজা, জাহাজৰ কাম, চাইকেল সজা, দোকানত বেচা কিনা কৰা, হোটেলত ওৱেটাৰ আদি বহুত কামত শিক্ষা দিয়া হয়। প্ৰত্যেক কামতে তিনি বছৰকৈ পাঠ্যক্ৰম প্ৰস্তুত কৰি তিনি ভাগৰ এভাগ তত্ত্বমূলক আৰু বাকী দুভাগ ব্যৱহাৰিক কামৰ প্ৰশিক্ষণ দিয়া হয়। কিন্তু পলিটেকনিকেল শিক্ষাত কোনো শিক্ষাৰ্থীয়ে অধিক দক্ষতা দেখুৱালেও ই বৃত্তিমূলক অৰ্হতাৰ দাবী কৰিব নোৱাৰে কাৰণ ই সাধাৰণ শিক্ষাৰ এটা অংশহে। বৃত্তিমূলক অৰ্হতাৰ বাবে আৰু দুবছৰ বা তিনি বছৰ বৃত্তিমূলক স্কুলত প্ৰশিক্ষণ লব লাগে।

ভাৰতবৰ্ষত স্কুলসমূহত এনেকুৱা ব্যৱস্থা আছে নেকি বুলি কেবাজনেও মোক সোধোতে মই কৰ্মঅভিজ্ঞতাৰ বিষয়ে কৈছিলো, কিন্তু কোনো প্ৰতিষ্ঠান বা কলকাৰখানাৰ পৰা যে বাস্তৱ অভিজ্ঞতা নাপায় সেই কথা কৈছিলো। মই কিন্তু কৰ্মঅভিজ্ঞতাৰ বিফলতাৰ বিষয়ে কবলৈ বেয়া পাইছিলো আৰু শিক্ষাৰ্থীয়ে বজাৰৰ বস্তু কিনি আনি নম্বৰ যে লয় সেই কথাও সকলো কাৰণ কৰ্মবিমুখ শিক্ষাৰ্থীয়ে কামত ইমানকৈ অসত্যৰ আশ্ৰয় লোৱাটো তেওঁলোকে বিশ্বাস নকৰিব আৰু ইয়াত মাক-বাপেক শিক্ষক আৰু স্কুল কৰ্তৃপক্ষই কেনেকৈ সহাঁৰি জনাব তাক তেওঁলোকে ভাবিবই নোৱাৰিব। ইয়াত স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী আৰু মাক বাপেকৰ লগত সম্বন্ধ থকাৰ কাৰণে হওঁক আৰু স্কুল কৰ্তৃপক্ষই সতৰ্ক দৃষ্টি ৰখাৰ কাৰণেই

হওঁক শিক্ষাৰ্থীয়ে আনে কৰা কাম নিজৰ বুলি কবলৈ সাহ নাই। ইয়াত ঘৰৰ কামত মাক বা বাপেকে সহায় কৰা কথাটো শিক্ষাৰ্থীয়ে শিক্ষকৰ আগত কয় যাতে শিক্ষাৰ্থীৰ পাৰদৰ্শিতা তেওঁলোকে বুজি পায়।

মই কৈছিলো যে আমাৰ দেশত শিল্প উদ্যোগ বেচিকৈ নথকাৰ কাৰণে আৰু স্কুলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বেচি হোৱাৰ কাৰণে কৰ্মঅভিজ্ঞতাৰ কৰ্মসূচী প্ৰাথমিক স্তৰতে আছে। তেওঁলোকেও কৈছিল যে জি ডি আৰটো প্ৰথমে পলিটেকনিকেল শিক্ষা আৰম্ভ কৰোতে কোনো নিৰ্দিষ্ট পাঠ্যক্ৰম প্ৰস্তুত কৰিব পৰা নাছিল আৰু এই শিক্ষা যিকোনো শিক্ষানুষ্ঠানতে লৈছিল কিন্তু লাহে লাহে ইয়াক সংগঠন কৰি শিক্ষাৰ এক অপৰিহাৰ্য অংশ হিচাপে লব পৰা স্তৰলৈ আনিছো।

শিল্পপ্ৰধান দেশ এখনৰ শিক্ষা পদ্ধতিৰ লগত আমাৰ শিক্ষাৰ তুলনা কৰাটো অন্যায় বুলি কলেও গ্ৰহণযোগ্য বিষয় আলোচনা কৰাৰ প্ৰয়োজন। কৰ্ম-অভিজ্ঞতাৰ পুনৰ সংগঠনৰ ওপৰত গুৰুত্ব দি স্কুলৰ কৰ্মশালা স্থাপনৰ ব্যৱস্থা কৰিব লাগে। কোনো কমকাৰখানা বা সৰু ফেক্টৰীৰ লগত সংযোগ কৰিব পাৰিলে ভালেই হয় নহলেও স্কুলতে কোনো বৃত্তি বা কাম এটা শিক্ষাৰ্থীয়ে সম্পূৰ্ণৰূপে কৰাৰ ওপৰত গুৰুত্ব দিব লাগে। ইয়াৰ বাবে প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ কেৱল প্ৰয়োজনে নহয় আন শিক্ষকৰ সহযোগিতাও কাম্য। কোনো কাম ঘৰত আংশিকভাবেহে কৰিব দিব লাগে নহলে শিক্ষাৰ্থীক অসত্যৰ আশ্ৰয় লৈ আনে কৰা বস্তু নিজৰ বুলি নম্বৰ বেছি লব। ফলত কৰ্মঅভিজ্ঞতাৰ আচল উদ্দেশ্যই সফল নহব। কৰ্মঅভিজ্ঞতাৰ বাবে বেলেগে পাঠ্যক্ৰম প্ৰস্তুত কৰি ক্ৰমাগত ভাৱে অষ্টম শ্ৰেণীৰ পৰা এটা কাম বা বৃত্তি শিকোৱাৰ ওপৰত গুৰুত্ব দিব লাগে যাতে শিক্ষকে শিক্ষাৰ্থীৰ অৰ্হতাৰ ওপৰত নিজৰ মতামত দিব পাৰে। ইয়াৰ অন্যথাই কৰ্ম-অভিজ্ঞতা এটা প্ৰহসন হৈয়ে থাকিব।

## সৌন্দৰ্য্যময়ী ড্ৰিচডেন চহৰ

হালেত তিনি সপ্তাহ থকাৰ পিছত মই ড্ৰিচডেন অভিমুখে ৰেল ষ্টেচনলৈ আহিলো। মোক বিদায় দিবলৈ ডঃ শ্ৰুটচে আৰু শ্ৰীমতী ইখলদা

আহিছিল। আগদিনা শিক্ষা-বিজ্ঞান বিভাগত আনুষ্ঠানিকভাৱে বিদায় দিওতে মই সুদূৰ দেশ ভাৰতৰ প্ৰতিনিধি হিচাপে দুয়োখন দেশৰ বন্ধুত্ব দৃঢ় হোৱাটো আশা প্ৰকাশ কৰি বিশ্ব শান্তিৰ কাৰণে দুয়ো দেশৰ জনসাধাৰণে যাতে অহৰহ চেষ্টা কৰে তাক কামনা কৰিছিলো। মোৰ বক্তৃতা তেওঁলোকে অতিশয় প্ৰসংশা কৰি দুয়ো দেশৰ মাজত সাংস্কৃতিক বিনিময় যাতে বেচি হয় তাৰ আশা প্ৰকাশ কৰিছিল। সেই সময়ত আঙ্গোলাত (Angola) আমেৰিকাৰ আক্ৰমণ আৰু পশ্চিম জাৰ্মানিত মিছিল কেন্দ্ৰ স্থাপনৰ বিৰুদ্ধে দেশৰ সকলো ঠাইতে অগনন জনসাধাৰণে বিদ্ৰোহ প্ৰদৰ্শন কৰিছিল। হালেতো লক্ষাধিক মানুহে যুদ্ধৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰি যুদ্ধ বন্ধ কৰাৰ দাবী জনাইছিল। যুদ্ধ বুলিলে ইয়াৰ মানুহ ভয়ত কঁপি উঠে কাৰণ যুদ্ধৰ বিভীষিকা এওঁলোকৰ মনৰ মাজৰপৰা এতিয়াও আঁতৰ হোৱা নাই। এগৰাকী জাৰ্মান মহিলাই মোক দিনৰ সাজ এখন হোটেলত খাবলৈ নিমন্ত্ৰণ কৰোতে তেখেতে কথা প্ৰসঙ্গত কৈছিল "আমি বিশ্বশান্তি স্থাপনত কাৰণে ১৯৪৫ চনৰ পিছত গঠনমূলক কামত বেচি গুৰুত্ব দিছিলো। পশ্চিম জাৰ্মানিয়ে যুদ্ধৰ আতঙ্ক ৰাখিবৰ কাৰণে হয়তো যুদ্ধাস্ত্ৰ, মিছিল কেন্দ্ৰ আদি স্থাপনৰ গুৰুত্ব দিছে। এঙ্গোলাৰ ঘটনাই বিশ্বযুদ্ধৰ সৃষ্টি কৰিলে আমাৰ দেশৰ সৰ্বনাশ হব" তেখেতৰ দুচিন্তা দেখি মোৰ নিজৰো খুব বেয়া লাগিছিল কাৰণ ল'ৰালিকালত যুদ্ধৰ আতঙ্ক মোৰ মনৰ পৰা আঁতৰ হোৱা নাই।

হালেৰ ট্ৰেইনত উঠাৰ লগে লগে দুয়োজনে মোক টেলিগ্ৰাম কৰিবলৈ কলে। ইশ্বলদাই মোক সাবটি দুয়োগালে চুমা খাই বিদায় দি থোকা থুকি মাতেৰে কৈছিল 'ইমান কম সময়ৰ ভিতৰত তুমি আমাক আপোন কৰিছিলা। তোমাৰ স্মৃতি সদায় মনত ৰব। বয়সীয়া ক্ৰুটচেই হাতত ধৰি কৈছিল "তোমাৰ মাধ্যমেৰেই আমি তোমাৰ দেশবাসীক লগ পাইছো। ভাৰতলৈ মোৰ নমস্কাৰ। জীৱনত হয়তো কোনো দিন লগ নোপোৱা এই মানুহখিনিক এৰি মোৰ মনতো দুখত ভৰি অশ্ৰুসিক্ত হৈ পৰিছিল। মানৱ মনৰ কি অপূৰ্ব সম্বন্ধ।

ড্ৰেচডেনত মামি ইফালে সিফালে চাওঁতে অতিশয় ধুনীয়া মানুহ

এগৰাকী হাঁহি-হাঁহি আগবাঢ়ি আহিছিল, যেন এলিজাবেথ টেইলৰ। জাৰ্মানিত ইমান ধুনীয়া হৰিণীৰ দৰে চকুৰ আৰু অপূৰ্ব সৌন্দৰ্যৰ অধিকাৰিণী লগ পোৱা নাই। ক্ৰুণী কুলহাৰ বুলি চিনাকি দি তেখেতৰ লগত অহা ড° ওৱাৰেলৰ লগত চিনাকি কৰি দিওঁতে ক্ৰুণীয়ে কৈছিল "তুমিতো কম সাহসী নাৰী নহয়। অকলে অকলে ইমান ঠাই চাবলৈ আহিছা।" মই হাঁহি ক'লোঁ, "মই অহাৰ পিছত ভাৰতীয় নাৰী পিছ পৰা ধাৰণা এৰিব লাগিব"। গাড়ীলৈ বুলি যাওঁতে ব্ৰণীয়ে ক'লে, "তুমি হয়তো ব্যতিক্ৰম, তোমালোকৰতো কম বয়সতে বহুত যৌতুক দি মাক বাপেকে ঠিক কৰা ল'ৰালৈ বিয়া দিয়ে মহীশূৰ মাদ্ৰাজ আদি দাক্ষিণাত্যৰ ঠাইত এই নিয়ম আছে।" এইবাৰ মোৰ অবাক হোৱাৰ অৱস্থা। ভাৰতীয় মহিলা বা ভাৰত সম্বন্ধে ভালদৰে নজনা জাৰ্মানীৰ এগৰাকী মহিলাই ভাৰতৰ বিষয়ে কেনেকৈ জানিলে। আমাৰ আগে আগে মোৰ বাকচ দুটা লৈ যোৱা ড° ওৱাৰেলে মাত লগালে। "তুমি মিছেছ দেৱীক ভাৰতৰ বিষয়ে সুধি ব্যতিব্যস্ত কৰিছা। তুমিতো ভাৰতৰ বিষয়ে বহুত জানা। এতিয়া বেগ দি আহা।" ষ্টেচনৰ বাহিৰত থোৱা গাড়ীত উঠিবলৈ গৈ ভাবিলো ক্ৰুণীয়ে হয়তো ভাৰতৰ বিষয়ে পঢ়া-শুনা কৰিছে। কাৰণ ভাৰতৰ বিষয়ে ইয়াত খুব কম জানে। ইয়াত বিদেশী নিগাজীকৈ বাস কৰাটো পছন্দ নকৰে। ভিয়েটনামৰ দৰে কমিউনিষ্ট দেশৰ ছাত্ৰ-ছাত্ৰীয়ে পঢ়া-শুনা কৰিলেও ইয়াত ভাৰতীয় নিগাজীকৈ থকা নাই।

ড্ৰিচডেন অতি ধুনীয়া চহৰ বুলি হালেত কোৱা শুনিছিলো, কিন্তু এলবা (Elba) নদীৰ পাৰত অৱস্থিত এই চহৰখন পুৰণি কীৰ্ত্তি, স্মৃতি-স্তম্ভ আৰু পুৰণি ভাস্কৰ্যৰে যে ইমান বিতোপন তাক বৰ্ণাব নোৱাৰি। ড্ৰিচডেন টেকনিকেল বিশ্ববিদ্যালয়ৰ আলহী ঘৰত মই দুসপ্তাহ আছিলো।

ক্ৰুণীয়ে মোক বুজালে যে যুদ্ধত ড্ৰিচডেনৰ সত্তৰভাগ অংশ সম্পূৰ্ণ ধ্বংস হৈছিল। যুদ্ধত সন্ধি হোৱাৰ দুদিনৰ আগতে ধুনীয়া ড্ৰিচডেনক ধ্বংস কৰিবলৈ যুজাৰু বিমানবোৰ জাকে জাকে আহোঁতে মানুহে প্ৰাণৰ শংকাত এলবা নদীৰ পানীত লুকাবলৈ আহিছিল। কিন্তু তাতেই বিমানৰ ওপৰৰ পৰা মেচিনগান মাৰি বোমা পেলাই হাজাৰ হাজাৰ মানুহৰ মৃত্যু ঘটাই

এলবা নদীৰ পানী ৰঙা কৰি পেলাইছিল। পৃথিৱী বিখ্যাত অপেৰাগৃহ অৰ্কেষ্ট্ৰাঘৰ আদি অতি অভিনৱ সাংস্কৃতিক কেন্দ্ৰসমূহ সম্পূৰ্ণৰূপে ধ্বংস হৈ গৈছিল। আমি খাবলৈ যোৱা ৰেষ্টোৰাখন নতুনকৈ সজা বজাৰৰ এটা চুকত হলেও অতি আধুনিক ধৰণে সজা। কষ্টসহিষ্ণু আৰু অতিকৈ কৰ্মঠ জাৰ্মানীৰ শ্ৰমিকে নতুনকৈ চহৰ সাজিলেও যুদ্ধৰ কৰুণ পৰিণতি শুনিলে সঁচাকৈয়ে মন বেয়া লাগে। ক্ৰুণীয়ে কৈছিল যে তিনিদিনলৈ নৈৰ পানী ৰঙা হৈ আছিল।

ড্ৰিচডেন তেৰশ শতিকাৰ এখন সৰু নগৰ হলেও ওঠৰশ শতিকাত ই এখন সুন্দৰ আৰু বিলাসী ৰাজধানীলৈ পৰিণত হৈছিল। চেক্সনিৰ ৰজা আগষ্ট ডি-গ্ৰেটৰ দিনত ইটালীৰপৰা ভাস্কৰ্যৰ শিল্পী আনি নগৰখনৰ বিভিন্ন ঠাইত ধুনীয়া ৰাজপ্ৰাসাদ, স্তম্ভ, অপেৰা, অৰ্কেষ্ট্ৰা হল, বিভিন্ন আমোদৰ কেন্দ্ৰ আৰু ফুলনি সাজি চহৰখন নতুনকৈ গঢ়ি তোলে। ৰজা হিচাপে আগষ্ট এজন প্ৰবল প্ৰতাপী শাসক আছিল। তেওঁ সুকুমাৰ কলা আৰু সংগীতৰ প্ৰতি অতি ৰাপ থকাৰ কাৰণে তেওঁ বিভিন্ন দেশৰপৰা অমূল্য চিত্ৰ, বিখ্যাত শিল্পীৰ ছবি, বিভিন্ন দেশৰ চকুত লগা সামগ্ৰী সংগ্ৰহ কৰিছিল। সংগীতৰ বিকাশৰ বাবে থিয়েটাৰ হল কৰি শিল্পীক উদগনি দিয়াৰ ফলত ড্ৰিচডেন চকুত লগা ৰাজধানী হিচাপে দেশ বিদেশত ইয়াৰ নাম বিয়পি পৰিছিল। এওঁ যুদ্ধত জয়ী হৈ পোলেণ্ডৰ ৰজা হৈ চেক্সনিৰ সীমা বঢ়াইছিল। নগৰত থকা বিভিন্ন প্ৰাসাদৰ অপূৰ্ব কাৰুকাৰ্যই সঁচাকৈয়ে মন মুহি নিয়ে। পুৰণি আৰু নতুন ড্ৰিচডেনৰ মাজত থকা সোণৰ ঘোঁৰাত উঠি থকা ৰজা আগষ্টৰ প্ৰকাণ্ড মূৰ্ত্তিটোৱে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। ইয়াৰ কাৰুকাৰ্য ইমান নিখুঁত যেন ঘোঁৰা চলাই যোৱা ৰজাৰ এক জীৱন্ত মূৰ্ত্তিহে।

উনৈশ শতিকাত বিভিন্ন ধৰণৰ ব্যৱসায় আৰু শিল্প স্থাপনৰ বাবে ইয়াৰ উৎপাদনৰ মাত্ৰা অতি বেছি হলেও এইবোৰ ধনী শ্ৰেণীৰ আধিপত্যত আছিল। ফলত সেই শ্ৰমিক শ্ৰেণীয়ে বিদ্ৰোহ ঘোষণা কৰিলেও সেইবোৰ পুঁজিবাদী শক্তিয়ে আয়ত্বলৈ আনিছিল।

ক্ৰুণীয়ে মোক বুজাই কৈছিল যে ওঠৰ শতিকাৰ শেষৰ ফালৰপৰা

ড্ৰিচডেনত বিশেষ শিল্প উদ্যোগ স্থাপন হোৱাৰ কাৰণে এই চহৰৰ প্ৰতিপত্তি আৰু বাঢ়িবলৈ ধৰে। কিন্তু শাসক গোষ্ঠীৰ বিৰুদ্ধে কৰা ১৮৫৯ চনৰ যে বিপ্লৱৰ আঁত লৈ আন্তঃৰাষ্ট্ৰীয় শ্ৰমিক অনুষ্ঠান স্থাপন হোৱাৰ পিছত ড্ৰিচডেনত ট্ৰেড ইউনিয়ন স্থাপন হয়। কাৰ্লমাৰ্ক্সে ১৮৭১ চনত শ্ৰমিকৰ বিৰাট সভাত যোগদান কৰি বিপ্লৱৰ অগনি জ্বলোৱাৰ পিছত শ্ৰমিকসকল ইমান শক্তিশালী হৈ উঠিল যে ১৯১৮ চনত সৈন্য আৰু শ্ৰমিকে অহৰহ কৰা যুদ্ধত হাৰি চেক্সনিৰ ৰজাই সিংহাসন ত্যাগ কৰি পলাই যোৱাত ৰাজপ্ৰাসাদত ৰঙা পতাকা উঠিছিল। বহুতো নিষিদ্ধ দলে নাৎসী শাসনৰ বিৰুদ্ধে গোপনে কাম চলাই যোৱাৰ কাৰণে বহুতে মৃত্যু বৰণ কৰিব লগীয়া হৈছিল। হাজাৰতকৈ বেছি নাৎসী বিৰোধী শ্ৰমিকক প্ৰাণদণ্ড দিয়া হৈছিল। ক্ৰুণীৰ মতে দ্বিতীয় মহাযুদ্ধত মৃত্যু বৰণ কৰা অগণন সৈন্যৰ বাহিৰেও ১৯৪৫ চনৰ ১৩ আৰু ১৪ ফ্ৰেব্ৰুৱাৰীত হোৱা বোমা বৰ্ষণত প্ৰায় ৩৫,০০০ মানুহে করুণভাৱে ঘৰৰ ধ্বংসাৱশেষত, ৰাস্তাত আৰু নদীৰ পাৰত মৃত্যুবৰণ কৰে। কেইবা সপ্তাহলৈ ড্ৰিচডেনৰ নগৰৰ ধ্বংসৰ ধোঁৱাই আকাশ ক'লা কৰি ৰাখিছিল। নাৎসী শাসনৰ তীব্ৰ সমালোচক ক্ৰুণীয়ে ক'লে, শাসকসকলে নিজৰ বীৰত্ব দেখুৱাবলৈ গৈ লাখ লাখ নিৰীহ মানুহক মৃত্যুৰ মুখলৈ আগবঢ়াই দেশৰ অনিষ্ট সাধন কৰি নিজৰ বীৰত্ব দেখুৱালে।

১৯৪৫ চনৰ পিছত ছোভিয়েটৰ মুক্তি সেনাই শ্ৰমিক শ্ৰেণীৰ লগ হৈ নগৰখনৰ সংস্কাৰত লাগি চহৰখন নতুনকৈ গঢ়ি তুলিছিল। ধ্বংসৰ ভগ্নাৱশেষেই বন্ধ কৰা ৰাস্তা পদূলি আৰু নগৰখন চাফা কৰোঁতে ১৮ মিলিয়ন কিউবিক মিটাৰতকৈ বেছি ভগ্নাংশ বাহিৰ কৰি নগৰ চাফা কৰিছিল। মই ক্ৰুণীক সুধিছিলো, ছোভিয়েটৰ ইমান সৈন্য তোমালোকৰ ইয়াত থকাটো তোমালোকৰ মানুহে ভাল পায় নে? গহীন হৈ ক্ৰুণীয়ে ক'লে, 'ভাঙি-চিঙি প্ৰায় ধ্বংসপ্ৰাপ্ত এখন দেশত শক্তি, সম্পদ আৰু বিশেষজ্ঞৰ সহায় পাবলৈ একে দৰ্শনত বিশ্বাস কৰা ওচৰচুবুৰীয়া শক্তিশালী দেশৰ প্ৰয়োজন। নিসংকোচে মনৰ ভাৱ প্ৰকাশ কৰিব নোখোজাৰ কাৰণে নই খোৱাত মন দিছিলো।

যোৱাৰ শেষত ক্ৰুণীয়ে মোক চুইনগাৰ ( Swingar ) বোলা বাজ-

প্ৰাসাদৰ বাহিৰটো দেখুৱাবলৈ লৈ গ'ল। এলবা নদীৰ দলঙৰ ওপৰেদি আহোঁতে পাৰত জিলিকি থকা ধুনীয়া পুৰণি স্তম্ভৰে সৈতে অট্টালিকাবোৰ অতি মনোমোহা আছিল। সুউচ্চ কেথিড্ৰেলৰ ওপৰত থকা সোণৰ ক্ৰুছতকৈ ওখ কৰি জনসাধাৰণে টাউন হলৰ :এশ ফুট ওপৰত প্ৰতিষ্ঠা কৰা সোণালী মানুহটো চহৰৰ যিকোনো ঠাইৰপৰা দেখা যায়। চুয়েনগাৰ নামৰ ৰাজপ্ৰাসাদৰ গেটৰ সদৃশ বিশাল দুৱাৰমুখৰ কাৰুকাৰ্য দেখি স্তম্ভিত হৈ পৰিছিলো। ১৭০৭ৰপৰা ১৭৩২ চনলৈ সজা এই ৰাজপ্ৰাসাদত ৰাস্তাৰ পৰা খট্‌খটীৰে উঠি দুয়োফালে হাঁহৰ লগত ল'ৰা-ছোৱালীয়ে খেলি থকা পুখুৰী পাৰ হৈ প্ৰকাণ্ড দুৱাৰমুখ পাওঁ। ওপৰলৈ চাই দেখো ৰাজ মুকুটৰ দৰে সজা এই গেটখন চকুৰোৱা। ইউৰোপৰ বিখ্যাত ৰাজশিল্পী পাপেলমানে ( Poppelmenn ) সজা এই গোটেই ৰাজকাৰেঙত বাৰক ষ্টাইলত সজা বিভিন্ন মূৰ্ত্তি আছে। বাৰক নামৰ ইটালীৰ শিল্পীজনৰ প্ৰধান বৈশিষ্ট্য হ'ল শিলত কটা মানুহৰ বিভিন্ন স্তৰৰ মূৰ্ত্তি, সিহঁতৰ ভাৱ-প্ৰকাশ ফল-মূল জীৱ-জন্তুৰ সৈতে কৰা খেলাৰ ভাব আৰু কাৰ্য অতি সুন্দৰকৈ প্ৰকাশ কৰা নিপুণতা। দুৱাৰমুখতে প্ৰহৰীৰূপে থিয় হৈ থকা সৈন্য কেইজন সঁচাকৈয়ে জীৱন্ত যেন লাগে। দুৱাৰমুখ পাৰ হৈ আকৌ চিৰিয়েদি উঠোতে দুয়োফালে ৰেলিঙত মানুহৰ মূৰ্ত্তি সজাই থোৱা দেখিছিলো। ঘূৰি ঘূৰি দেৱালত খোদিত কৰা সৰু সৰু শিশুৰ খেল আপেল-আঙুৰ লতাৰ মাজত খেলি থকা নিস্পাপ শিশুক ইমান সুন্দৰকৈ অংকিত কৰিছিল যে দেখিলেই সঁচা যেন লাগিছিল। ওপৰৰ চোতালৰপৰা তলত থকা পকীৰ গা ধোৱা ঘৰটো চাই শিল্পীৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁৱাইছিলো। কোঠাটোৰ চাৰিওফালে দেৱালত খোদিত কৰা লাস্যময়ী পৰীসকলক বিভিন্ন ভংগীত ইমান ধুনীয়াকৈ সজাই থৈছিল যেন অলপ আগতে তেওঁ-লোকে গা ধুই উঠিছেহে।

কাষতে থকা মূৰ্তি এটাত—মাকৰ কাপোৰ টানি থকা কেঁচুৱাটোৰে সৈতে মাতৃ মৰম প্ৰকাশ পোৱা নাৰী গৰাকীয়ে মাতৃবৎসল প্ৰেম মূৰ্তভাৱে প্ৰকাশ কৰিছিল। আট্টালিকাৰ ওপৰত, তলত, মাজত আৰু কাষত বিভিন্ন মূৰ্ত্তিৰ ইমান সমাৰোহ যে কোনটো ভাল কোনটো বেয়া তাক বাচি উলিয়াবলৈ খুব

টান। এই ৰাজপ্ৰাসাদটো যে বাৰ-তেৰ তাৰিখৰ আক্ৰমণত ধ্বংসস্তূপলৈ পৰিণত হৈছিল তাক বুজাবলৈ টান লাগিছিল। মানুহৰ অক্লান্ত পৰিশ্ৰমত বিছ বছৰৰ ভিতৰত মেৰামতি কৰি আগৰ অৱস্থালৈ ঘূৰাই আনিছিল। এই ৰাজপ্ৰাসাদটো হালেত চোৱা ৰাজপ্ৰাসাদতকৈ বহুত সমৃদ্ধ আৰু চকুত লগা ভাস্কৰ্যৰে ভৰা। হালেত ডিৰেক্টৰ ড° হাৰবিজ আৰু তেখেতৰ পত্নীয়ে হালেৰপৰা দুশ বিছ মিটাৰমান দূৰৈত থকা ভোৰাৰণি ৰোডত পাহাৰৰ ওপৰত থকা ৰাজপ্ৰাসাদটো দেখুৱাবলৈ নিছিল। ই এটা দুৰ্গৰ দৰে আছিল। ১১১০ৰপৰা ২০ চনত পাহাৰৰ ওপৰত দুটা বাণিজ্যকেন্দ্ৰৰ পথৰ মাজত সজোৱা এই ৰাজপ্ৰাসাদটোৰে উঠিবলৈ যাওঁতে মোৰ ভাগৰ লগাত মই ক'লো, "এই ওখ পাহাৰীয়া ৰাস্তাত সাধাৰণ মানুহে বোজা কঢ়িয়াই কেনেকৈ আহিছিল তাক ভাবিব নোৱাৰি।" মোৰ ড° ভূপেন হাজৰিকাদেৱৰ গানটো মনত পৰিছিল—'বৰ বৰ মানুহৰ দোলা'। হাৰবিজে কৈছিল, "সেই কাৰণেই শ্ৰমিক বিপ্লৱ হৈছিল"। ড° হাৰবিজে হাঁহি কৈছিল,—এতিয়াতো সাধাৰণ মানুহ উঠিবই পাৰিছে, কিন্তু আগতে ওপৰৰপৰা প্ৰকাণ্ড খালৰ ওপৰত দলং পেলাই দিলেহে বাহিৰৰ মানুহ ভিতৰলৈ আহিব পাৰিছিল। সঁচাকৈয়ে সুউচ্চ পাহাৰলৈ উঠি ভাগৰ লাগিলেও বয়সীয়া মানুহবোৰ দপদপাই ওপৰলৈ উঠি যোৱা দেখিলে নিজৰে ভাল লাগিছিল। ৰাজপ্ৰাসাদক আজি মিউজিয়ামত পৰিণত কৰিছে, য'ত সামন্ত শাসকসকলৰ প্ৰাচুৰ্য আৰু বিলাসিতাৰ নিদৰ্শন দেখুৱাইছিল। সকলো ৰাজপ্ৰাসাদতে উপাসনাৰ বাবে ধুনীয়াকৈ সজোৱা গীৰ্জাঘৰ দেখিছিলো। বেৰত কাপোৰৰ ওপৰত অঁকা ছবিবোৰ ১২৫০ চনৰপৰা হালেত এতিয়াও অতিশয় উজ্জ্বল হৈ আছে।

ভাৰনেগাৰডত ১৫ আৰু ১৬শ শতিকাত প্ৰথম বুৰ্জোৱা সংগ্ৰাম আৰু কৃষক জাগৰণৰ সময়ত ব্যৱহাৰ কৰা অস্ত্ৰ-শস্ত্ৰ, ঘোঁৰাত উঠা পিতলৰ বৰ্ম প্ৰদৰ্শন কৰিছিল তিনিটা কোঠাত। ১৩শ শতিকাত শাসকসকল কেনেকুৱা বিলাসিতাত বাস কৰিছিল, তাক সজোৱা সামগ্ৰী, অংকন, বিভিন্ন সোণৰ কাৰুকাৰ্য কৰা আচবাব-পত্ৰ, কাঠৰ বস্তু, চিকাৰৰ বিভিন্ন জন্তুৰ ছাল আৰু মূৰ আৰু সেই সময়ৰ দুখীয়া কৃষকৰ পোছাক আদি প্ৰদৰ্শন কৰিছিল।

এই ৰাজপ্ৰাসাদৰ ব্যক্তিগত ভোগৰ সামগ্ৰী বেছিকৈ দেখা পোৱা যায়। কিন্তু চুইনগাৰত সঁচাকৈয়ে অপূৰ্ব ভাস্কৰ্যৰ নিৰ্দশন দেখিলোঁ। ভাৰনেগাৰডত ১৩শ শতিকাৰপৰা কৰা ভাস্কৰ্যত ৰোমান ষ্টাইল, কিন্তু ১৯শ শতিকাৰপৰা নিও গথিক ষ্টাইল দেখা পোৱা যায়। ৰোমান ষ্টাইলত খিৰিকি দৰজাৰ ওপৰখিনি ঘূৰণীয়া কৰি দিয়া হয়। কিন্তু গথিক ষ্টাইলত ওপৰত ধেনুৰ আগৰ দৰে ওপৰলৈ উঠি যোৱা ঘূৰণীয়া। চেক্সনীৰ বেছি ভাগ পুৰিণ প্ৰাসাদত মূৰ্ত্তিৰে পূৰ্ণ আলংকাৰিক ভাস্কৰ্য দেখা পোৱা গৈছিল।

ক্ৰুণীয়ে বাহিৰৰপৰা ৰাজপ্ৰাসাদৰ সকলোবোৰ ঠাই দেখুৱাই ক'লে, "আজি তুমি ভিতৰলৈ যাব নালাগে কাৰণ এতিয়া অতি পুৰণি শিল্পীসকলৰ শিল্পৰ প্ৰদৰ্শনী আৰু মিউজিয়ামলৈ যাম।" ক্ৰুণীয়ে গধূলিৰ সাজৰ কাৰণে তাইৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে। মই কলোঁ, "তোমাৰো ভাগৰ লাগিছে। তোমাক কষ্ট দিবলৈ বেয়া পাইছো।" লৰালৰিকৈ হাতখনত ধৰি তাই ক'লে, "কেলেই, তোমাৰ লগত এতিয়া নিসংকোচে কথা পাতিব পাৰিম আমি জিৰণি লওঁতেই। গতিকে একো কষ্ট নহয়।" আহোঁতে তাই মোক 'হাঁহ চুৰ কৰা ল'ৰাটো', অপূৰ্ব দক্ষতাৰে তৈয়াৰ কৰা 'গ্লাচৰ নিজৰা' দেখুৱাই আনিছিল। যুদ্ধৰ আগতে থকা থিয়েটাৰ অৰ্কেষ্ট্ৰা বিখ্যাত হল থিয়েটাৰৰ প্ৰাণকেন্দ্ৰ প্লাজত। যুদ্ধৰ পিছত নতুনকৈ সজা অপেৰা হাউচৰ ওপৰত থকা ৰাতি এটা বাঘে টনা ৰথৰ ওপৰৰ যোদ্ধা জনৰ খোদিত মূৰ্তি ইমান জীৱন্ত যে মই খন্তেক ৰৈ গলোঁ। কাষেৰে যোৱা মানুহ কেইগৰাকীমানে ক্ৰুণীক 'মই কোন' 'কি পোছাক পিন্ধিছো', 'কঁপালত ফোঁট কেলেই লৈছো' আদি নানা কথা সোধাত ক্ৰুণীয়ে মোক নোসোধাকৈয়ে উত্তৰ দিব ধৰিলে। ক্ৰুণীয়ে ইমান কথা কেনেকৈ জানিলে বুলি সোধাত তাই মিচিকিয়াই হাঁহিলে।

মানুহৰ বসতিৰ কাৰণে শাৰীপাতি দহতলীয়া দালান এটাৰ তিনিতলাৰ তিনিটা কোঠাৰ ফ্লেট এটাত তাই থাকে। ওপৰলৈ চিৰিয়েদি উঠোতে তাই ক'লে আমাৰ এই শাৰীৰ দালানবোৰত লিফ্‌ট নাই, কিন্তু নতুনকৈ সজা ঘৰবোৰত সেই সুবিধা থকাৰ কাৰণে মানুহৰ অহা-যোৱাৰ সুবিধা হৈছে।

তিনি তলালৈ উঠি ৰুণীয়ে নিজৰ ফ্লেটৰ সম্মুখত বেলটো টিপাত এজন ল'ৰাই দৰজাখন খুলি দিয়াত মই আচৰিত হৈ তাৰ মুখলৈ চাইছিলো। একেবাৰে মুগা বৰণৰ ভাৰতীয় ল'ৰাটো। মোক ল'ৰাজনে ভিতৰলৈ মাতি নিয়াৰ লগে লগে মই হিন্দীতে সুধিলো, "তুমি ভাৰতৰ নেকি ?" সি সুবুজাত আক' ইংৰাজীত সোধা দেখি ৰুণীয়ে কলে, "নহয় ই মোৰ ডাঙৰ ল'ৰা মাইক।" মই আৰু আচৰিত হৈ ৰুণীৰ মুখলৈ চাওঁতে তাই হাঁহি বহিবলৈ কৈ কফি কৰিবলৈ গ'ল। ময়ো ওচৰতে থকা সৰু পাকঘৰটোত তাইক সহায় কৰিবলৈ উঠি গ'লো। গ্ৰীলত ৰুটি, কণী আৰু চিজ্ দি তাই খুব সোৱাদ লগা বস্তু এটা পাঁচ মিনিটতে তৈয়াৰ কৰি চাহৰ সৰঞ্জাম লৈ ড্ৰইংৰুমতে টেবুল সজাই খাবলৈ বহিলো। ল'ৰাজনে নিজেই চাপাৰ তৈয়াৰ কৰি খাই কামলৈ যাব বুলি কৈছিল।

চাৰিওফালে মোক গাৰু কেইটামান দি ডাঙৰ চোফাখনতে আৰাম কৰি বহিবলৈ ক'লে। তাই নিজেও বহি চাহ খাই থাকোঁতে আৰম্ভ কৰিলে—"তুমি চাগৈ খুব আচৰিত হৈছা নহয় নে বাৰু ? কিন্তু মোৰ জীৱনটোৰে এখন উপন্যাস লিখিব পাৰি। যুদ্ধৰ পিছত আমি গাঁৰৰপৰা ড্ৰিচডেনলৈ আহি এটা সৰু ফ্লেটত আছিলো। মই পঢ়াত ভাল হোৱাৰ কাৰণে দহ বছৰীয়া স্কুলীয়া পৰীক্ষা পাছ কৰি আবিটুৰলৈ গৈছিলো। মই অহা-যোৱা ৰাস্তাতে ইঞ্জিনিয়াৰিঙৰ হোষ্টেল পায়। বাটত আহিলে প্ৰায় ভাৰতীয় ল'ৰা কেইজনমানক লগ পাওঁ। তাৰে এজনে এদিন মোৰ কিতাপ এখন পৰি যাওঁতে তুলি দি মোৰ লগত চিনাকি হৈছিল। তেওঁ-লোকে খুব যে অকলশৰীয়া অনুভৱ কৰিছে তাক ক'লে। তেওঁলোকৰ সমাজ ইয়াতকৈ বহুত বেলেগ হোৱাৰ কাৰণে তেওঁলোকে মানুহৰ লগত মিলিবলৈ টান পাইছে যে তাকো ক'লে। মই তেওঁলোকক ঠাই দেখুৱাবলৈ কেইবা দিনো লৈ গ'লো। কিন্তু লাহে লাহে যিজনে মোৰ অহৰহ সংগী হৈ ৰ'ল সেই জন হ'ল মাইকৰ দেউতাক—ৰমাকান্ত।

কব নোৱাৰাকৈয়ে আমি দুয়ো ইমান আপোন হৈ পৰিলো যে আমাৰ বিচ্ছেদ এক অসম্ভৱ কথা হৈ পৰিল। মোৰ প্ৰথম ল'ৰা মাইক জন্ম হোৱাৰ পিছত আমি হোষ্টেলৰ এটা কোঠাত থাকিবলৈ ল'লো। কোঠাতো

এটা কেঁচুৱাৰে সৈতে ইমান অকণমান হলেও তাতেই আমি আমাৰ আনন্দৰ সীমা নাছিল। আমাৰ দ্বিতীয় ল'ৰা কাৰ্ল জন্ম হোৱাৰ পিছত আমি বহুত চেষ্টা কৰি দুটা কোঠাৰ সৰু ফ্লেট এটালৈ আহিলো। ইমান দিনে মাইকক ক্ৰেশত থৈ আমি দুয়ো দুখন কলেজলৈ গৈছিলো। কাৰ্ল জন্ম হোৱাৰ পিছত মই ছয় মাহৰ ছুটী ল'লো কাৰণ দুয়োটাই খুব সৰু মাত্ৰ ডেৰ বছৰৰ পাৰ্থক্য।"

দহ বছৰ একে লগে থকাত ৰমাকান্ত ডিগ্ৰী পোৱাৰ পিছত বিয়া কৰাই ক্ৰুণীক ভাৰতলৈ নিবলৈ বিচাৰিলে। কিন্তু ৰমাকান্তৰ গোড়া মাক-বাপেকে আপত্তি কৰাত ৰমাকান্ত জাৰ্মানীতে থাকিব বিচাৰিলে। কিন্তু বিদেশী নাগৰিক হৈ নিগাজীকৈ চাকৰি নাপালে। ৰমাকান্তই পশ্চিম জাৰ্মানীত কাম ঠিক কৰি ক্ৰুণীক নিবলৈ আহোঁতে ক্ৰুণীয়ে নিজৰ দেশ এৰি পশ্চিম জাৰ্মানীলৈ যাব নিবিচাৰিলে। হেজাৰ হওঁক নিজৰ দেশ। বহুত বুজুৱাতো ক্ৰুণী মান্তি নোহোৱাত ভগ্ন হৃদয়েৰে ৰমাকান্ত বাৰ্ণাডালৈ গুচি গ'ল। ক্ৰুণীয়ে ল'ৰা দুটা চোৱাৰ উপৰিও আংশিকভাৱে সৰু কাম কৰি পঢ়াশুনা কৰিছিল। এম.এ-ত ভালদৰে পাছ কৰাৰ পিছত ডক্টৰেট কৰি বিশ্ববিদ্যালয়ত অধ্যাপিকা হৈছে। ল'ৰা দুটাও যুৱক হৈ নিজে কাম কৰি জীৱন সঙ্গীনী বিচাৰি লৈছে।

মই সুধিলো "আজিতো বহুত বছৰ হ'ল তোমাৰ বিয়া কৰোৱাত দেখো কোনো বাধা নাছিল। কিন্তু বিয়া নকৰালা কেলেই?" ক্ৰুণীয়ে দুখেৰে হাঁহি ক'লে, "বন্ধু মোৰ বহুত আছে আৰু আজিও আছে। কিন্তু মোৰ ভাৰতীয় বন্ধুজনৰ দৰে ইমান বুদ্ধিমান, বিদ্বান, বুজন আৰু মৰমীয়াল মানুহ এজনো নাপালো। ৰমাকান্তৰ পিছত দ্বিতীয় সমকক্ষ মানুহ এজন বিচাৰি নাপালো।"

ক্ৰুণী ডক্টৰেট কৰাৰ পিছত বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগত সোমাই ল'ৰা দুটা চোৱাৰ দায়িত্ব লোৱাৰ উপৰিও ইউনিয়নৰ সমাজ সেৱাত এগৰাকী দক্ষ কৰ্মী হিচাপে নিজকে প্ৰতিষ্ঠা কৰিছে। দুয়োটা ল'ৰাই এতিয়া কাম কৰিলেও গধূলি প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষণ লৈ আছে। মাইক দেখিবলৈ একেবাৰে ভাৰতীয় এজনৰ দৰে হোৱাত মই প্ৰায়ে ভুল কৰি

হিন্দীত কথা পাতিলে সি মন দি শুনে। কাৰ্ল জাৰ্মানৰ দৰে ৩৫ বছৰীয়া ডেকা ল'ৰাৰ দৰে স্কুলস্কুলীয়া আৰু আধুনিক যুৱকৰ দৰে প'প সংগীত ভাল পায়। মোক জাৰ্মান প'প সংগীতৰ বিষয়ে শুনিম নেকি বুলি সুধিছিল। মই জাৰ্মান শাস্ত্ৰীয় সংগীত আৰু প'প দুয়োটাই উপভোগ কৰিম বুলি কওঁতে মাইক আনন্দতে টেপ আনিবলৈ দৌৰি গ'ল। সি শাস্ত্ৰীয় সংগীত ভাল পায়। মাৰ্কে ধেমালি কৰি কৈছিল "আপুনি আমাৰ দুয়োকে সন্তুষ্ট কৰিলে যদিও মই বুজিছো আপুনি প'প সংগীত ভাল নাপায়।" ল'ৰাটো সঁচাকৈয়ে বুধিয়ক। সি কেইবাটাও বৈজ্ঞানিক যন্ত্ৰ তৈয়াৰ কৰি মাকক উপহাৰ দিছে। ঘৰৰ ইলেকট্ৰিকৰ সকলো কাম কৰ্লে কৰাৰ কাৰণে মাকৰ কোনো অসুবিধা হোৱা নাই।

এদিন মাইকে বিখ্যাত বেলে নৃত্য চাবলৈ দুখন টিকট আনি দিয়াত মাকে তাক খুব ধন্যবাদ জনাইছিল। ইয়াত টিকট পাবলৈ খুব অসুবিধা। ভাল বেলেত তিনিমাহ মানৰ আগৰপৰা টিকট বিক্ৰী হয়। হালেত মই দুবাৰো অপেৰা চাওঁতে আমাৰ অংকীয়া নাটৰ লগত বহুত সাদৃশ্য দেখা পাইছিলো। বহুতো উন্নত পদ্ধতি, কৌশল আৰু স্বাভাৱিক পৰিবেশ ব্যৱহাৰ কৰে। অপেৰাত গান আৰু নাচৰ ভংগীৰে ঘটনাটো বৰ্ণাই যায়। জাৰ্মান বেলেত নৃত্যৰ ছন্দেৰে এটা ৰোমাণ্টিক ঘটনা বৰ্ণাই যোৱাৰ কাৰণে চাবলৈ বৰ উপভোগ্য হৈছিল। ক্ৰুণীয়ে কৈছিল যে সৰুৰেপৰা প্ৰতিভাশালী ল'ৰা-ছোৱালীক বাচি নৃত্যত প্ৰশিক্ষণ দিলেও জাৰ্মান বেলে এতিয়াও ৰাচিয়ান বেলেৰ সমান নিখুঁত আৰু সুন্দৰ হব পৰা নাই। মই লণ্ডনতো বেলে চাইছিলো, কিন্তু এওঁলোকৰ নৃত্যকৌশলতাত আৰু বিচক্ষণতাত চমকৃত হৈ পৰিছিলো।

হালেত থাকোঁতেই মই খৃষ্টমাছ উৎসৱৰ আৰম্ভণী দেখিবলৈ পাইছিলো। ১১ নৱেম্বৰৰ দিনা ঘৰে ঘৰে খৃষ্টমাছৰ আৰম্ভণী উৎসৱ পাতে সাধাৰণ-ভাৱে। মোক এটা বিভাগৰ কেইগৰাকীমান শিক্ষয়িত্ৰীয়ে চাহ খাবলৈ নিমন্ত্ৰণ কৰোঁতে মই 'খৃষ্টমাছ ধৰ্ম হিচাপে পালন কৰে নেকি' বুলি সুধিছিলো। তেওঁলোকে কৈছিল—খৃষ্টমাছ এক আনন্দৰ উৎসৱ হিচাপেহে পালন কৰে গোটেই জাৰ্মানীতে। এসময়ত ধৰ্মৰ লগত ওতঃপ্ৰোতভাৱে

জড়িত থাকিলেও এতিয়াও তাৰপৰা সম্পূৰ্ণ মুক্ত হব পৰা নাই। শিক্ষা বিভাগৰপৰা মাৰ্কেট প্লেজালৈ খোজকাঢ়ি আহোঁতে দেখিলো পথাৰখন ধুনীয়াকৈ সজা, সৰু সৰু গাড়ী আৰু কিছুমানত পুৰণি ধৰণৰ ঘৰত বিভিন্ন ধৰণৰ খোৱা বস্তু, খেলাৰ বস্তু, কাপোৰ কানি আদিৰে সজাই তুলিছে। মাজতে খৃষ্টমাছ গছজোপা ধুনীয়াকৈ সজাই বিভিন্ন ৰঙৰ লাইটেৰে পোহৰ কৰি ৰাখিছে। মাৰিয়াই ক'লে, "এয়া খৃষ্টমাছৰ আৰম্ভণী। প্ৰায় তুমাহ কাল এইদৰে চলিব।" এৰৈকেশ নবেম্বৰত ড্ৰিচডেনলৈ আহি ইয়াতো খৃষ্টমাছৰ আয়োজন দেখিলো। খিৰিকীৰ মুখে মুখে পাহাৰী মানুহে সজা কাঠৰ পুতলা, কাঠেৰে পাহাৰ সাজি তাত ম'ম বা ইলেক্ট্ৰিক লাইট জ্বলাইছিল। কিছুমান ঠাইত তৰা সাজি লাইটেৰে পোহৰ কৰি ৰাখিছিল। এয়া হেনো ছান্তাক্লজক দিয়া এক আমন্ত্ৰণ। মানুহেও ইষ্টাৰলৈ বিভিন্ন ধৰণৰ কেক, বিস্কুট আৰু আন খাদ্যবস্তু তৈয়াৰ কৰি থোৱাত তেওঁলোকে তুমাহ একো প্ৰস্তুত নকৰে। ড° ক্লি নামৰ এজন প্ৰফেচৰৰ তালৈ যাওঁতে ঘৈণীয়েকে কি কি বস্তু তৈয়াৰ কৰিছে তাৰ জুতি চাবলৈ দিছিল আৰু জীয়েকহঁতে কেনেকৈ প্ৰকাণ্ড তৰা তৈয়াৰ কৰি তাত বিভিন্ন ছবি দেখুৱাব তাক মোক বুজাই দিছিল। কমিউনিষ্ট দেশ এখনত খৃষ্টমাছৰ আয়োজন দেখি মই মানুহৰ ওপৰত সংস্কৃতিৰ প্ৰভাৱ কিমান গভীৰ হয় তাক অনুভৱ কৰিছিলো। মানুহৰ ঘৰলৈ খাবলৈ মাতিলে প্ৰত্যেকে খৃষ্টমাছৰ কেকৰ এটুকুৰা খাবলৈ দিয়া দেখি বুজিছিলো প্ৰত্যেক ঘৰেই আমাৰ তিল পিঠাৰ দৰে এই বস্তুটো তৈয়াৰ কৰে। ড° ক্লিয়ে কৈছিল "খৃষ্টমাছক আজি জাতীয় উৎসৱৰূপেই পালন কৰে। ইয়াৰ লগত ধৰ্মৰ সম্বন্ধ প্ৰায় কমি আহিছে। অৱশ্যে কিছুমানে খৃষ্টমাছৰ দিনাখন গীৰ্জালৈ গৈ প্ৰাৰ্থনা কৰে।" মিছেছ ক্লিয়ে কৈছিল—"খৃষ্টমাছৰ দিনাখন তেওঁৰ পৰিয়ালৰ সকলোবোৰ গোট খাই দিনটো একেলগে থাকি খাই বৈ আনন্দ কৰাৰ ওপৰত গুৰুত্ব দিয়ে। তেওঁ সদায় তিনিওজনী জীয়েক আৰু জোৱায়েকক একেধৰণৰ উপহাৰ দি আনন্দ পায়। একেবাৰে পশ্চিমীয়া ঘৰুৱা পৰিবেশ।

ড্ৰিচডেন চহৰৰ দুটা অংশ আছে—এটা নতুন অংশ য'ত আধুনিক

ভাস্কর্যৰে ঘৰদুৱাৰ, দোকান পোহাৰবোৰ নতুনকৈ স্থাপন কৰিছে। ড্রিচডেনত ৰজাসকলৰ বিভিন্ন ধৰণৰ লাহ-বিলাসৰ ৰাজকাৰেং, চিকাৰঘৰ, নদীৰ পাৰৰ জাপানী আমোদগৃহ আৰু পাহাৰৰ একেবাৰে ওপৰত থকা ৰাজপ্রাসাদবোৰ দেখুৱাই মিষ্টাৰ ক্লি আৰু মিছেছ ক্লিয়ে কৈছিল যে পুৰণি ড্রিচডেনত পুৰণি ভোগৰ সামগ্রী, ৰাজদুৰ্গৰ নমুনা আৰু সূক্ষ্ম সুকুমাৰ কলা আৰু ভাস্কৰ্যৰে আপুৰুগীয়া নিদৰ্শন দেখা পোৱা যায়। কিন্তু নতুন ড্রিচডেন জনসাধাৰণৰ সুবিধা আৰু আনন্দৰ বাবে স্থাপন কৰা হ'লেও ইয়াৰ সৌন্দৰ্য যেন কম। ময়ো স্বীকাৰ কৰি কৈছিলো যে সকলো আধুনিক চহৰতে আহল বহল পদূলি, ওখ ওখ ঘৰ, ফুৰাৰ কাৰণে মটৰ আদিৰ সুবিধা থাকিলেও পাহাৰীয়া ৰাস্তাৰ মাজে মাজে খোজ কাঢ়ি ওখ ৰাজকাৰেঙলৈ আহিলে পশুৰ চালৰ ওপৰত অপূৰ্ব কাৰুকাৰ্যৰ বেৰবোৰ দেখিলে, সোণ ৰূপৰ ডাঙৰ ডাঙৰ সাজ-সৰঞ্জাম, বিখ্যাত শিল্পীৰ মন মুহি নিয়া চিত্ৰাংকন চাই পুলকিত হোৱা মনৰ আনন্দ ডাঙৰ চহৰে দিব নোৱাৰে। পুৰণি কীৰ্ত্তিৰে পূৰ্ণ ড্রিচডেন চহৰৰ সৌন্দৰ্য্য ইউৰোপত বিয়পি পৰাৰ লগে লগে ই পৰ্যটনৰ এক আকৰ্ষণ হৈ পৰিছিল। কমিউনিষ্ট দেশ এখনে আজিও ৰাজ-উদ্যোগত হোৱা চহৰৰ সৌন্দৰ্য অটুট ৰাখি জনসাধৰণৰ বাবে মুকলি কৰিছে

## পূৰ্ব জাৰ্মানিৰ শিশুৰ লগত

তেজগোৰা, ধুনীয়া স্বাস্থ্যৰ ল'ৰা-ছোৱালীবোৰে শাৰী পাতি স্কুললৈ যাওঁতে মোৰ ফালে অবাক হৈ চায়। ট্রামত উঠিলে আনে চোৱাৰ লগতে সৰু সৰুবোৰে ওচৰলৈ আহি মোৰ ফোঁটটোলৈ চায়। মই হাঁহিলে সিহঁতে ফিককৈ হাঁহি ফোঁটটো দেখুৱাই কিবা কয়। মাকহঁতে আঁতৰাই নিয়ে; তেনেকৈ কথা সোধাৰ কাৰণে জাৰ্মান ভাষাতে সিহঁতৰ হৈ মোৰ ওচৰত ক্ষমা খোজে। মোৰ লগত থকা দোভাষী গৰাকীয়ে মোৰ হৈ 'এইটো ভাল কথাহে, তেওঁ একো বেয়া নাপায়' বুলি কয়। বাৰ্লিনৰ বাহিৰে আন ঠাইত ভাৰতীয় মহিলা বৰ কমহে দেখা যায়। সেইকাৰণে

এইখন ঠাইৰ ডাঙৰ-সৰু সকলোৱে 'মই ক'ৰপৰা আহিছোঁ' বুলি সোধে।

জি. ডি. আৰত মতা মানুহৰ লগতে শতকৰা ৮৫ ভাগ তিৰোতাই নিজ ঘৰৰ বাহিৰত চাকৰি কৰে। মতা-তিৰোতাক সমান অধিকাৰ দিবলৈ চৰকাৰে নানান ধৰণৰ সুবিধা আৰু কামৰ ব্যৱস্থা কৰিছে। সকলো ঠাইতে ক্ৰেচ (creche) আৰু কিণ্ডাৰগাৰ্টেন স্থাপন কৰিছে। কাম কৰা মহিলাই ছমাহৰপৰা ছবছৰ পূৰ নোহোৱালৈকে কেঁচুৱা আৰু শিশুক সেইবোৰত নিশ্চিন্তে থৈ যাব পাৰে। মই বাৰ্লিনৰপৰা ক্ৰাইৰৱাণ্ড (Greif-Wand) নামৰ ঠাই এখনলৈ গৈ তাৰ বিশ্ববিদ্যালয়ৰ অতিথিশালাত আছিলোঁ। কাহিলি পুৱাতে ৰাস্তাত জোতাৰ খট-খট শব্দ শুনি মই পৰ্দাখন দাঙি চাই দেখোঁ—মাকসকলে পেৰাম্বুলেটৰত কেঁচুৱা লৈ বেগেৰে গৈ আছে, যেন তেওঁলোকৰ ৰ'বলৈ সময় নাই। ঘড়ী চাওঁ, তেতিয়া পাঁচ বাজি পঞ্চল্লিছ মিনিট গৈছে। প্ৰথম দিন' কেঁচুৱাবোৰ ক'লৈ নিছে গম পোৱা নাছিলোঁ। পাছত জানিলোঁ যে মই থকা ঠাইৰ অলপ দূৰৈত সেই অঞ্চলটোৰ কাৰণে এখন ক্ৰেচ, এখন কিণ্ডাৰগাৰ্টেন আৰু স্কুল আছে। সাধাৰণতে একোটা এলেকাত ল'ৰা-ছোৱালীৰ সংখ্যা অনুযায়ী স্কুলবোৰ সাজিবলৈ যত্ন কৰা হয়। ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষা দিয়াটো সম্পূৰ্ণ চৰকাৰৰ দায়িত্ব। একোখন স্কুলত বিভিন্ন ধৰণৰ সা-সৰঞ্জাম, সুন্দৰকৈ সজাই থোৱা কোঠালি, প্ৰশিক্ষণ পোৱা শিক্ষক আদি দেখিবলৈ পোৱা যায়। কাম কৰা মহিলাই ছয় বা সাত বজাত কামত উপস্থিত হব লাগে কাৰণে কেঁচুৱাবোৰক ৰাতিপুৱাই ক্ৰেচত থৈ যায়। নভেম্বৰ আৰু ডিচেম্বৰত ৰাস্তা-ঘৰ বৰফে ঢাকি ৰাখে, কুঁৱলি আৰু আন্ধাৰে আৱৰি ৰাখে। তেনে দিনতো ঠিক ছয় বজাৰ আগতে কেঁচুৱাবোৰক মাকসকলে লৈ যায়। অকণ অকণ ল'ৰা-ছোৱালীয়ে বৰফেৰে খেলি খেলি স্কুললৈ যোৱা দেখিলে মনটো আনন্দতে ভৰি পৰে।

কেঁচুৱা লৈ যোৱা কেইবাগৰাকী মাকক সুধিছিলোঁ, "ইমান ঠাণ্ডাত আপোনালোকৰ কেঁচুৱাৰ অসুখ নহব নে?"

আচৰিত হৈ তেওঁলোকে মোক প্ৰশ্ন কৰিছিল, "তেনেহলে আমাৰ কামবোৰ কোনে কৰিব? সময়মতে কামলৈ যাবই লাগিব।"

কোনোৱে আকৌ কৈছিল, "ল'ৰা-ছোৱালী ৰখাৰ সুন্দৰ ব্যৱস্থা থকাৰ কাৰণেই আমি নিশ্চিতমনে সিচঁতক এৰি থৈ যাওঁ।"

কিণ্ডাৰগাৰ্টেন আৰু তুখনমান ক্ৰেচ দেখি তেওঁলোকৰ কথা মানি লৈছিলোঁ। তথাপি কেঁচুৱাবোৰ অকলশৰে বিছনাত শুই থকা দেখি মোৰ নিজৰে অলপ বেয়া লাগিছিল।

তেজগোৰা, স্বাস্থ্যবান ল'ৰা-ছোৱালীবোৰক কিণ্ডাৰগাৰ্টেনতে স্বাস্থ্য-ৰক্ষাৰ সাধাৰণ নিয়মবোৰ শিকোৱা হয়। তাৰ উপৰিও বাটে-পথে, মানুহৰ মাজত কেনেকুৱা আচৰণ কৰিব লাগে সেইবোৰো শিকোৱা হয়। জাকে জাকে ল'ৰা-ছোৱালীক শিক্ষয়িত্ৰীয়ে ফুৰাবলৈ আনোতে মই মোৰ লগত থকা প্ৰফেছৰ গৰাকীক সুধিছিলোঁ, "ল'ৰা-ছোৱালীবোৰক প্ৰায়ে বাহিৰলৈ ফুৰাবলৈ আনে নেকি?"

তেওঁ কৈছিল, "ৰাস্তা কেনেকৈ পাৰ হব লাগে, বিভিন্ন অনুষ্ঠানত কেনেকৈ সোমাব লাগে সেইবোৰ শিক্ষয়িত্ৰীয়ে শিকাই দিয়ে।"

বহল ৰাস্তা পাৰ হোৱাটো সঁচাকৈয়ে এটা সমস্যা। এবাৰ ৰঙা লাইট জ্বলি থকা অৱস্থাত কোনো গাড়ী নহা দেখি মই লগৰ গৰাকীক কলোঁ, "আমি দেখোন এতিয়া ৰাস্তাটো পাৰ হব পাৰোঁ।"

তেওঁ ভয় খোৱাৰ নিচিনা হৈ ক'লে, "নহয় নহয়, সেউজীয়া লাইট নজ্বলা সময়ত পাৰ হলে শৃংখলা ভংগ হব।"

প্ৰায় সকলো জাৰ্মানে শৃংখলাবদ্ধতাৰ ওপৰত গুৰুত্ব দিয়ে। ৰুটিৰ দোকানতো গ্ৰাহকে শাৰী পতা দেখি এদিন লগৰ গৰাকীক কলোঁ, "বহুত পৰ ৰব লাগিব যেন পাইছোঁ ইয়াত ৰুটি নিকিনো।"

তেওঁ অলপ সময় ৰ'বলৈ কলে। প্ৰায় দহমিনিটৰ ভিতৰতে দীঘল শাৰীটো শেষ হোৱাৰ পাছতে আমি ৰুটি কিনি ওলাই আহিলোঁ।

ইয়াত বাধ্যতামূলক সাধাৰণ পলিটেকনিকেল শিক্ষা আৰম্ভ হয় ল'ৰা-ছোৱালীৰ ছবছৰ পূৰ্ণ হোৱাৰ পাছৰপৰা। ষোল বছৰ বয়সলৈ এই শিক্ষা চলে। এই সময়খিনিত ল'ৰা-ছোৱালী সন্ধিয়া সাত বজাৰ পাছত ঘৰৰ বাহিৰত থাকিব নোৱাৰে, তেওঁলোকে ছিগাৰেট বা বিয়েৰ খাব নোৱাৰে আৰু মটৰ চলাব নোৱাৰে। স্কুলত মাৰ্ক্স আৰু লেনিনৰ তত্ত্ব পঢ়োৱা

হয়, কিতাপৰ শিক্ষা দিয়া হয়, লগতে ব্যৱহাৰিক শিক্ষা আৰু সমাজৰ বাবে প্ৰয়োজনীয় বস্তু উৎপাদনৰ ওপৰত বেছিকৈ গুৰুত্ব দিয়া হয়। প্ৰত্যেক ল'ৰা-ছোৱালীয়ে পঢ়া শুনাৰ বাহিৰেও খেলা-ধূলা, নাচ-গান কৰিব লাগে; তাৰ উপৰিও প্ৰত্যেক শ্ৰেণীতে ব্যৱহাৰ কৰিব পৰা বস্তু প্ৰস্তুত কৰিব লাগে। সেইবোৰ বস্তু শ্ৰেণীৰ কোঠালিত বা বাহিৰৰ প্ৰদৰ্শনীত দেখুউৱা হয়।

বাৰ্লিনত এবাৰ এখন কিণ্ডাৰগাৰ্টেন চাবলৈ গৈছিলোঁ। চাৰিমহলাৰ স্কুলঘৰটো ফুলৰ টাব, ধুনীয়া ফটো আৰু ল'ৰা-ছোৱালীয়ে অঁকা ছবিৰে সুন্দৰকৈ সজাই থোৱা আছিল। দুৱাৰমুখত প্ৰকাণ্ড খৃষ্টমাছ গছজোপা ল'ৰা-ছোৱালীবোৰে চাৰিওফালে ছাণ্টাক্লজ আঁকি ধুনীয়াকৈ সজাই থৈছিল। প্ৰত্যেকটো শ্ৰেণীতে পোন্ধৰটামানকৈ ল'ৰা-ছোৱালী আছিল। সৰু শ্ৰেণীবোৰত ডুগৰাকীকৈ শিক্ষয়িত্ৰী। একোটা কোঠাত বিভিন্ন ধৰণৰ বস্তু সজাই থোৱা আছিল। ল'ৰা-ছোৱালীয়ে ইচ্ছা কৰিলে সেইবোৰ লৈ আহিব পাৰে। তিনিবছৰীয়া ল'ৰা-ছোৱালীয়ে পেট পেলাই বা বহি টুকুৰা-টুকুৰ কাঠ জোৰা লগাইছে, কিছুমানে দীঘল-চুটি বিভিন্ন ৰঙৰ কাঠি সজাইছে, কিছুমানে চকী-মেজ ঠিক কৰি মাজত ফুলদানি থৈছে, কিছুমান কড়িৰ দৰে বস্তু ৰচীত ভৰোৱাত ব্যস্ত হৈ আছে।

মোক দেখি কেইটামানে উঠি মোৰ কাপোৰবোৰলৈ চাই সুধিলে, "তুমি ছাণ্টাক্লজ নেকি? আমাৰ লগত খেলিবা নে?"

মই খেলিম বুলি কোৱাত সিহঁতে বেৰত লাগি থকা ড্ৰয়াৰৰপৰা বহুতো খেলৰ বস্তু আনি দেখুৱালে। মই এটা জিৰাফ জোৰা লগাই দিয়াত সিহঁতে হাত চাপৰি বজাবলৈ ধৰিলে। সিহঁতৰপৰা বিদায় লৈ মই আন এটা কোঠালিলৈ গৈ দেখিলোঁ—চাৰে তিনি বছৰৰ ল'ৰা-ছোৱালীবোৰে অতি মনোযোগেৰে কাগজ কাটি বেগ সাজি আছে। কিছুমানে ৰচী জোৰা দি ঘূৰণীয়া কৰি মাজত ফুল দি সজাইছে। শিক্ষয়িত্ৰীয়ে সিহঁতক সহায় কৰি দিছে। সিহঁতে মোক এটা গান গাই শুনালে আৰু মোৰ হাতত ধৰি নাচি-নাচি গান গাবলৈ আৰম্ভ কৰিলে। মই গানটোৰ অৰ্থ বুজি নাপালোঁ। এজনে অৰ্থটো বুজাই দিলে: আমি সৰু-সৰু ক'লি।

আমি পোহৰ ভাল পাওঁ, চৰাই ভাল পাওঁ আৰু ভাল পাওঁ ভাই-ভনীক।

আমি আৰু দুটামান কোঠাত ল'ৰা-ছোৱালীক খোৱা মেজ সজাই থকা আৰু কাপোৰ জাপি থকা দেখিলোঁ। ওপৰলৈ উঠি আহোঁতে দেখিলোঁ চাৰি বছৰীয়া ল'ৰা এটাই কাপ-প্লেট লৈ তললৈ নামি আহিছে। মই তাক সহায় কৰোঁ বুলি আগবাঢ়োঁতে শিক্ষয়িত্ৰী গৰাকীয়ে মোক হাক দিলে আৰু ল'ৰাটোক নামিবলৈ উৎসাহ দিলে। ল'ৰাটো লাহে লাহে নামিল, বস্তুখিনি তলৰ খোৱা ঘৰত থৈ আপেলৰ বাস্কেট এটা লৈ ওপৰলৈ উঠি গ'ল। শিক্ষয়িত্ৰী গৰাকীয়ে ক'লে "সিহঁতৰ স্থিৰতা আৰু আত্মনির্ভৰশীলতা বঢ়াবলৈ তেনে শিক্ষা দিয়া হয়। খোৱা মেজত সিহঁতৰ দুজনক দায়িত্ব দিওঁ, যাতে সৰুৰেপৰা সকলোৱে চাফ-চিকুণকৈ খাই নিজৰ বাচনবোৰ নিৰ্দিষ্ট ঠাইত থবলৈ শিকে। শিক্ষয়িত্ৰী থাকিলেও, সিহঁতৰ দায়িত্ববোধ বঢ়াবলৈ আমি যত্ন কৰোঁ।"

আমি আন এটা কোঠালৈ যাওঁতে দেখিলোঁ বাৰটা শিশু মিউজিয়াম চাবলৈ শাৰী পাতি ছিৰিয়েদি তললৈ নামিছে। প্ৰত্যেক শিক্ষয়িত্ৰীয়ে ল'ৰা-ছোৱালীবোৰক চিনেমা বা থিয়েটাৰ দেখুৱাবলৈ, পাৰ্কত বা বেলত তুলি বাহিৰলৈ ফুৰাবলৈ নিয়াৰ দায়িত্ব লব লাগে। তেওঁলোকে পিতৃ-মাতৃৰ ওচৰলৈ গৈ শিশুৰ সমস্যা সম্পৰ্কে আলোচনাও কৰিব লাগে। চাৰে পাঁচ বছৰৰ শিশুৰ কোঠা এটালৈ সোমাই যাওঁতে শিশুহঁতক ছবি আঁকি থকাত মগ্ন হৈ থকা দেখিলোঁ। কিছুমানে ডাঠ কাগজ কাটি ৰং লগাই চৰাই বা হাতী সাজিছে; কিছুমানে কাগজেৰে ছান্টাক্লজ সজাইছে। মোৰ শাৰীখন চুই চাই এটাই সুধিলে, "এইখন কি পিন্ধিছা?" প্ৰধান শিক্ষয়িত্ৰীয়ে মই যে বহুত দূৰৰপৰা আহিছোঁ আৰু ভাৰতীয় মহিলাৰ সাজপাৰ যে তেওঁলোকতকৈ বেলেগ সেই কথাবোৰ বুজাই দিলে। সিহঁতে মোৰ হাতখন ধৰি আঙঠি, খাৰু আদি চাইছিল অকণো সংকোচ নকৰাকৈ। শিক্ষয়িত্ৰীয়েও কোনো বাধা নিদি কেৱল হাঁহি হাঁহি কৈছিল, "আপুনি বেয়া নাপাব।"

মই 'নাপাওঁ' বুলি হাঁহি হাঁহি সিহঁতৰ গান এটা শুনিব খুজিলোঁ।

তৎক্ষণাৎ সিহঁতে শাৰী পাতি এটা খৃষ্টমাছ গান গাই শুনালে। শিক্ষয়িত্ৰীয়ে ক'লে, "তোমালোকে নিকাৰাগুৱাৰ ভাই-ভনীলৈ ছবি পঠিওৱাৰ দৰে ভাৰতৰ বন্ধুহঁতলৈও কিবা নিদিয়া নেকি ?"

সিহঁতে লৰালৰিকৈ নিজে অঁকা ছবিবোৰ আলমাৰীৰপৰা উলিয়াই বাচি বাচি মোক বহুতো ছবি দিলে। দুটাই ছাণ্টাক্লজৰ মূৰ্তি এটা দিলে। এটাই ক'লে, "আমি মৰমেৰে এই বস্তুবোৰ দিছোঁ। ভাৰতৰ ভাই-ভনীক আমাৰ কথা কবা।"

মই 'কম' বুলি সিহঁতৰপৰা বিদায় লৈছিলোঁ। সিহঁতে দুৱাৰমুখলৈ আহি হাত জোকাৰি জোকাৰি মোক বিদায় দিছিল, মোৰ বৰ বেয়া লাগিছিল।

## বাৰ্লিন

ড্ৰিচডেন নামৰ ঠাইৰপৰা বাৰ্লিনলৈ আহোঁতে মোক দুজন প্ৰফেচৰে ৰেল ষ্টেচনত থবলৈ আহি ক'লে যে মই বাৰ্লিনত নামিলে তাত মোক নিবলৈ হাম্‌বল্ট বিশ্ববিদ্যালয়ৰ প্ৰফেচৰ এজন আহিব। ইতিমধ্যে মোৰ বৰ্ণনা দি তেওঁলোকে খবৰ পঠিয়াইছে বাৰ্লিনলৈ। নিৰ্ধাৰিত সময়ত ইলেকট্ৰিক ট্ৰেইন ড্ৰিচডেন এৰি চাৰি ঘণ্টাৰ পিছত ঠিক সময়তে বাৰ্লিনৰ ষ্টেচন সোমোৱাৰ লগে লগে মোৰ অলপ চিন্তা লাগিল যে কোনো নাহিলে মই কি কৰিম ? মোৰ সহযাত্ৰী এজনে মোৰ বাকচ দুটা নমাত সহায় কৰি দিয়াত মই ধন্যবাদ জনাই প্লেটফৰ্মত ইফালে সিফালে চাওঁতে এজন মানুহ আহি মোক ইংৰাজীতে সুধিলে, "আপুনি ভাৰতৰপৰা অহা ড° দেৱী নেকি ?" মই হয় বুলি কোৱাত তেওঁ ক'লে যে তেওঁ এজন জ্যেষ্ঠ গৱেষক, প্ৰফেচৰে এখন মিটিঙত ব্যস্ত থাকিব লগীয়া হোৱাত তেৰেঁ মোক নিবলৈ পঠিয়াইছে। তেওঁ মোৰ বস্তুখিনি কঢ়িয়াই তেওঁৰ গাড়ীত তুলিলে আৰু ময়ো তেওঁৰ পিছে পিছে গৈ গাড়ীত উঠি তেওঁ কষ্ট কৰি অহাৰ কাৰণে জাৰ্মানীতে ধন্যবাদ জনালো।

ৰেল ষ্টেচনৰপৰা আনোতে গৱেষকজনে মোক বাৰ্লিনৰ বিভিন্ন ঠাই

দেখুৱাই ক'লে "মই আপোনাক পুৰণি বাৰ্লিনৰ এটা বিশ্ববিদ্যালয়ৰ আলহী কোঠাত ৰাখিম।" তেওঁ ক'লে যে দ্বিতীয় মহাসমৰৰ সময়ত বাৰ্লিনৰ বেছি অংশই বোমা পেলোৱাৰ ফলত ভাঙি চুৰমাৰ হৈ গৈছিল। চকুৰ আগতে ডাঙৰ ডাঙৰ আট্টালিকা, অপেৰা হল, বাণিজ্য কেন্দ্ৰ ধূলিসাৎ হৈ গ'ল। কিন্তু এটা অংশত কোনো দিনে বোমা নপৰিল। যুদ্ধৰ শেষত জাৰ্মানীত ৰাজনৈতিক পৰিবৰ্তন হোৱাত জাৰ্মানীক দুভাগ কৰি এভাগক পশ্চিম জাৰ্মানী আৰু আন ভাগক জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিক নাম দি দুখন দেশ কৰিলে। এভাগত চলিল প্ৰজাতন্ত্ৰৰ শাসন আৰু আন ভাগত চলিল কমিউনিষ্ট শাসন। বাৰ্লিনকো দুভাগ কৰি এক অংশ পশ্চিম জাৰ্মানীক আৰু আন অংশ পূব জাৰ্মানী বা জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিকক দিলে। দুয়োখন বাৰ্লিনৰ মাজত এখন দেৱাল দিছে, যাতে ইখন বাৰ্লিনৰ মানুহ সিখনলৈ আহিব নোৱাৰে। কিন্তু নিজৰ আপোন মানুহৰে ভৰি থকা বাৰ্লিনবাসীয়ে এই দেৱালৰ ব্যৱধান মানিবলৈ টান পালেও ৰাজনৈতিক কাৰণত মানিবলৈ বাধ্য হৈছে। বহুত পৰিয়ালৰ মাক, ভাই-ভনী ইখন বাৰ্লিনত থকাৰ কাৰণে পৰিয়ালৰ মানুহে বহুত বছৰলৈ দেখা নোপোৱাকৈ থাকে। আমি পিছত বাৰ্লিনৰ এই দেৱালখনৰ চাৰিওকাষ চাই ইয়াৰ ব্ৰনডেনবাৰ্গ গেটখন চাবলৈ গৈছিলো। ইয়াত সীমান্ত ৰক্ষী আৰু পুলিচ থাকে। খৃষ্টমাছৰ সময়ত হেনো দুৱাৰখন খুলি দুয়ো দেশৰ মানুহক অলপ সময়ৰ কাৰণে দেখা কৰিব দিয়ে আৰু যিসকলে অনুমতি পত্ৰ পায় তেওঁলোক আহিব বা যাবলৈ পাৰে। কিন্তু গেটত পুলিচ পহৰা অতি চোকা। আগতে হেনো দেৱাল পাৰ হব খোজা কাৰণে কেইবাজনেও মৃত্যু মুখত পৰিছিল। মোৰ এই গেটখন দেখোতে আমাৰ দেশৰ কথা মনত পৰিছিল। পাঞ্জাবৰ অমৃতসৰৰপৰা অলপ দূৰত ভাৰতৰ সীমান্ত চাবলৈ যাওঁতে গেটৰ কাষত বহুতো মানুহ গোট খোৱা দেখিছিলো। ছয় বজাৰ লগে লগে গাৰ্ড সলনি হওঁতে পাকিস্তানৰ সৈন্য ভাৰতৰ সীমান্ত আৰু ভাৰতৰ সৈন্য পাকিস্তানৰ সীমাত মাৰ্চ কৰি অহা যোৱা কৰোঁতে গেটখন খোলা হয়। গেট বন্ধ কৰাৰ পিছত আধা ঘণ্টামান দুয়ো দেশৰ সম্পৰ্কীয় মানুহে হেঁপাহেৰে হাতত ধৰি চকুলো টুকি কথা কোৱা

দেখা পাইছিলোঁ। নিজৰে মনটো দুখত সেমেকি উঠিছিল। কৃত্রিমভাৱে দেশ বিভাজন কৰাৰ ফলত নিজস্ব পৰিয়ালৰ মানুহেই বিচ্ছিন্ন হৈ গৈছিল।

ৰেল ষ্টেচনৰপৰা ওলাই প্ৰথমে আঠখনমান গাড়ী অহা যোৱা কৰিব পৰা বহল ৰাস্তাৰ ওপৰেৰে আহোঁতে আমি নতুন নতুন পোন্ধৰ ষোল তলাৰ ওখ আট্টালিকা দেখিছিলো। ৰাজধানী কাৰণে আন চহৰতকৈ ডাঙৰ। লাহে লাহে আমি কোনোমতে চাৰিখন গাড়ী অহাযোৱা কৰিব পৰা সৰু ৰাস্তাৰ মাজেৰে আহিবলৈ ধৰিলো। দুয়োকাষৰ ঘৰবোৰো পুৰণি ভাস্কৰ্যৰে সজা। পুৰণা হলেও ধুনীয়া লাগিছিল। বহুতখিনি লণ্ডনৰ পুৰণা ঘৰৰ দৰে দেখিবলৈ। তেজে ফুটো ফুটো কৰা আপেল ৰঙৰ গালৰ ল'ৰা-ছোৱালীবোৰ লাইন পাতি যোৱা দেখি মনটো বৰ ভাল লাগিছিল। বুজিছিলো আজি শুক্রবাৰ কাৰণে সিহঁতক মিউজিয়াম বা আৰ্ট গেলেৰী বা কোনোবা ঠাই দেখুৱাবলৈ নিছে। কিছুদুৰ যোৱাৰ পিছত এটা ঘৰৰ দুৱাৰ মুখত গাড়ীখন ৰখালে। গোটেই ৰাস্তাটোত একে ভাস্কৰ্যৰে তিনিতলাৰ ঘৰবোৰ দেখি সেইখন যে মানুহৰ বসতি ঠাই তাক' বুজিছিলো। কাৰণ বসতি ঠাইত দুই বা তিনিতলাৰ একেধৰণৰ ঘৰ সজাৰ নিয়ম আছে। মোৰ বাকচ দুটা দাঙি গবেষকজনে খট-খটিয়েদি ওপৰ তলালৈ নি এটা আহল বহল কোঠাত সোমাই ক'লে, "এইটো আপোনাক দুদিনৰ বাবে থাকিবলৈ দিছে। ইয়াৰ পিছত জাৰ্মান পৰিয়াল এটাৰ লগত থকাৰ সুবিধা কৰি দিম, যাতে আপুনি জাৰ্মান পৰিয়ালৰ বিষয়ে জানে।" মই কথাটো শুনি বৰ ভাল পালো কাৰণ দুমাহ জাৰ্মানীত থাকি জাৰ্মান পৰিয়ালৰ বিষয়ে জানিবলৈ বৰ মন গৈছিল। এনেতে সেই আলহীঘৰৰ তত্বাৱধানত থকা মহিলা গৰাকী দুৱাৰত টোকৰ মাৰি ভিতৰত সোমোৱাৰ অনুমতি বিচাৰিলে। মই আহিবলৈ কোৱাত তেওঁ ভিতৰ সোমাই মোৰ লগত কৰমৰ্দন কৰি মই কেনে পাইছো সুধিলে। মই কোঠাটো চাই ভাল লাগিছে বুলি কোৱাত তেওঁ কাষৰ সৰু ৰান্ধনী কোঠালৈ নি ৰাতিপুৱাৰ চাহ প্ৰস্তুত কৰাৰ সা-সৰঞ্জাম-বোৰ দেখুৱালে। ধুনীয়া সৰু কোঠা এটা তিনিটা গেচৰ চুল্যা, কাপ-প্লেট

চাহপাত, কফি আদি সকলো থৈছে, কেৱল গাখীৰৰ পেকেটবোৰ নাই। কাৰণ ইয়াত বেছিভাগেই গাখীৰ নোহোৱা কফি বা চাহ খায়। অলপ সময় বহি পিছদিনাৰ কাৰ্যসূচী ঠিক কৰি দুয়ো মোৰপৰা বিদায় ললে।

## বাৰ্লিনৰ টি. ভি টাওৱাৰ

বিশ্ববিদ্যালয়ৰ যিটো বৈজ্ঞানিক আলহী-ঘৰত আছিলো সেইটো চহৰৰ পৰা দূৰৈত এটা পুৰণি বসতি অঞ্চলত। যুদ্ধত হেঁনো বোমা পৰি ধ্বংস হোৱা নাছিল। মোৰ দোভাষীয়ে মই বাৰ্লিনলৈ অহাৰ পিছদিনা মোক ট্ৰামেৰে হামবল্ড বিশ্ববিদ্যালয়লৈ নিওঁতে লাহে লাহে পুৰণি অঞ্চল এৰি একেবাৰে অতি আধুনিক অঞ্চললৈ আহিছিলো। ট্ৰামৰপৰা নামি চাৰিওফালে ঘূৰি ঘূৰি চাওঁতে মোৰ লগত দোভাষীগৰাকীয়ে সুউচ্চ ঘৰবোৰৰ নামবোৰ কৈ গৈছিল। মোৰ কিন্তু আটাইতকৈ উচ্চ লাইট হাউছৰ দৰে বা অতি দীঘল গম্বুজ এটাৰ একেবাৰে ওপৰত ঘূৰণীয়া লাটুম গুটিৰ দৰে জিলিকি থকা বস্তুটোলৈ চকু পৰিছিল। মই তেওঁক সেইটো কি বুলি সোধাত তেওঁ ক'লে, "অ' এইটো আমাৰ টি. ভি টাওৱাৰ। এইটো বাৰ্লিনৰ বিভিন্ন ঠাইৰপৰা দেখা পোৱা যায় আৰু ইয়াৰপৰাও গোটেই বাৰ্লিন দেখা পোৱা যায়।" মই আচৰিত হৈ সুধিলো, "ইয়াৰ ওপৰলৈ উঠিব পাৰিব?" তাই হাঁহি ক'লে "কেলেই নোৱাৰিব! তোমাক এদিন বাৰু লৈ যাম। এইটো আমাৰ বৈজ্ঞানিক, বিশেষজ্ঞ আৰু আধুনিক ভাস্কৰ-সকলৰ নবনতম অৱদান।"

আলেকজেণ্ডাৰ প্লাজা নামৰ ঠাই ডোখৰ যুদ্ধৰ পিছত ধ্বংসস্তূপ গুচাই নতুনকৈ সজা বাৰ্লিনৰ অতি আধুনিক মধ্যস্থল। ইয়াৰ কাষতে ৩৬৫ মিটাৰ উচ্চ এই টি.ভি টাওৱাৰটো।

বাস্তা পাৰ হৈ বিশ্ববিদ্যালয়ৰ দুৱাৰমুখ পাই অলপ থমকি ৰলোঁ। পৃথিৱী বিখ্যাত এই পুৰণি বিশ্ববিদ্যালয়খন বহুতো পণ্ডিতৰ শিক্ষাকেন্দ্ৰ। হামবল্ড বিশ্ববিদ্যালয়ৰ নাম শুনি প্ৰথমে সেই বিশ্ববিদ্যালয় চাম বুলিয়ে

কাগজত লেখিছিলো। দেখিলেই শিক্ষাকেন্দ্র যেন লগা এই বিশ্ববিদ্যালয়ৰ দুৱাৰমুখত জিলিকি আছে হামবল্ডটৰ প্ৰতিকৃতি। এই বিশ্ববিদ্যালয়খন স্থাপন কৰি গঢ় দিয়াত হামবল্ডটৰ অশেষ বৰঙণি যোগেৱাত সকলোৱে স্বীকাৰ কৰি প্ৰতিকৃতিটো স্থাপন কৰিছে। এই বিশ্ববিদ্যালয়ৰ তিনি তলাত থকা শিক্ষাবিজ্ঞান বিভাগৰ প্ৰফেচৰ ওৱেটনাৰৰ ওচৰলৈ নিয়াত তেখেতে মোক কৰমৰ্দন কৰি আগদিনা ষ্টেচনত থাকিব নোৱাৰাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা বিচাৰিলে। তেখেতে কফি দুকাপ কৰি মোৰ ওচৰত বহি ভাৰতৰ বিষয়ে, মোৰ বিষয়ৰ বিষয়ে কথা পাতিবলৈ ধৰিলে। ময়ো বাৰ্লিনৰ বিভিন্ন ঠাই, শিক্ষাব্যৱস্থা, মানে সামাজিক ব্যৱস্থা আদিৰ বিষয়ে আলোচনা কৰিছিলো। তেখেতে শিক্ষাবিজ্ঞানৰ বিভিন্ন বিষয়ৰ কোঠাবোৰ দেখুৱাই তাৰ প্ৰফেচৰসকলৰ লগত চিনাকি কৰি দিছিল। ঠিক ১২-৪৫ মিঃ হওঁতে তেখেতে ক'লে যে টেলিভিচন ৰেষ্টুৰাত মোক দুপৰীয়াৰ আহাৰ খাবলৈ নিব।

এই টি ভি টাওৱাৰটো ইমান ওখ যে যি ফালেই যাওঁ সেই ফালৰপৰাই এই স্তম্ভটো দেখা পাওঁ। প্ৰথমে আমাৰ দিল্লীৰ কুতুব মিনাৰৰ দৰে কিবা স্তম্ভ বুলি ভাবিছিলো। লণ্ডনত প'ষ্ট-অফিচটো ইমান ওখ যে ইয়াৰ ওপৰখন বহুত দূৰৰপৰা দেখা পায়। আমি কেতিয়াবা ৰাস্তা পাহৰিলে প'ষ্টঅফিচটো নিৰ্ণয় কৰি নিজৰ ঠাইডোখৰ উলিয়াও। ইয়াতো টি ভি চূড়াটো চহৰখনৰ বিভিন্ন ঠাইৰপৰা দেখা পোৱা কাৰণে চহৰৰ মধ্যকেন্দ্ৰ আলেকজেণ্ডাৰ প্লাজা বিচাৰি উলিয়াবলৈ অতি সহজ হয়।

১৯৬৯ চনত মুকলি কৰা ৩৬৫ মিটাৰ দীৰ্ঘৰ এই টিভি টাওৱাৰটোৱে জাৰ্মানীত হোৱা বিজ্ঞান, কাৰিকৰী আৰু প্ৰযুক্তি বিজ্ঞানৰ অগ্ৰগতিৰ এক নিদৰ্শন বুলিব পাৰি। ইয়াত হেনো তিনিশ ফেক্টৰী, আৰু বিভিন্ন অনুষ্ঠান, ইয়াৰ ভাস্কৰ্য, গাঠনি আৰু টিভিকে ধৰি বিভিন্ন সম্ভাৰ যোগোৱাত ব্যস্ত আছিল। এই কেন্দ্ৰটো আৰু ইয়াৰ আশেপাশে থকা পাৰ্ক, ফুলনি, পানীৰ ফোৰাৰা আদি চাব লগীয়া। বস্তু সাজি উলিয়াওতে চাৰি বছৰ লাগিছিল। টাওৱাৰৰ তলটো অতি বহল দুমহলীয়া ঘৰৰ ওপৰৰ চালখন পখিলাৰ পাখি মেলাৰ দৰে ধুনীয়া কাৰুকাৰ্যৰ

নিদৰ্শন। ইয়াতে টিকেট কিনা ঘৰ, স্মৰণিকাৰ বিভিন্ন দোকান, এটা প'ষ্ট-অফিচ আৰু বিভিন্ন সজোৱা সামগ্ৰীৰ দোকান পাৰ হৈ এখন চাৰি মিটাৰ ওখ দলঙেৰে গৈ লিফটৰ ওচৰ পাওঁ। আমি যোৱাৰ সময়ত সৰু ল'ৰা-ছোৱালীক লৈ যোৱা মাক-বাপেকৰ খুব ভিৰ। বহুত পৰ 'কিউ'ত ৰৈ লিফ্টৰ ওচৰ পালো। ল'ৰা-ছোৱালীৰ কি ফ্ৰ্তি! জাৰ্মান ভাষাত সিহঁতে আনন্দতে কিবা কিবি কৈছে আৰু মাক বাপেকবোৰে হাঁহিছে। ইয়াত দুখন লিফটেৰে মানুহক ওপৰলৈ লৈ যায়। এই লিফট দুখন হেনো খুব শক্তিশালী আৰু বেগী, বিশ চেকেণ্ডত দুশ তিনি মিটাৰ ওপৰলৈ যাব পাৰে। লিফটখন দীঘলীয়া আৰু ঘূৰণীয়া স্তম্ভৰ মাজেৰে ওপৰলৈ যায়। ইয়াৰ ওপৰত গোলাকৃতি ৪৮·০টন ঘূৰণীয়া বৃত্তটো সাততলা হোৱাৰ কাৰণে ইয়াৰ বিশালতা কল্পনা কৰিব নোৱাৰি।

প্ৰথমে আমি প্লেটফৰ্মলৈ গৈ ঘূৰি ঘূৰি গোটেই বাৰ্লিনখন চালো। ল'ৰা-ছোৱালীবোৰে চিনাকি ঠাইবোৰ দেখি আনন্দতে নামবোৰ কৈ স্ফূৰ্তি কৰিছে। ছয় বছৰীয়া ল'ৰা এজনে মোৰ কাপোৰযোৰৰ ফালে চাই জাৰ্মানীতে ক'বপৰা আহিছো সুধি তেওঁৰ ঘৰ যে নদীৰ সিপাৰে তাক মোক দেখুৱাই দিলে। মোৰ লগত যোৱা ফ্ৰাও ওৱেটনাৰে মোক ইংৰাজীত কথাটো বুজাই দিওঁতে মই তাৰ কথা খুব মন দি শুনাৰ দৰে দেখুওৱাত সি আৰু কিবা কিবি কৈছিল। মই কেৱল মূৰ দুপিয়ালো, বুজি হলে একো নাপালো। তাৰ মাকে তাক বিচাৰি মোৰ ওচৰত দেখি ক'লে, "আপুনি অকণো বেয়া নাপাব, সি অলপ বেছি কথা কয়। আপোনাক হয়তো আমনি কৰিছে।" তেওঁ জাৰ্মানীত কোৱা কথাখিনি আকৌ ওৱেটনাৰে ভাঙনি কৰি দিয়াত মই হাঁহি হাঁহি—একো অসুবিধা পোৱা নাই বৰং আনন্দিত হৈছো বুলিহে কৈছিলো।

ফ্ৰাও ওৱেটনাৰে মোক ইয়াৰ পিছত চিৰিয়েদি কাফেলৈ লৈ অহাত আমি এখন টেবুলত দুয়ো বহিলো। ঘূৰণীয়া কাফেৰ চাৰিওফালে পৰিষ্কাৰ আয়নাৰ বেৰ। বহি থকা ঠাইৰপৰা তললৈ চালে বাৰ্লিনৰ বিভিন্ন ঠাই দেখা পায়। তেওঁ ক'লে যে এইটো এটা চলন্ত কাফে— এঘণ্টাত চাৰিওপাক ঘূৰি বাৰ্লিন চহৰৰ বিভিন্ন ঠাই চাব পাৰি। মই

তললৈ চাই সৰু ল'ৰা-ছোৱালীৰ কাৰণে খৃষ্টমাছৰ আগতে পতা পুতলাৰ দোকানখন দেখিলো। ৰঙা-নীলা লাইট এতিয়াও জ্বলি আছে। তেওঁ চুপ, মুৰ্গীৰ ঠেঙ, আৰু সিজোৱা পাচলি আৰু পুডিঙৰ অৰ্ডাৰ দিয়ে মানে মই বাহিৰলৈ চাই দেখিলো দোকানখন পাৰ হৈ এতিয়া কিছুমান ডাঙৰ অট্টালিকা দেখিবলৈ পালো। আমি খাই থাকোঁতে প্ৰায় এঘণ্টা সময় চহৰৰ বিখ্যাত ৰাৰ্লিন-বেৰ, অপেৰা হাউচ, মিউজিয়ম আদি বিভিন্ন ঠাই দেখাৰ পিছত পুনৰ সেই খৃষ্টমাছৰ দোকানখন দেখিবলৈ পালো। আমাৰ নিচিনা বিদেশীৰ কাৰণে এইটো বৰ ডাঙৰ অভিজ্ঞতা আছিল; ভুশ মিটাৰতকৈ বেছি ওখ বাৰ্লিনৰ চাৰিওকাষ দেখাটোত ভাল লাগিছিল। চল্লিশখন টেবুলত ভুশ মানুহ বহিব পৰা এই কাফেখন হেনো ১২০টা ঘূৰন্ত চকাৰ এক ডাঙৰ আঙঠিৰ দৰে লোহাৰ মেৰৰ ওপৰত বহুৱাইছে। ইমান ওখত চলন্ত কাফে সাজি উলিয়াবলৈ কিমান আধুনিক প্ৰযুক্তি বিজ্ঞান আৰু কাৰিকৰী জ্ঞানৰ প্ৰয়োজন তাক ভাবি আচৰিত লাগিছিল।

কাফেত এঘণ্টামান থাকি চহৰৰ বিভিন্ন দৃশ্য উপভোগ কৰাৰ পিছতে তেখেতে মোক 'পেলেচ অব ডি ৰিপাব্লিক' বোলা অট্টালিকাটো দেখুৱাবলৈ নিছিল। লিফটেৰে তললৈ নামি এক মুকলি পকা বন্ধা পৰিষ্কাৰ এলেকালৈ আহিলো। ইয়াত গাড়ী সোমাব নোৱাৰাৰ কাৰণে মানুহে নিচিন্ত মনে খোজ কাঢ়িছে আৰু ল'ৰা-ছোৱালীবোৰে দৌৰি ফুৰিছে। শাৰী শাৰী গছ, মাজত চাৰি ঠাইত কেইবা শাৰীৰ কৃত্ৰিম জলপ্ৰপাতৰপৰা বিভিন্ন সময়ত বেলেগ বেলেগ ধৰণে পানী ওলোৱা চাবলৈ মানুহৰ ভিৰ হৈছে। আমি জলপ্ৰপাতৰ কাষত থকা ভুখন চকিত বহি সেই দৃশ্য উপভোগ কৰিব ধৰিছিলো। ইয়াৰ আগতে আমি টেলিভিচন টাওৱাৰৰ তল তলাত থকা ইনফৰমেচন চেণ্টাৰৰপৰা কিছু লাগতিয়াল বস্তু কিনি ফুলসজ্জাৰ দোকান এখনলৈ আহিলো। ইয়াত কেক্‌টাচ আৰু অৰ্কিডৰ বিভিন্ন সমাবেশ দেখিছিলো। মোৰ কেকটাচত অনুৰাগ থকাৰ কাৰণে নতুন কেকটাচ আছে তাক চাই দেখিলো বেছিভাগেই আমাৰ আছে। কেৱল ইয়াৰ আকাৰবোৰ অতি ডাঙৰ। প্ৰতি বছৰে শৰতকালত ইয়াত ফুলৰ প্ৰদৰ্শনী হোৱাৰ কাৰণে গোটেই তলটো বিভিন্ন ধৰণৰ ফুলৰ সমাৰোহ

হয়। ইয়াৰপৰাও পার্কলৈ আহিব পাৰি। এতিয়া ঠাণ্ডা কাৰণে মানুহে ডাঙৰ কোট পিন্ধি ঘূৰি ফুৰিছে, কিন্তু গ্ৰীষ্মকালত হেনো ইয়াত মানুহ নধৰা হয়। ইয়াতে ১৮৯১ চনত বেগাচ নামৰ ভাস্কর্যত পটু জার্মান শিল্পীয়ে সজা নেপচুন ফাউনটেইনটো চালো। সঁচাকৈয়ে অতি সূক্ষ্ম হস্তবিদ্যাৰ নিদর্শন।

বহল ৰাস্তাটো পাৰ হৈ সেউজীয়া ঘঁাহনিৰ কাষেৰে আহোঁতে মই চকলেট ৰঙৰ আয়নাৰে ঢকা বৃহত ঘৰটো দেখিলো—সঁচাকৈয়ে ৰাজপ্ৰাসাদ। মই হাঁহি মাৰি ওৱেটনাৰক সুধিলো, "তোমালোক সমস্তাত বিশ্বাস কৰা কমিউনিষ্ট হৈ ঘৰটোৰ নাম প্ৰাসাদ ৰাখিলা কেলেই?" তেখেতেও কলে, "আগতে ৰজাৰ প্ৰাসাদ আছিল। এতিয়া কিন্তু জনসাধাৰণৰ হৈছে। এই প্ৰাসাদ বিখ্যাত মাক্স-এনজেলচ প্লাষ্টৰ ওপৰত অৱস্থিত। এই ঠাইডোখৰ বুৰঞ্জী বিখ্যাত। ১৮৪৮ আৰু ১৯১৮ চনৰ শ্ৰমিক বিপ্লৱৰ কেন্দ্ৰস্থল আছিল এই অঞ্চলটো। লক্ষ লক্ষ শ্ৰমিক আহি ইয়াতে সমাবেশ হওঁতে লেনিনে বক্তৃতা দিছিল। এই শ্ৰমিকসকলে বিপ্লৱৰ ধ্বনি তুলি শান্তি, প্ৰজাতন্ত্ৰ আৰু সামাজিক প্ৰগতিৰ কথা ঘোষণা কৰিছিল। আজি ফলস্বৰূপে পূব-জার্মানীত কমিউনিষ্ট শাসন বা শ্ৰমিকে বিচৰা সমাজতান্ত্রিক শাসন চলিছে। বিপ্লৱৰ চিন স্বৰূপেই 'পেলেচ অব ডি ৰিপাব্লিক' স্থাপন হৈছে। এই পেলেচটো বহুতো উদ্দেশ্যত স্থাপন হৈছে। ইয়াৰে এটা ফালত 'পিপলচ চেম্বাৰ' বুলি জার্মানীৰ সংসদ বা লোকসভাখন বহে। এইখন নির্বাচিত প্ৰতিনিধিয়ে পিপলচ চেম্বাৰত বহি দেশৰ ভৱিষ্যৎ নির্ণয় কৰে। পিপলৰ চেম্বাৰত সোমাব নিদিয়াৰ কাৰণে আমি বাহিৰৰপৰা চাই ইয়াৰ গ্ৰেট হলটো চাবলৈ আহিলো। ৫০০০ মানুহ বহিব পৰা এই হলটোত ৰাজনৈতিক, সাংস্কৃতিক মিটিং আৰু সামাজিক অনুষ্ঠান হোৱাৰ উপৰিও কনচার্ট, ব'লনাচ আৰু বৈদেশিক সাংস্কৃতিক কার্যসূচী আদি ইয়াত প্ৰদর্শন কৰে। ষ্টেজ আৰু বহাৰ ধুনীয়া ব্যৱস্থা দেখা পাই আমাৰ প্ৰেক্ষাগৃহবোৰলৈ মনত পৰিছিল। ইয়াত 'থিয়েটাৰ ইন ডি পেলেচ' বুলি থিয়েটৰ হলো বেলেগে আছে। ইয়াৰ কাষতে জার্মান শিল্প-কলাৰ নিদর্শনৰ দোকানত সোমাই কেইটামান সৰু সৰু বস্তু কিনিলো। আমাৰ

ছুয়োৰে বৰ পিয়াহ লগাৰ কাৰণে তেওঁ মোক ছুতলাত থকা কাফেখনলৈ লৈ গ'ল। তাত আমি একাপ চাহ আৰু এটুকুৰা কেক লৈ ৰাস্তাৰ আয়নাৰ বেৰাৰে পাৰ্কখন চাব ধৰিলো। আবেলি হোৱাৰ কাৰণে মানুহৰ ভিৰ বেছি হবলৈ ধৰিছিল। এই পেলেচতে পাঁচখনমান ৰেষ্টুৰা আৰু কাফে আছে, কিন্তু সকলোতে দীঘল কিউ হয়। ইয়াত চৰকাৰে আধা খৰচ বহন কৰাৰ কাৰণে খোৱাবস্তুৰ দাম কম আৰু মানুহে কামৰ কাৰণে বাহিৰত খাব লগীয়া হয় বা খায়ো ভাল পায়।

আমি বহি থাকোঁতে ওৱেটনাৰে কৈছিল যে 'পেলেচ অব ডি ৰিপাব্লিক'ৰ সৈতে এই অঞ্চলটো ৰাজনৈতিক কাৰ্যাৱলীৰ কেন্দ্ৰ। 'কাউন্সিল অব ষ্টেট বিল্ডিং আৰু চেড' নামৰ পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ অফিচবোৰ পেলেচৰ কাষতে অৱস্থিত।

## ৰাজনৈতিক পৰিবৰ্তনে জীৱনদৰ্শনৰ পৰিবৰ্তন আনে

ৰাজনৈতিক পৰিবৰ্তনে মানুহৰ মনতো বহুত পৰিবৰ্তন সাধন কৰে। এলগাহঁত কমিউনিষ্ট দৰ্শনত বিশ্বাসী। দ্বিতীয় যুদ্ধৰ ভয়াবহতা তেওঁলোকে পাহৰিব পৰা নাই। যুদ্ধৰ নাম শুনিলেই বয়সীয়া মানুহে ভীষণ ভয় খোৱা দেখিছো। মই থাকোঁতে এঙ্গোলাত যুদ্ধ হোৱাৰ বাবে ছোভিয়েট আৰু আমেৰিকা চৰকাৰৰ মাজত যি মতানৈক্য হৈছিল সেয়ে তৃতীয় বিশ্ব যুদ্ধৰ সৃষ্টি কৰিব বুলি ভয় খাই বাৰ্লিনবাসীয়ে শান্তি প্ৰতিষ্ঠা কৰিব লাগে বুলি মৌন সমদল কৰিছিল। হালেত থাকোঁতে ৰাস্তাত ওলাই অহা বিৰাট জনসমুদ্ৰ দেখি মই অভিভূত হৈ পৰিছিলো। স্কুলৰ কিণ্ডাৰগাৰ্ডেনৰ ল'ৰা-ছোৱালীয়েও আমাক শান্তি লাগে বুলি গান গাই শুনাইছিল। ইয়াৰ মানুহে এতিয়াও যুদ্ধৰ বিভিষিকা পাহৰিব পৰা নাই। এদিন এগৰাকী মহিলাই মোক দুপৰীয়াৰ আহাৰ খাবলৈ নিমন্ত্ৰণ কৰিছিল। দোভাষীৰ লগত তেখেতৰ ঘৰলৈ যাওঁতে কেৱল মাত্ৰ তেখেতক দেখি মোৰ স্বভাৱজাত শিষ্টাচাৰেৰে ঘৰৰ আনবোৰৰ কথা সুধিলো। তেখেতে প্ৰথমে ক'লে, এটি মাত্ৰ ল'ৰা ডাঙৰ হৈ কামত সোমাইছে। বেলেগ ঠাইত থাকে, মাজে মাজে

আহি মাকৰ খবৰ লয়। প্ৰায় সত্তৰৰ ওচৰা ওচৰি মানুহ গৰাকী এতিয়াও খুব কৰ্মঠ হৈ আছে। খোৱাৰ পিছত তেখেতে বহি ক'লে, "মোৰ বিয়াৰ ছয় মাহৰ পিছত দ্বিতীয় মহাযুদ্ধ লগাৰ কাৰণে মোৰ স্বামী সৈনিক হিচাপে যুদ্ধলৈ যাব লগীয়া হৈছিল। তেতিয়া মই গৰ্ভবতী। আমাৰ দুয়োৰো কিমান দুখ—মনৰ বেদনা আৰু বিৰহত আমি আকুল হৈ পৰিছিলো। এফালে মই অকলে, আনফালে তেওঁ যুদ্ধৰ মাজত সোমাইছিল গৈ। বহুত দিন কোনো খবৰ নোপোৱাৰ পিছত মই পাগলৰ দৰে অফিচবোৰত খবৰ লবলৈ ধৰিছিলো। বাৰ্লিনত বোমা পৰাৰ লগে লগে আমি ইয়াৰপৰা গাঁৱলৈ গৈছিলো। অতি দুখ কষ্টেৰে সময় কটোৱাৰ পিছত মোৰ ল'ৰাটোৰ জন্ম হয়। যুদ্ধ শেষ হোৱাৰ পিছত বহুত কষ্টেৰে বাৰ্লিনলৈ আহি দেখো আমাৰ ঘৰ সম্পূৰ্ণ ধূলিসাৎ হৈ গৈছে। চাৰিওফালে বিধ্বস্ত নগৰৰ ভগ্নাবশেষ আৰু ধোঁৱা। নগৰ গঢ়াত মই শ্ৰম দান দিয়াৰ পিছত এই দুটা কোঠাৰ এপাৰ্টমেণ্টটো পাই মোৰ ল'ৰাটোক ডাঙৰ কৰাৰ লগতে মই পঢ়াশুনা কৰিছিলো। লগতে মই খবৰ লৈছিলো মোৰ স্বামীৰ বিষয়ে। মোৰ চিনাকি মানুহৰ ডেকা ল'ৰা বা বান্ধবীৰ স্বামী উভটি আহিল। কিন্তু মোৰ স্বামীক কিন্তু কোনোদিনে বিচাৰি নাপালো। তেখেত জীয়াই আছে নে নাই তাকো গম নাপালো। দেশৰ শাসকে যুদ্ধ কৰে, কিন্তু নিৰীহ মানুহৰ জীৱন এই দৰেই বিপন্ন হয়। মোৰ ল'ৰাটোক কোনোদিনে আৰু বাপেকৰ মুখখন দেখুৱাব নোৱাৰাৰ দুখ থাকি গ'ল।" তেখেতৰ কথা শুনি মোৰ মনটো বেদনাসিক্ত হৈ চকু দুটি সেমেকি উঠিছিল। দ্বিতীয় মহাসমৰে জাৰ্মানীৰ সৰ্বনাশ অনাৰ লগতে সাধাৰণ মানুহৰ জীৱনলৈও বিপৰ্যয় আনিছিল। যুদ্ধত বহুত জাৰ্মান যুৱকে জীৱন আহুতি দিব লগীয়া হোৱাৰ কাৰণে জাৰ্মানীত পুৰুষৰ সংখ্যা একেবাৰে কমি গৈছিল। বিধস্ত হোৱা ঘৰবোৰৰ ইটা আঁতৰাই মহিলা পুৰুষ সকলোৱে মিলি নতুনকৈ চহৰ গঢ়াৰ চেষ্টা কৰিছিল। জাৰ্মানসকল বৃটিছৰ শত্ৰু পক্ষ হলেও সাধাৰণ মানুহৰ মৰ্মবেদনা সকলোতে একে। নেতাসকলে যুদ্ধ ঘোষণা কৰাৰ ফলত সাধাৰণ সৈনিকে মৃত্যু আকোৱালি লব লগীয়া হয় যুদ্ধ ক্ষেত্ৰত।

এই যুদ্ধৰ স্মৃতি হিচাপে চাবলৈ গৈছিলো বাৰ্লিনত থকা 'আনটাৰ ডেন লিনডেন'ত থকা শ্বহীদ স্তম্ভ। বাস্তাৰপৰা দেখা যায় জ্বলি থকা জুইকুৰা। ফেচিজিম আৰু মিলিটেৰী শাসনত মৃত অগণন সৈনিকৰ পবিত্ৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি জনাই এই অনিৰ্বাপিত জুইকুৰা জ্বলি আছে। বুধবাৰে গধূলি ছয়টা বজাত সৈনিকৰ স্মৃতিত বৰ্তমানত সৈনিকে সমদল যাত্ৰা কৰি অভিবাদন জনায়। সেইদিনা সমদল চাবলৈ মানুহৰ খুব ভিৰ হয়। ইয়াৰ কাষতে উত্তৰ ফালে আছে শৈল্প কাৰুকাৰ্যৰে ভৰা, চালে চকু বোৱা ধুনীয়া ঘৰটো যিটো এসময়ত ৰাজপ্ৰাসাদ আছিল; কিন্তু এতিয়া জাৰ্মান বুৰঞ্জীৰ মিউজিয়মলৈ ৰূপান্তৰিত কৰা হৈছে। ইয়াত আদিম যুগৰ গছত বাসকৰা মানুহৰপৰা ক্ৰমোন্নতি কৰি বৰ্তমান স্তৰ পোৱা অৱস্থা বৰ্ণাই দেখুৱাই গৈছে। হিটলাৰৰ ৰাজত্বকালত কেনেকৈ মানুহৰ ওপৰত অত্যাচাৰ কৰিছিল তাৰ নমুনা দিছিল। লক্ষ লক্ষ ইহুদীসকলক বধ কৰিবলৈ যিবোৰ মৰণাস্ত্ৰ লৈছিল তাক দেখুৱাইছিল। এঠাইত গাৰ ওজন চাবলৈ বুলি মানুহজনক ঢাকোন থকা ওজনৰ মেচিনত তুলি বেৰৰ মাজেৰে কৰা ফুটাৰে বন্দুকৰ নলী সুমুৱাই কেনেকৈ গুলী কৰিছিল তাক দেখুৱাইছিল। আন এঠাইত মানুহক পৰীক্ষা কৰাৰ চলেৰে শুৱাই কেনেকৈ ওপৰত থকা কৰটেৰে কাটিছিল তাক দেখুৱাইছিল। তাৰ বাহিৰেও বন্দুক, পিস্তল, দা আদি প্ৰদৰ্শন কৰি থৈছিল। ওজন মেচিন, বিছনা আৰু আন আন বস্তুবোৰ দেখি গাৰ নোম ডাল ডাল হৈছিল। ইহুদীৰ হত্যাকাণ্ড আৰু আইকমেনৰ ষড়যন্ত্ৰৰ বিষয়ে কেইবাখনো কিতাপ পঢ়ি এই নৃশংস আৰু বৰ্বৰ হত্যাকাণ্ডৰ বিষয়ে গম পাইছিলো। কিন্তু ব্যৱহৃত মৰণাস্ত্ৰই ইয়াৰ ভয়াবহতা আৰু নিৰ্মমতা উদঙাই দেখুৱাইছিল। মিউজিয়মৰ এই বস্তু কেইটা এতিয়াও মোৰ মনৰ মাজত ভাঁহি আছে।

গেষ্টহাউছত দুদিন থাকি মই এঘৰ জাৰ্মান পৰিয়ালৰ লগত থাকিবলৈ আহিলো। জাৰ্মানীত দুমাহ থকাৰ ভিতৰত এয়ে প্ৰথম পৰিয়ালৰ লগত এসপ্তাহ থাকিবলৈ আহিছো। মাক আৰু জীয়েকৰ পৰিয়াল, সৰু পাকঘৰৰে সৈতে দুটা কোঠাৰ ঘৰ। মোক তেওঁলোকৰ ড্ৰইংৰুমত থাকিবলৈ

বুলি সকলো সুবিধা কৰি দিছিল। দিনত ডাঙৰ চোফাখন ৰাতি তলটো দাঙি টানি দিলে এখন ধুনীয়া কোমল বিছনা হয়। ৰাতিপুৱা মই বস্তুবোৰ সামৰি বিছনাখন চোফা কৰি থওঁ। ইয়াৰ মানুহৰ জীৱনযাত্ৰা কিমান দ্ৰুত তাক মই এওঁলোকৰ লগত থাকি গম পাইছিলো। মানুহ গৰাকীয়ে পাঁচটাত উঠিয়ে চাহকাপ খাই কেতিয়াবা দিনৰ খোৱা লৈ বা কেতিয়াবা এনেয়ে গুচি যায়। যোৱাৰ আগতে এখন ট্ৰেত মোৰ লগা বস্তুখিনি সজাই থৈ যায়। ছয়টা বজাত ছোৱালীজনীয়ে নিজৰ মতেৰে দিনৰ খোৱাবস্তু যোগাৰ কৰি গাখীৰ একাপ খাই নাৰ্চিং কলেজলৈ যায়। মই চাৰে ছয়টা বা সাতটাত পাকঘৰলৈ আহি এটা অমলেট কৰি ৰুটিখিনি সেকি অলপ চিজ লৈ ৰাতিপুৱাৰ আহাৰ খাই ওলাই যোৱাব দিহা কৰো। পাকঘৰটো ইমান পৰিষ্কাৰকৈ ৰাখে যে অলপ লেতেৰা হলে ময়ো লগে লগে পৰিষ্কাৰ কৰি থওঁ। মানুহ গৰাকী অতি সাদৰী আৰু কথকী, আৰু ইংৰাজী কব পৰাৰ কাৰণে মোৰ লগত যথেষ্ট কথা পাতে। দিনটো কাম কৰি আবেলি ঘৰৰ লাগতীয়াল বস্তুৰ বজাৰ কৰি ঘৰলৈ উভটি ৰাতিৰ সাজ প্ৰস্তুত কৰে। ইয়াতো চাৰে পাঁচটাৰপৰা সাতটাৰ ভিতৰত গধূলিৰ খোৱা নিয়ম। মাকে জীয়েকলৈ মৰমতে চকলেট, পুডিং, কেক, চুপ আদি ঘৰতে তৈয়াৰ কৰে। মই বাহিৰত নিমন্ত্ৰণ থাকিলে মোলৈ পুডিং বা কেক থৈ দিয়ে আমাৰ গৃহস্থঘৰৰ মানুহৰ দৰেই। তেওঁ নিজে ইঞ্জিনিয়াৰ হলেও এয়াৰপৰ্টত গ্ৰাউণ্ড অফিচাৰ হিচাপেহে আছে, কাৰণ ছোৱালীজনীৰ অসুখৰ কাৰণে তাইৰ কাষতথাকিব লগীয়া হৈছিল। ৰবিবাৰে এওঁলোকে ঘৰ পৰিষ্কাৰ কৰাত লাগে। জীয়েকে ভেকুৱাম ক্লিনাৰেৰে কাৰ্পেট চাফা কৰিলে মাকে খিৰিকি-দৰজাৰ আয়না চাফা কৰে, কাপোৰ ধোৱে, ফুল সজায় আৰু নতুন ধৰণৰ খোৱা ৰান্ধে। কেতিয়াবা মোক লৈ বাহিৰলৈ ওলাই যায়। এওঁলোকৰ গাড়ী নোহোৱাৰ কাৰণে বাছ বা টিউবেৰে (মাটিৰ তলৰ ট্ৰেইনেৰে) অহা যোৱা কৰে।

জাৰ্মানীত শিল্পকলা আৰু কাৰিকৰী দিশত আগবাঢ়িলেও মটৰ, ঘড়ী আদি কিছুমান লাগতীয়াল বস্তু উৎপাদন কৰিব পৰা নাই। হালেত মোক ফুৰাবলৈ নিওঁতে এজন প্ৰফেচৰে আন এজনৰ গাড়ী লৈ গৈছিল। মই

তেওঁৰ গাড়ী বুলি গাড়ীৰ কথা সোধোতে ক'লে যে ইয়াত গাড়ী পাবলৈ বহুত বছৰ অপেক্ষা কৰিব লাগে। গাড়ী কিনা কেন্দ্রত নাম ভৰ্তি কৰাৰ পাঁচ বছৰমানৰ পিছতহে গাড়ী পোৱাৰ সম্ভাৱনা থাকে। গাড়ীবোৰ ইটালী, ফ্রান্স, ছোভিয়েট ৰাচিয়াৰপৰা সাধাৰণতে আনিব লগীয়া হয়। ওচৰতে বহি থকা আন এজন তেখেতৰ সঙ্গীয়ে ক'লে "এই নোটখনত থকা বুঢ়া মানুহজনৰ অৱস্থা হলেহে তেওঁ গাড়ী পাব।" গাড়ী পোৱা আৰু চলোৱা দুয়োটাই অসুবিধাজনক হোৱাৰ কাৰণে আমেৰিকাৰ দৰে ইয়াৰ ছাত্ৰসকলে সাধাৰণতে গাড়ী ব্যৱহাৰ নকৰে। আমেৰিকাত গাড়ী ইমান সহজ লভ্য যে কম দামতে অলপ পুৰণা গাড়ী পোৱাৰ কাৰণে ছাত্র-ছাত্রীয়ে গাড়ী ব্যৱহাৰ কৰে। আমেৰিকাত বেছিভাগ গাড়ীয়ে আহে জাপানৰপৰা। বহুত সময়ত পুৰণা গাড়ী কিনা মানুহ নোহোৱাৰ বাবে গাড়ী নষ্ট কৰিব লগীয়া হয়। প্ৰাচুৰ্যৰ কি পৰিণতি! ছানফ্রান্সিস্কোলৈ যাওঁতে ফ্লাইওভাৰৰ তলত গাড়ীৰ দ'ম দেখি এজনক সোধোতে কৈছিল যে গাড়ী কিনাৰ গ্ৰাহক নথকাৰ কাৰণে গাড়ীবোৰ তেনেকৈ পেলাই থৈ যায়।

বাৰ্লিনৰ মাজেৰে স্প্ৰী নদীখন বৈ যোৱাৰ কাৰণে ইয়াৰ দুয়োকাষে পুৰণি ভাস্কৰ্যৰ ধুনীয়া অট্টালিকাবোৰ দেখা পোৱা যায়। যুদ্ধৰ সময়ত বোমা বৰ্ষণৰ ফলত বহুতো অট্টালিকা ভাঙি চিঙি যোৱাৰ পিছত সেইবোৰ নতুনকৈ সাজি পুনৰ উদ্ধাৰ কৰাৰ যত্ন কৰিছিল। এনে এটা ঘৰ হৈছে 'ফ্ৰিডৰিখষ্টাড পেলাষ্ট' বা খেলাঘৰ (প্লে হাউচ) যিটোত এতিয়া দুহেজাৰ মানুহ বহিব পৰা কনচাৰ্ট হল কৰিছে। কিন্তু ইয়াৰ কাষতে পুৰণি কীৰ্তি হিচাপে ৰঙচুৱা 'বাৰ্লিন ৰথাচ' বা টাউন হলটো ওখ স্তম্ভৰ ঘড়ীটোৰে সৈতে জিলিকি আছে। এইটো হেনো ১৮৬২ চনত সাজোতে এইটোৱে বাৰ্লিনৰ আটাইতকৈ ওখ ঘৰ আছিল। ইয়াক অকল ৰঙা ইটাৰ বেৰৰ কাৰণেই নহয় ইয়ালৈ সৰ্বহাৰা জনতাৰদ্বাৰা নিৰ্বাচিত প্ৰতিনিধি টাউন কাউন্সিললৈ অহাৰ কাৰণে ইয়াক ৰঙা টাউন হল বোলে। কিন্তু পিছলৈ এয়ে শ্ৰমিকসকলৰ সংগ্ৰামৰ ঘাটি হৈ পৰিছিল। বৰ্তমান ইয়াতে বাৰ্লিন পিউপিলচ এচেম্বলি, মেয়ৰৰ অফিচ আদি স্থাপন কৰা হৈছে। ইয়াৰপৰা অলপ গৈয়ে নতুনকৈ

সজা বিশ-ত্ৰিশ তলাৰ ঘৰৰ এলানি অট্টালিকা পোৱা যায়। টাউন হল আৰু এই অট্টালিকাৰ মাজতে পুৰণি সাজত মেপলপাতৰ দৰে একা-বেকা ওপৰৰ ধুনীয়া ছালখনৰ এটা ৰেষ্টুৰাত মোক চাহ খুৱাবলৈ লৈ গৈছিল। একেবাৰে পুৰণি ধৰণেৰে গোটেই কোঠাটো সজোৱাত ক'ৰবাত যেন ইংলণ্ডৰ পুৰণা ঘৰবোৰৰ সাদৃশ্য বিচাৰি পাইছিলো।

## অপৰাজিত জাতি

যুদ্ধত প্ৰায় সম্পূৰ্ণৰূপে ধ্বংস হোৱা বাৰ্লিনৰ পুনৰুদ্ধাৰৰ কাৰণে নতুন নতুন আট্টালিকা সজাইছিল। লাইপজিগাৰ ষ্ট্ৰেচৰ নামৰ ৰাস্তাৰ দুয়োফালে প্ৰায় ২,০০০ ফ্লেটৰ ঘৰ সাজি উলিয়াইছে। কিন্তু আটাইতকৈ আধুনিক ধৰণে সাজি উলিয়াইছে আলেকজেণ্ডাৰ প্লাট্জত। ভিতৰত অবসৰ বিনোদনৰ বাবে পকাৰ মুকলি ঠাই ৰাখি চাৰিওফালে চৌখিন দোকান ব্যৱসায়ী অনুষ্ঠানৰপৰা সকলো ধৰণৰ ব্যৱসায়ৰ দোকান ইয়াত পোৱা যায়। ইয়াৰপৰা টিউব ৰেল চলাচল কৰাৰ কাৰণে অফিচৰ মানুহৰ অহা যোৱাৰ সুবিধা হৈছে। ইয়াৰ ৰেলওৱে ষ্টেচনলৈ মাটিৰপৰা ওপৰলৈ চলন্ত চিৰিৰে উঠি যাব লাগে। আলেকজেণ্ডাৰ প্লাটজতে উনচল্লিশ তলাৰ বিখ্যাত ইণ্টাৰ হটেল ষ্টাণ্ড বাৰ্লিন সুউচ্চ হৈ জিলিকি আছে। প্ৰথমে মই এইটো অইন ঠাইৰ দৰে অফিচ বুলিহে ভাবিছিলো, কিন্তু এইটো যে অতি আধুনিক হোটেল তাক পিছতহে গম পাইছিলো। ইয়াৰ কাষতে থকা ১৯৬৪ চনত সজা 'হাউছ অব টিচাৰ'ৰ ভিতৰত সোমাওঁতে মোৰ মনটো বৰ ভাল লাগিছিল। হালেত থকা হাউছ অব টিচাৰতকৈ বহুত ডাঙৰ, দহ তলাৰ এই ঘৰটো শিক্ষকসকলে ছয় মহীয়া, এমহীয়া এবছৰৰ প্ৰশিক্ষণ লোৱাৰ উপৰিও শিক্ষকৰ সম্মিলন, আলোচনা চক্ৰ আদি ইয়াতে পাতে। শিক্ষকৰ থকাৰ সুবিধা দিয়াৰ উপৰিও অবসৰ বিনোদনৰ কাৰণে চিনেমা, থিয়েটাৰ, আভ্যন্তৰীণ খেলা আদিৰ ব্যৱস্থা আছে। ইয়াৰ ভিতৰতে কেনটিন আৰু কাফে থকাৰ কাৰণে খোৱাত অসুবিধা নহয়। ইয়াত প্ৰত্যেক শিক্ষকক পাঁচ বছৰৰ মূৰে মূৰে প্ৰশিক্ষণ লোৱাৰ ব্যৱস্থা থকাৰ কাৰণে

শিক্ষকে পৰিবৰ্তিত পাঠ্যক্ৰম আৰু নতুন শিক্ষণ পদ্ধতিৰ লগত সম্বন্ধ ৰাখিব পাৰে। এই অঞ্চলৰপৰা উত্তৰলৈ নতুন উচ্চ আট্টালিকা থকাত চাইথিনি কাৰ্ল-মাৰ্ক্স এলি বুলি কোৱা হয়। যুদ্ধৰ সময়ত সম্পূৰ্ণৰূপে ধ্বংস হোৱা এই অঞ্চলটো ১৯৪৯ চনৰ পিছৰপৰা নতুনকৈ সাজি উলিয়াইছিল। আহলবহল ৰাস্তাৰে দুয়োফালে ওখ ঘৰ, তলত দোকান, ওপৰত থকা ঘৰৰ ব্যৱস্থা কৰি ধুনীয়াকৈ সাজি উলিয়াইছে।

এই কাৰ্ল মাৰ্ক্স এলিৰ কাষতে আটাইতকৈ ধুনীয়া আন্তৰ্জাতিক হোটেল, চিনেমা এলানি হৈ আছে। ইয়াৰপৰা আহি লেনিন এলিত এখন ধুনীয়া ফুলনিৰে ডাঙৰ কবৰখানা দেখিছিলো, য'ত ১৮৪৮ চনৰ মাৰ্চ বিপ্লৱত মৃত্যুবৰণ কৰা বিপ্লৱীসকলক সমাধিস্থ কৰা হৈছিল। ইয়াৰ কাষতে ফেচিজিমৰ বিৰুদ্ধে যুদ্ধ কৰি মৃত্যুবৰণ কৰা সকলৰ শ্বহীদ স্তম্ভ দেখা পাইছিলো। গোটেই জাৰ্মানীৰ প্ৰত্যেক ঠাইতে যুদ্ধৰ নিহত সৈনিকৰ শ্বহীদ স্তম্ভ ইমান বেছি আছে যে সেইবোৰ চালে আৰু লিখাবোৰ পঢ়িলে যুদ্ধৰ কি ভয়ংকৰ ৰূপ তাক গম পোৱা যায়। যুদ্ধৰ সৰ্বনাশ আৰু ধ্বংসমুখী ক্ৰিয়াৰ কাৰণে ইয়াৰ মানুহে পুনৰ যুদ্ধত নানামিবলৈ বিশ্বৰ নেতাসকলক সকিয়াই থাকে। ওঠৰ মিটাৰৰ গ্ৰেণাইটৰ লেনিনৰ মূৰ্তিৰে জিলিকি থকা পিউপিলচ পাৰ্কৰ অলপ আগত স্পটচ আৰু লেজাৰ চেণ্টাৰৰ এটা ডাঙৰ এলেকা আছে য'ত সাঁতোৰা পুখুৰী, গৰম-ঠাণ্ডা পানীৰ গা ধোৱা ট'না, খেল-ধেমালিৰ আধুনিক সুবিধা আৰু খোৱাৰ বাবে ৰেষ্টুৰা আদিৰে স্বয়ং সম্পূৰ্ণ স্বাস্থ্যসম্পৰ্কীয় কেন্দ্ৰটো আছে।

ইয়াৰ বসতি এলেকাবোৰ নতুনকৈ পোন্ধৰ তলাৰ লানি লগোৱা ঘৰৰে নতুনকৈ সাজি উলিয়াইছে। প্ৰায় পঞ্চাশ হাজাৰ মানুহ থাকিব পৰা বসতি ঘৰবোৰৰ এলেকাত দোকান, স্কুল, যানবাহনৰ সুবিধাবোৰ সম্পূৰ্ণভাৱে ৰাখে। বাৰ্লিনত ১৯৭৬-১৮৯০ চনৰ ভিতৰত ৮০০০০ ফ্লেটৰ ঘৰ সাজি উলিয়ালেও ঘৰৰ অসুবিধা চলি আছে। ১৯৮৫ চনৰ ভিতৰত হেনো ১০,৩৭০০ ফ্লেটৰ ব্যৱস্থা কৰিব।

বাৰ্লিনৰ আটাইতকৈ বিখ্যাত চাব লগীয়া ঠাই হৈছে মিউজিয়ম (Musemsinsel) স্প্ৰিনদীৰ ওপৰেৰে ধেনুভিৰীয়া দলঙৰ ওপৰেদি পাৰ

হৈ সৰু ৰাস্তাৰে গৈ কেৱল মিউজিয়ামৰ এলেকা পোৱা যায়। পুৰণি কাৰুকাৰ্যৰে এই অঞ্চলটো অতি বিতোপন। দলংখনৰ ৰেলিং আৰু কাষত থকা ধুনীয়া মূৰ্তিবোৰ সঁচাকৈয়ে খুব আকৰ্ষণীয়। এই এলেকাত আছে ব'ড মিউজিয়াম ( Bode Museum ), পেৰগামাম মিউজিয়ম, নিউ মিউজিয়ম, নেচনেল গেলেৰী আৰু ওল্ড মিউজিয়ম। ইয়াৰ ভিতৰত পেৰগামাম মিউজিয়মত পৃথিৱী বিখ্যাত বেবলিয়ান সভ্যতাৰ কিছুমান অট্টালিকাৰ অংশ, কাপোৰ, গহনা, দুষ্প্ৰাপ্য মূৰ্তি দেখা পাইছিলো। বস্তুবোৰ বৰ যতনেৰে ৰখা দেখি আমাৰ দেশৰ মিউজিয়মলৈ মনত পৰিছিল। মিউজিয়মত বস্তু চাই ঘূৰি ফুৰোঁতে, এজন জাৰ্মান ভদ্ৰলোকে ইংৰাজীতে মই ভাৰতীয় হয় নে নহয় সুধিছিল। ভাৰতীয় বুলি কওঁতে কলে "মই দিল্লী, অজন্তা-ইলোৰা গুহালৈ যাওঁতে ভাৰতীয় সংস্কৃতিৰ পৰিচয় পাইছিলো। তোমালোকৰ পুৰণি শিল্প-কলা আৰু ভাস্কৰ্য বহুত উচ্চখাপৰ।" মই সঁচাকৈয়ে খুব গৰ্ব অনুভৱ কৰি তেখেতক ধন্যবাদ জনাইছিলো।

জাৰ্মান থিয়েটাৰ আৰু অপেৰা সঁচাকৈয়ে অতিশয় উচ্চখাপৰ। ড্ৰিচডেন আৰু বাৰ্লিনত থিয়েটাৰ আৰু অপেৰা পৌৰাণিক কাহিনী লৈ ইমান সুন্দৰকৈ ৰূপায়িত কৰে যে ভাষা বুজি নাপালেও তেওঁলোকৰ ভাব-ভংগীতে সকলো বুজিব পাৰি। বাৰ্লিনত বহুত অপেৰা হলৰ ভিতৰত ১৭৪৩ চনত সজা জাৰ্মান ষ্টেট অপেৰা অতি ধুনীয়া আৰু পুৰণি। এখন অপেৰা চাবলৈ বুলি এটা প্ৰফেচৰৰ পৰিয়ালে মোক আবেলি অপেৰা হললৈ নিছিল। হলৰ বাহিৰৰ ডাঙৰ কোঠা এটাত মানুহবোৰে হাতত চাহ, কফি বা বিয়েৰ লৈ থিয় হৈ জুম বান্ধি কথা পাতিছে। প্ৰত্যেক মহিলা খুব ধুনীয়াকৈ সাজি কাচি দীঘল গাউন পিন্ধি হাতত সৰু বেগ লৈ কথা পাতিছে। কিছুমানে হাতত ডাঙৰ মোনা এখন লৈ ক্লোক ৰুমত ( cloak room ) কাপোৰ পিন্ধিবলৈ গৈছিল। বুট জোতা পেণ্ট পিন্ধি পলি টেইল বান্ধি অহা ছোৱালীজনী অলপ পিছতে দীঘল গাউন, হাই হিল জোতা, মুখত ধুনীয়া প্ৰসাধন আৰু চুলিখিনি মেলি দি চিনড্ৰেলাৰ দৰে ওলাই আহি নবাবলবিকৈ কফি

একাপ বিচাৰি গৈছিল। ঠিক সেইদৰে বস্তুতে কামৰপৰা বাহিৰে বাহিৰে অপেৰা হললৈ আহি কাপোৰ সলাইছিল। মই উজ্জ্বল কমলা ৰঙৰ বহল গুণা পাৰিব মেখেলা-চাদৰ এযোৰ পিন্ধিছিলো। বাহিৰত বৰফ পৰিলেও ভিতৰত 'ৰুম হিটাৰ' থকা কাৰণে কোঠাবোৰ গৰম হৈ আছিল। দীঘল কোট, চুয়েটাৰ ক্লক ৰুমত আঁৰি থৈ আহোঁতে বেছিভাগেই মোৰ মেখেলা-চাদৰ যোৰলৈ চাইছিল। প্ৰফেচৰে কেইজনমান প্ৰফেচৰ, শিল্পী আৰু লিখকৰ লগত চিনাকি কৰি দিওঁতে মহিলাসকলে 'অকলে আপোনাৰ গাউনটো বৰ আকৰ্ষণীয়। ওপৰত এইখন কি লৈছে' বুলি সুধিছিল। মই আমাৰ পোছাকৰ বিষয়ে তেওঁলোকক ভালদৰে বুজাই দিয়াৰ পিছত এজনে মেখেলা চাদৰৰ নাম কেইটা লেখি লৈছিল। কমিউনিষ্ট দেশ হলেও আন পশ্চিমীয়া দেশৰ দৰে ইয়াতো চৌখিন পোছাক পিন্ধাটো অপেৰা বা থিয়েটাৰ চাবলৈ যাওঁতে দেখা পাই লণ্ডনৰ পাৰ্টি বা নাচ আদিৰ কথা মনত পৰিছিল। কাৰণ কমিউনিষ্ট দেশ হলেও জাৰ্মানীত এতিয়াও পুৰণি ঐতিহ্য বজাই ৰাখিছে আৰু পুৰণি সংস্কৃতি আৰু কলাক যথেষ্ট সম্মান কৰি সংৰক্ষিত কৰাৰ যত্ন কৰিছে। জাৰ্মানসকলে নিজৰ ঐতিহ্যক লৈ সদায় গৌৰৱ অনুভৱ কৰে।

জাৰ্মানীত সাম্ৰাজ্যবাদৰপৰা মুক্ত হোৱাৰ পিছত উন্মত্ত জনসাধাৰণে ৰজাৰ প্ৰাসাদ আদিত থকা অমূল্য বস্তু, আপুৰুগীয়া শিল্পকলা ভাঙিচিঙি চুৰমাৰ কৰিব খুজিছিল। তেতিয়াৰ সৈন্যবাহিনী মুক্তি যুজাৰু আৰু নেতাসকলে জনসাধাৰণক এই কাম কৰিবলৈ বাধা দিয়াত আজি এই ৰাজপ্ৰাসাদৰ অমূল্য সম্পত্তি আপুৰুগীয়া সম্পদ হৈ আছে। জাৰ্মানী এক যুজাৰু জাতি। ৰাজনৈতিক কাৰণত দুয়োখন দেশ বিভক্ত হলেও তেওঁ-লোকে এক দেশ হোৱাৰ আশা প্ৰকাশ কৰাটো দেখিছিলো। বিশেষকৈ বাৰ্লিনৰ ক্ষেত্ৰত। বাৰ্লিনৰ দেৱালখনে যে তেওঁলোকৰ মনত প্ৰাচীৰ সাজিব পৰা নাই তাকো কেইবাজন ব্যক্তিয়ে কৈছিল। তেওঁলোকে আশা কৰিছিল যে বাৰ্লিনৰ প্ৰাচীৰ ভাঙি এদিন তেওঁলোক একত্ৰিত হব পাৰিব।

জাৰ্মানীত দুমাহ থকাৰ পিছত মোৰ অহাৰ দিন চমু চাপি আহিল।

ত্ৰিশ ডিচেম্বৰত যোৱাৰ দিন ঠিক হোৱাত মোৰ গৃহকৰ্ত্ৰী এড্ৰিনাই সক সক বহুতো বস্তু কিনি উপহাৰ দিছিল। কেইবাখনো বিদায় সভা পাতি মোক ফুলৰ থোপা, কিতাপ আৰু একোটা স্মৃতি চিহ্ন দি তেওঁলোকক মনত পেলাবলৈ অনুৰোধ জনাইছিল। ময়ো ভাৰত আৰু পূব জাৰ্মানীৰ মাজৰ সম্বন্ধ সুদৃঢ় কৰি বিশ্বৰ শান্তিৰ কাৰণে যুটিয়া প্ৰচেষ্টা যাতে দুয়ো দেশৰ জনসাধাৰণে কৰে তাক কওঁতে সকলোৱে খুব হাত চাপৰি বজাইছিল। অন্তৰেৰে তেওঁলোকে যুদ্ধ নিবিচাৰে তেওঁলোকৰ ভবিষ্যতৰ বংশধৰ সকলৰ কাৰণে।

মই অহাৰ সময়ত বাৰ্লিনখন বগা বৰষে ঢাকি পেলোৱাত এখন বগা চাদৰেৰে গোটেইখন ঢাকি থকা যেন লাগিছিল।

অধ্যাপক কা'লে আন্ধাৰত এড্ৰিনাৰ ঘৰৰপৰা মোক নিবলৈ আহোঁতে এড্ৰিনা আৰু ছোৱালীজনীয়ে মোক তলতলৈ আগবঢ়াই থব আহিছিল। আগদিনাখনে মই তেওঁলোকক এয়াৰপৰ্টত যাব নালাগে বুলি কৈছিলো, কাৰণ এড্ৰিনাই ছয়টাতে কামলৈ যাব লাগে। এড্ৰিনাই মোক সাৰুটি দুয়ো গালে দুটা চুমা খাই চিঠি লেখিবলৈ কৈছিল। সঁচাকৈয়ে এসপ্তাহতে এড্ৰিনা আৰু ছোৱালীজনী মোৰ বৰ আপোন হৈ পৰিছিল। ছোৱালীজনীয়ে টুপুককৈ চুমা এটা খাই কৈছিল "তোমাৰ ছোৱালীজনীকো মোৰ মৰম দিবা।" আমাৰ আটাইৰে চকুপানী ওলাইছিল। মানুহৰ মন সকলো ঠাইতে একে হোৱা কাৰণে মৰম, স্নেহ আদিও সকলোতে পোৱা যায়।

এড্ৰিনাহঁতৰপৰা বিদায় লৈ গাড়ীত উঠোঁতে সঁচাকৈয়ে মোৰ মনটো বিষাদেৰে ভৰি পৰিছিল। এয়াৰপৰ্টত কেইবাজনেও ফুলৰ থোপা লৈ মোলৈ বাট চাই আছিল। মস্কোলৈ যোৱাৰ সময় ঘোষণা কৰাৰ লগে লগে মই তেখেতসকলৰপৰা বিদায় লৈ "নিৰাপত্তা এলেকাত" সোমাই উভটি চাওঁতে দেখো দূৰৈত বৈ থকা অধ্যাপক কেইজনে মোক হাত জোকাৰি বিদায় দিছে। আজি পোন্ধৰ দিনৰ চিনাকি মানুহ কেইজনৰপৰা বিদায় লওঁতে চিনাকিৰ এনাজৰীডাল সুদৃঢ় হোৱাটো কামনা কৰিছিলো।

# অষ্ট্ৰেলিয়াৰ বিশ্ববিদ্যালয়—এটা অভিজ্ঞতা

পশ্চিম অষ্ট্ৰেলিয়াৰ ৰাজধানী পাৰ্থত হোৱা এছচিয়েচন অব কমনৱেলথ ইউনিভাৰ্চিটিজৰ সম্মিলন আৰু ১৪তম কমনৱেলথ কংগ্ৰেছত ভাগ লবলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° দেৱপ্ৰসাদ বৰুৱাৰ লগত ময়ো যোৱাৰ সুযোগ পাইছিলোঁ।

অষ্ট্ৰেলিয়া এখন ডাঙৰ দেশ হলেও ইয়াত বিশ্ববিদ্যালয়ৰ সংখ্যা প্ৰায় বিশখন। ভাৰতৰ সকলো মিলি বিশ্ববিদ্যালয়ৰ সংখ্যা প্ৰায় ১৭৬ খন বুলি মই কওঁতে কুইনচলেণ্ডৰ উপাচাৰ্যই অতি আচৰিত হৈছিল। মই কৈছিলো যে আপোনালোকৰ বিশ্ববিদ্যালয় ১৯৫০ চনতহে স্থাপন হৈছে কিন্তু আমাৰ নালন্দা বিশ্ববিদ্যালয় হাজাৰ বছৰৰ আগতে প্ৰতিষ্ঠা হৈছিল। অৱশ্যে আধুনিক বিশ্ববিদ্যালয়সমূহ ১৮৫৪ চনৰপৰাহে বৃটিছৰ ৰাজত্বৰ সময়ত স্থাপন হৈছিল। কুইনচলেণ্ডৰ উপাচাৰ্যই কৈছিল ১৯০১ চনত কমনৱেলথ অব অষ্ট্ৰেলিয়া স্থাপন হোৱাৰ আগতে চিদনী বিশ্ববিদ্যালয় ১৮৫০ চনত, মেলবৰ্ণ বিশ্ববিদ্যালয় ১৮৫৩ আৰু এডলেইড বিশ্ববিদ্যালয় ১৮৭৪ চনত আৰু ১৮৯০ চনত টাচমানিয়া বিশ্ববিদ্যালয় অক্সফৰ্ড, কেমব্ৰিজ বা লণ্ডন বিশ্ব-বিদ্যালয়ৰ আহিত স্থাপন কৰা হৈছিল। কিন্তু ১৯০১ চনৰ পিছত স্থাপন হোৱা বিশ্ববিদ্যালয়সমূহে বিশেষকৈ বিশ্ব যুদ্ধৰ পিছত আমেৰিকাৰ আহি লবলৈ যত্ন কৰিছে। যেনে ১৯২৯ চনত ফেডাৰেল অৰ্ডিনেন্সৰদ্বাৰা কেনবেৰা ইউনিভাৰ্চিটি-কলেজ স্থাপন কৰি মেলবৰ্ণ বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ বাবে তাৰদ্বাৰা মনোনীত পাঠ্যক্ৰম গ্ৰহণ কৰি ছাত্ৰ-ছাত্ৰীক শিক্ষা দিয়াৰ দায়িত্ব দিয়ে। কেন্দ্ৰীয় অনুদান গ্ৰহণ কৰি ইয়াত আঞ্চলিক ভিত্তিত স্থানীয় ল'ৰা-ছোৱালীক উচ্চ শিক্ষা দিয়াৰ প্ৰয়াস কৰিছিল। সেই দৰে ১৯৩৮ চনত চিদনী বিশ্ববিদ্যালয়ৰ অংশ হিচাপে নিউ চাউথ ৱেলচৰ আৰমিডেল নামে ঠাইত ইউনিভাৰ্চিটি কলেজ অব নিউ ইংলেণ্ড স্থাপন কৰা

হৈছিল। আমেৰিকাৰ এটা বিশ্ববিদ্যালয়ৰ কেইবাটাও চৌহদ থকাৰ দৰে ইয়াৰো বিশ্ববিদ্যালয় বিস্তৃত হৈ থকাৰ কাৰণে স্থানীয় অভাৱ পূৰাবলৈ বিশ্ববিদ্যালয় কলেজ স্থাপন কৰা হৈছে। অষ্ট্ৰেলিয়াৰ দৰে ডাঙৰ দেশ এখনত প্ৰায় বিশখন বিশ্ববিদ্যালয়ে গোটেই অঞ্চলৰ অভাৱ পূৰণ কৰিব নোৱাৰে। তাৰ উপৰি বিশ্ববিদ্যালয়সমূহ সমানভাৱে বিস্তৃত নহয়। যেনে নিউ চাউথ ওৱেলচত মাত্ৰ দুটা বিশ্ববিদ্যালয় থাকিলেও চাউথ অষ্ট্ৰেলিয়া ৰাজ্যৰ এডেলেইডত মাত্ৰ দুটা বিশ্ববিদ্যালয় আৰু ৱেষ্টাৰ্ণ অষ্ট্ৰেলিয়াত তিনিটা বিশ্ববিদ্যালয় আছে।

প্ৰথমে বিশ্ববিদ্যালয়সমূহ ব্যক্তিগত দান, ৰাজ্যৰ অনুদান আৰু ছাত্ৰৰ মাচুলেৰে চলাৰ কাৰণে বিশ্ববিদ্যালয়ৰ আয় সীমিত আছিল। গৱেষণাতকৈ বিশ্ববিদ্যালয়ে বিশেষজ্ঞ যেনে ডাক্তৰ, ইঞ্জিনীয়াৰ, উকীল, শিক্ষক আৰু বিজ্ঞান আৰু কলা বিভাগৰপৰা কৃতী ছাত্ৰ-ছাত্ৰীক প্ৰশিক্ষণ দিয়াৰ ওপৰত গুৰুত্ব দিছিল। শিক্ষা ৰাজ্য চৰকাৰৰ দায়িত্ব হলেও ১৯৪৫ চনত ৰাজ্য চৰকাৰক উচ্চ শিক্ষাত আৰ্থিকভাৱে সহায় কৰিবলৈ ফেডাৰেল আইনৰ দ্বাৰা কমনৱেলথ অফিচ অব এডুকেচন বুলি এটা বিভাগ খুলিলে, য'ত কমনৱেলথে ৰাজ্য চৰকাৰক বিশ্ববিদ্যালয়ৰ বাবে বিশেষ অনুদান দিয়াৰ উপৰিও বিভিন্ন প্ৰশিক্ষণৰ ব্যৱস্থা কৰাৰ আঁচনি লৈছিল। ১৯৫৩ চনৰ পৰা কমনওৱেলথ অফিচে ৰাজ্য বিশ্ববিদ্যালয়সমূহলৈ অনুদান দিয়াৰ ব্যৱস্থা হাতত লোৱাৰ কাৰণে বিশ্ববিদ্যালয়সমূহৰ অৰ্থনৈতিক অৱস্থা বহুত উন্নত হৈছিল।

অষ্ট্ৰেলিয়াৰ বিশ্ববিদ্যালয়সমূহৰ মাজত সমন্বয় সৃষ্টি কৰিবলৈ আৰু বৌদ্ধিক দিশৰ মান উন্নত কৰিবলৈ এক সংযোগকাৰী অনুষ্ঠান অষ্ট্ৰেলিয়ান ইউনিভাৰ্চিটি কমিছন ১৯৫৮ চনত স্থাপন কৰে। এসময়ত অষ্ট্ৰেলিয়াত বিশ্ববিদ্যালয় কম থকাৰ কাৰণে ছাত্ৰ-ছাত্ৰীৰ ভৰ্ত্তিকৰণো বৰ কঠোৰ আছিল। ১৯৫৭ চনৰ প্ৰধান মন্ত্ৰী মেনজিচে পতা মুৰে কমিটীৰ অনুমোদনৰ পিছত অষ্ট্ৰেলিয়াত কেইবাটাও বিশ্ববিদ্যালয় স্থাপন কৰা হয়। আমেৰিকাৰ বিশ্ববিদ্যালয়ৰ চৌহদৰ দৰে স্থানীয় অভাৱ পূৰণ কৰিবলৈ কিছুমান ঠাইত বিশ্ববিদ্যালয় কলেজ স্থাপন কৰা হয়। ইয়াৰ উপৰিও ১৯৬০ৰ পিছত

কলেজ অব এডভান্স এডুকেচন বুলি কিছুমান কলেজ খুলিছিল, য'ত সকলো বিষয়ৰ শিক্ষক প্ৰশিক্ষণৰ ওপৰত গুৰুত্ব দিছিল। ৰাজ্য চৰকাৰৰ বিশ্ব-বিদ্যালয় পতাৰ অধিকাৰ থাকিলেও বহুত ক্ষেত্ৰত কমনৱেলথে বান্ধি দিয়া নীতি-নিয়ম বিশ্ববিদ্যালয়ে মানিব লগীয়া হয়। বিশ্ববিদ্যালয়ৰ স্বায়ত্ত শাসনত কমনৱেলথে হস্তক্ষেপ নকৰিলেও অনুদান দিয়াৰ সময়ত বান্ধি দিয়া চৰ্তবোৰে বিশ্ববিদ্যালয়ৰ স্বাধীনতা সীমিত কৰে বুলি কেইজনমান শিক্ষাবিদে কৈছিল। অৱশ্যে এতিয়া ৰাজ্য চৰকাৰে আইনৰদ্বাৰা বিশ্ব-বিদ্যালয় স্থাপন কৰিব পাৰে। পাৰ্থৰ ইনষ্টিটিউট অব টেকনলজীক কাৰ্টেইন ইউনিভাৰ্চিটি অব টেকনলজীলৈ ৰূপান্তৰ কৰি ১৯৮৭ চনত স্থাপন কৰে।

অষ্ট্ৰেলিয়াৰ পশ্চিম প্ৰান্তৰ ৰাজ্য ৱেষ্টাৰ্ণ অষ্ট্ৰেলিয়াৰ ৰাজধানী পাৰ্থ লৈ আহোঁতে আমাক যি বিশ্ববিদ্যালয়ৰ কলেজত ৰাখিবলৈ আনিলে তাৰ নাম হ'ল ইউনিভাৰ্চিটি অব ৱেষ্টাৰ্ণ অষ্ট্ৰেলিয়া। এই বিশ্ববিদ্যালয়টো চাওঁতে অক্সফৰ্ড আৰু কেমব্ৰীজৰ ঘৰবোৰলৈ মনত পৰিছিল, কাৰণ ভাস্কৰ্যৰ ফালৰ পৰা বহুতখিনিত সাদৃশ্য দেখা গৈছিল।

চোৱান নদীৰ পাৰত অৱস্থিত এই বিশ্ববিদ্যালয়টোৰ ৰোমানেক্স অৰ্থাৎ পুৰণি ভাস্কৰ্যৰে সজা ঘৰবোৰ দেখিলে ১৯৩২ চনত সজা যেন নালাগে। এই বিশ্ববিদ্যালয়টো ১৯১৩ চনত উইনথ্ৰপ হেকেট নামৰ এজন দূৰদৰ্শী নেতাৰ অহোপুৰুষাৰ্থত স্থাপন হৈছিল অতি কম সুবিধা আৰু সম্বলেৰে। ইয়াৰ বিশেষ বৈশিষ্ট্য আছিল যে ইয়াত কোনো ছাত্ৰ-ছাত্ৰীৰপৰা ১৯৬০ চনলৈ ফিজ লোৱা নাছিল। অৱশ্যে অষ্ট্ৰেলিয়াৰ বিশ্ববিদ্যালয়ত আমেৰিকাতকৈ ফিজৰ নিৰিখ কম। চোৱান নদীৰ কাষেৰে মূল পথ হেকেট নম্বৰ একত সোমাওঁতে হেকেট মেমৰিয়েল হল, আইন ছচিয়েল ছায়েন্স, আৰ্টচ বিল্ডিং, কাফেটেৰিয়া, লাইব্ৰেৰী আদি পোৱা যায়। ধুনীয়া সুৰক্ষিত ডাঙৰ পথাৰ এখনৰ দুয়োফালে এই ঘৰবোৰ আৰু বাগিচা আৰু কাৰবে সংলগ্নকাৰী বঙা ইটাৰ পথ। এই পথেৰে খোজ কাঢ়ি পুবলৈ আহিলে বিশ্ববিদ্যালয়ৰ প্ৰকৃত কাৰ্যালয় উইনথ্ৰপ হল আৰু প্ৰশাসনীয় কাৰ্যালয় পোৱা যায়। মাজত এখন প্ৰকাণ্ড পুৰণিকলীয়া দুৱাৰেৰে

সংলগ্ন এই দুটা অট্টালিকাৰ এই ঘৰটো সম্পূৰ্ণ পুৰণিকলীয়া ভাস্কৰ্যৰে সজা। আমাৰ লগত যোৱা প্ৰদৰ্শিকা, আইনৰ ছাত্ৰী গৰাকীয়ে কৈছিল যে এইটো ভূমধ্যসাগৰীয় ৰোমানেস্ক ভাস্কৰ্যৰ আৰ্হিত সাজিছে। ৫০ মিটাৰ ওখ ঘড়ী স্তম্ভটোৰে সৈতে সজা ৰঙা টাইলচৰ ওপৰৰ চাল আৰু পাতল শেতা হালধীয়া ৰঙৰ বেৰ ওখ আট্টালিকা কেইটা বহুত দূৰৈৰপৰা চকুত পৰে; বিশেষকৈ ঘড়ীৰ স্তম্ভটো। কাষে কাষে থকা ইটালীয় মোজেইক চোতাল আৰু ঢকা বাৰান্দা আৰু উইনথ্ৰপ হল আৰু প্ৰশাসনীয় অফিচক সংলগ্ন কৰা প্ৰকাণ্ড পুৰণিকলীয়া গেটখনে ঘৰবোৰৰ সৌন্দৰ্য বৃদ্ধি কৰিছে। উইনথ্ৰপ হলৰ ভিতৰত কমনওৱেলথ কনফাৰেন্সৰ অভ্যৰ্থনা খবৰ দিয়া, বস্তু দিয়া, প্ৰাথমিক চিকিৎসা কৰা আদি বিভিন্ন বিভাগ খুলি বিদেশী অতিথিসকলক সোধপোচ কৰিছে। এই বিশ্ববিদ্যালয়ৰ আকৰ্ষণীয় বস্তু কেৱল উইনথ্ৰপ হল, ৰিড লাইব্ৰেৰী, চাকেন গাৰ্ডেন বা অষ্টগান থিয়েটাৰ নহয়—উইনথ্ৰপ হলৰ আগত থকা হুইটফেল্ড কৰ্টখন অৰ্থাৎ সেউজীয়া বনেৰে সংৰক্ষিত পথাৰখন চকুত লগা। পথাৰৰ কাষত আছে পদুমৰ সৈতে সৰু পুখুৰী, কাষত গোলাপৰ বাগিচা আৰু সন্মুখত ডাঙৰ বাগিচা।

এদিন প্ৰায় ৮০০ জনমান অংশগ্ৰহণকাৰীক এছিয়ান ৰেংকুৰেট দিওঁতে লণ্ডন বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আৰু তেখেতৰ পত্নী ডঃ ফ্লাওৱাৰ আৰু মিছেছ ফ্লাৱাৰক লগ পাই কথা পাতোঁতে কথা প্ৰসংগত মই যে লণ্ডন বিশ্ববিদ্যালয়ত আছিলো তাক ক'লোঁ। তেওঁলোকে আনন্দতে মোক লণ্ডনৰ পুৰণা ছাত্ৰী বুলি কেইবাজনৰ আগত চিনাকি কৰি দিলে। মই ১৯৮৬ চনত পেৰিছৰপৰা লণ্ডনলৈ আহোঁতে ইনষ্টিটিউটলৈ যোৱাৰ কথা ক'লোঁ আৰু বহুত পৰিবৰ্তনৰ মুৰতো লণ্ডনৰ বেছিভাগ ঠায়ে যে একে আছে তাক ক'লোঁ। তেওঁ হাঁহি ক'লে, "এৰা ইনষ্টিটিউটটো দেখাত একে আছে যদিও, ভিতৰি কিন্তু বহুতো আধুনিক সুবিধা আৰু পাঠ্যক্ৰমৰ ব্যৱস্থা কৰা হৈছে।"

এই বিশ্ববিদ্যালয়ত ৯৬০০ ছাত্ৰ আৰু ২২৪৭ জন শিক্ষকেৰে সৈতে দহোটা ফেকাল্টি আছে, য'ত কেবাশ পাঠ্যক্ৰম প্ৰৱৰ্তন কৰা হৈছে।

গবেষণাৰ বাবে প্ৰায় ৩০ মিলিয়ন ডলাৰ বছৰি খৰচ কৰে। গবেষণাৰ যোগেৰেই বেয়া মাটিতো নতুন পদ্ধতিৰে খেতি কৰি উন্নত ফচল উৎপন্ন কৰাৰ কৌশল বাহিৰ কৰিছে।

ইয়াৰ চিকিৎসা, ইলেক্‌ট্ৰনিক্স, বিজ্ঞান আৰু প্ৰযুক্তি বিজ্ঞানৰ অৱদান লেখত লবলগীয়া। আমাৰ লগত যোৱা জেন বোলা ভলন্টিয়াৰ গৰাকীয়ে কৈছিল যে ইয়াৰ আটাইতকৈ ডাঙৰ ৰিড লাইব্ৰেৰীত ৭৫০,০০০ কিতাপ, মেগাজিন আদি থকাৰ বাহিৰেও কম্পিউটাৰৰ বিস্তৃত ব্যৱহাৰৰ বাবে বিভিন্ন ধৰণৰ কম্পিউটাৰ আছে। এই লাইব্ৰেৰীটোক লৈ এওঁলোকে খুব গৰ্ব কৰা দেখা যায়। আমি যোৱা টেক্সিৰ ড্ৰাইভাৰজনে কৈছিল যে চিডনীত জনসংখ্যা ৪.৩ মিলিয়ন, কিন্তু ৰাজহুৱা লাইব্ৰেৰীত ৪.৫ মিলিয়ন কিতাপ আছে। ড্ৰাইভাৰজনে সপ্তাহত এদিনকৈ লাইব্ৰেৰীলৈ আহে, কিন্তু শনি-ৰবিবাৰে প্ৰায়ে নিজৰ যন্ত্ৰৰ নাও লৈ সাগৰত ফুৰিবলৈ যায়।

পাৰ্থত আন এটা নতুনকৈ হোৱা বিশ্ববিদ্যালয় হৈছে মাৰডক বিশ্ববিদ্যালয়। ১৯৭৫ চনত স্থাপিত হোৱা এই বিশ্ববিদ্যালয়ে আমেৰিকাৰ দৰে প্ৰায় ৪০০ পাঠ্যক্ৰম প্ৰাক স্নাতক আৰু স্নাতকোত্তৰ শ্ৰেণীত প্ৰবৰ্তন কৰিছে। দুশ,বিশ হেক্টৰ মাটিত ষাঠি হাজাৰ বিভিন্ন ধৰণৰ ৰোৱা গছ-গছনিৰ এক ধুনীয়া পৰিবেশত পাঁচ হাজাৰ ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰে। ইয়াত সাতশ বাইশ জন শিক্ষকে অধ্যাপনা কৰে। ইয়াত ব্যক্তিগত শিল্পানুষ্ঠান আৰু চৰকাৰে প্ৰয়োগ আৰু মূল বৈজ্ঞানিক গবেষণাৰ কাৰণে প্ৰায় ৭.৫ মিলিয়ন ডলাৰ বছৰি খৰচ কৰে। ইয়াত এছিয়ান ষ্টাডিজ, কম্পিউটাৰ ছায়েন্স, বিজ্ঞান আৰু ধাতুজ বিজ্ঞানত বিশেষ ধৰণৰ গৱেষণাৰ সুবিধা আছে।

কুইন্সলেণ্ডৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্যই মই চোৱান নদীৰ আৰু ইয়াৰ বিশ্ববিদ্যালয়ৰ সৌন্দৰ্য প্ৰশংসা কৰোঁতে তেওঁ কৈছিল যে কুইন্সলেণ্ড বিশ্ববিদ্যালয়ো ব্ৰিচবেন নদীৰ পাৰত অৱস্থিত এখন পুৰণি আৰু ডাঙৰ বিশ্ববিদ্যালয়। ১৯১০ চনত স্থাপিত এই বিশ্ববিদ্যালয়ত ১৮০০০ ছাত্ৰ আৰু ৩,৭০০ শিক্ষকৰ সৈতে ষাঠিটা বিভাগ, তেৰটা ফেকাল্টি আৰু কেইবাটাও বিশেষ শিক্ষাৰ কেন্দ্ৰ আছে, য'ত পাঠদান আৰু গৱেষণা দুয়োটাৰে সুবিধা

আছে। প্ৰফেচৰ উইলচন আৰু তেওঁৰ পত্নীয়ে আমাক কুইন্সলেণ্ডলৈ নিমন্ত্ৰণ জনাওঁতে আমি ইয়াৰ পিছৰ বাৰ পাৰিলে আহিম বুলি কৈছিলো। তেওঁ কৈছিল যে চেইণ্ট লুচিয়া চৌহদৰ বাহিৰেও চহৰৰ বিভিন্ন ঠাইত দাঁতৰ, কৃষি বিষয়ক চিকিৎসা, পশু-চিকিৎসা, বতৰৰ ফাৰ্ম, ধাতু গবেষণাগাৰ আদি কৰি কেইবাটাও বিভাগ আছে।

অষ্ট্ৰেলিয়াৰ বিশ্ববিদ্যালয়ত বিভিন্ন বিভাগত গৱেষণাৰ উন্নতিৰ কাৰণে আৰু সেইবোৰ প্ৰকৃতক্ষেত্ৰত ব্যৱহাৰৰ কাৰণে কমনৱেলথ চৰকাৰ, অষ্ট্ৰেলিয়ান ৰিচাৰ্চ স্কীম, নেচনেল হেল্থ এণ্ড মেডিকেল ৰিছাৰ্চ কাউন্সিল আৰু বিভিন্ন ব্যক্তিগত শিল্পানুষ্ঠান আদিয়ে আৰ্থিক অনুদান আগবঢ়ায়। বিশ্ববিদ্যালয়সমূহৰ আৰ্থিক অসুবিধা নথকাৰ কাৰণে উন্নতমূলক কামত আৰু গবেষণাত নতুন আঁচনি লব পাৰে। চিদনী বিশ্ববিদ্যালয়ত ২১৮ মিলিয়ন ডলাৰ বছৰি খৰচ কৰে আৰু গৱেষণাতে ৩১.৪ মিলিয়ন ডলাৰ ১৯৮৬ চনত খৰচ কৰিছিল। সেইদৰে মেলবৰ্ণ বিশ্ববিদ্যালয়ত ১৯০ মিলিয়ন ডলাৰ ১৮,০০০ ছাত্ৰ-ছাত্ৰীৰ বাৰটা ফেকাল্টিত খৰচ কৰে।

প্ৰত্যেক বিশ্ববিদ্যালয়তে জোপোহা গছ, ওখ গছ বিশেষকৈ ইউক্লিপটাচ, অষ্ট্ৰেলিয়ান খৃষ্টমাছ গছ, জৰা কাৰি আদি বিভিন্ন ধৰণৰ গছ সৌন্দৰ্য বৃদ্ধি কৰিবলৈ আৰু ছাঁ দিবলৈ অট্টালিকা আৰু ৰাস্তাৰ চাৰিওফালে ৰোৱা হৈছে। বিভিন্ন ফুলৰ সমাৰোহ বিশেষকৈ গোলাপ চাৰিওফালে দেখিবলৈ পোৱা যায়। ওৱেষ্টাৰ্ন অষ্ট্ৰেলিয়াৰ 'ছাঙেকন গাৰ্ডেন'খন ফুল, গছ-গছনিৰে ধুনীয়াকৈ সজাই তুলিছে। ইয়াত ভিতৰ আৰু বাহিৰত থিয়েটাৰ হল কেইবাটাও আছে। ইয়াৰ ভিতৰত অষ্টাগম থিয়েটাৰ আৰু নিউ ফৰচুন থিয়েটাৰ বিখ্যাত। মাজত ষ্টেজ বাঁধি চাৰিওফালে থকা ঘৰৰ বাৰাণ্ডাৰপৰা চাব পৰাকৈ এলিজাবেথৰ সময়ৰ থিয়েটাৰৰ আৰ্হিত সজা এই থিয়েটাৰ হেনো অষ্ট্ৰেলিয়াত প্ৰথম।

অষ্ট্ৰেলিয়াৰ প্ৰায়বোৰ বিশ্ববিদ্যালয়ত সমাজৰ লগত যোগাযোগ ৰাখিবলৈ কিছুমান সেৱা প্ৰৱৰ্তন কৰিছে। ওৱেষ্টাৰ্ণ অষ্ট্ৰেলিয়াৰ বিশ্ববিদ্যালয়ত 'পাৰ্থ ফেচটিভেল' বুলি এক ডাঙৰ উৎসৱ হয়, য'ত পাৰ্থৰ

বিভিন্ন অনুষ্ঠান আৰু ব্যক্তিয়ে বিশ্ববিদ্যালয়ৰ চৌহদত উৎসৱৰ আয়োজন কৰে। আমি থকাৰ সময়তে উৎসৱৰ আয়োজন কৰা দেখি আমি তেওঁলোকক ইয়াৰ বিষয়ে সুধিছিলো। তেওঁলোকে কৈছিল যে ১৯৩২ চনৰপৰা এই উৎসৱ আৰম্ভ হওঁতে বিভিন্ন কাৰ্যসূচী বিশেষকৈ আমোদ-প্ৰমোদৰ হাতত লৈছিল। এতিয়া পাঁচটা বা ছয়টা কাৰ্যসূচী বিভিন্ন বিভাগত একেলগে চলে।

৩৬তম বছেৰেকীয়া ফেষ্টিভেল অব পাৰ্থত ১২ ফেব্ৰুৱাৰীৰপৰা ৬ মাৰ্চলৈ ইমান দিন কি কি হব সোধোতে এগৰাকী মহিলাই ক'লে যে ই চাবলৈ গলে এখন আন্তৰ্জাতিক উৎসৱ, কাৰণ ইয়াত বিভিন্ন দেশৰ বিভিন্ন অনুষ্ঠানে যোগদান কৰে। ইয়াক গণ সংযোগ আহিলা বুলিও কব পাৰি কাৰণ ইয়াত পাৰ্থৰ জনসাধাৰণেই নহয়, আন ঠাইৰ মানুহো নিসংকোচে বিশ্ববিদ্যালয়লৈ আহি এই উৎসৱ উপভোগ কৰিব পাৰে। কমনওৱেলথ কনফাৰেন্সৰ ৰিচেপচনৰ মহিলা এগৰাকীয়ে মোৰ লগত চাহ খাওঁতে কৈছিল যে এই উৎসৱত 'মহাভাৰত' ৯ ঘণ্টা ধৰি অৰ্থাৎ গধূলিৰপৰা পুৱালৈ ৰূপায়ণ কৰিব। ১৩ ফেব্ৰুৱাৰীত প্ৰদৰ্শন কৰিব লগা মহাভাৰতৰ এই থিয়েটাৰ পেৰিচৰ পিটাৰ ব্ৰুক আৰু চেণ্টাৰ ফৰ ইণ্টাৰ নেচনেল থিয়েটাৰৰ ডিৰেক্টৰ আন্তৰ্জাতিক-খ্যাত ৰিটাৰব্ৰুক আগতে ৰয়েল ছেক্সপিয়েৰ থিয়েটাৰত আছিল। ১৯৭০ চনত পেৰিচত নিজৰ থিয়েটাৰৰ কেন্দ্ৰ খুলি 'ডি কনফাৰেন্স অব বৰ্ড', 'ডি হৰ্ক', 'কামেন' আদি থিয়েটাৰ কৰি বিখ্যাত হৈ উঠিছিল। অতি কমেও পোন্ধৰ বছৰ ধৰি হেনো মহাভাৰতক খণ্ড খণ্ড কৰি তিনিটা ভাগত ভগাই ৯ ঘণ্টাত দেখুৱাৰ ব্যৱস্থা কৰিছে। প্ৰথম খণ্ড হব ডবা খেল, দ্বিতীয় বনবাস আৰু তৃতীয় যুদ্ধ। আন ঠাইত দেখুৱাওতে সমালোচকে এইখন তেওঁৰ শ্ৰেষ্ঠ থিয়েটাৰ বুলি কৈছিল। পাৰ্থৰ মানুহে হেনো মহাভাৰত খুব হেঁপাহেৰে চাবলৈ বাট চাই আছে।

ইয়াত নৃত্য, গীত থিয়েটাৰ আৰু খেল ধেমালিৰ বাহিৰেও আদিবাসী সকলৰ হস্তশিল্পৰ প্ৰদৰ্শনীৰ ওপৰত বেছি গুৰুত্ব দিয়ে। ফ্ৰিমেণ্টাল নামে এখন ঠাইলৈ আমাক লৈ যাওঁতে তাত আদিবাসীসকলে প্ৰস্তুত কৰা বাদ্যযন্ত্ৰ, কাপোৰ, চামৰাৰ বস্তু, মাটিৰ বস্তু, মোমৰ বিভিন্ন সামগ্ৰী আদি

দেখুৱাইছিল কেইবাখনো দোকানত আদিবাসী শিল্পীক লগ পাই তেওঁলোকে কেনেকৈ সেইবোৰৰ ঐতিহ্য বজাই ৰাখিছে তাক সুধিছিলো। আদিবাসীৰ সংস্কৃতিৰ সংৰক্ষণৰ ওপৰত গুৰুত্ব দিয়াৰ কাৰণে চৰকাৰ আৰু বিশ্ববিদ্যালয় বিশেষ বিভাগেই খুলিছে। এছিয়াৰ ওচৰত থকাৰ কাৰণে বহুত বিশ্ববিদ্যালয়ে 'এচিয়ান ষ্টাডিজ' খোলাৰ উপৰিও গ্ৰীষ্ম বন্ধত গ্ৰীষ্মকালীন পাঠ্যক্ৰম আৰু বিভিন্ন সেৱা আগবঢ়ায় আৰু তাৰৈ হংকং, চিংগাপুৰ ভিয়েটনাম, চীন, জাপান আদি বিভিন্ন দেশৰ ল'ৰা-ছোৱালী শিক্ষা লবলৈ আহে। ইয়াত জনসংখ্যা কম, মানুহৰ আৰ্থিক অৱস্থা উন্নত আৰু প্ৰাকৃতিক সম্পদো যথেষ্ট থকাৰ কাৰণে আমাৰ দেশৰ দৰে বহুতো সমস্যাৰ সম্মুখীন হবলগীয়া হোৱা নাই। শিক্ষা বাধ্যতামূলক হোৱাৰ কাৰণে মানুহ শিক্ষিত হৈ নিজৰ উপাৰ্জনৰ বাট মোকলাইছে। তদুপৰি শ্ৰমৰ সমমৰ্যাদা এওঁলোকে দিব পাৰিছে।

বৰ্তমান বিশ্ববিদ্যালয়সমূহত আমেৰিকাৰ বিশ্ববিদ্যালয়ৰ প্ৰভাৱ যথেষ্ট পৰিছে যাৰ ফলত এতিয়া সমাজ আৰু সংস্থানৰ প্ৰয়োজনীয় বিষয় শিকোৱাৰ ওপৰত বেছি গুৰুত্ব দিয়ে। বিভিন্ন বিভাগৰ লগত সম্বন্ধ ৰাখি বহুমুখী বহু প্ৰয়োগকামী গৱেষণাই প্ৰাধান্য পাইছে।

মনাচ বিশ্ববিদ্যালয়ৰ গৱেষণাৰদ্বাৰা টেষ্ট টিউব শিশুৰ জন্মৰ সাফল্য লাভ কৰাটো পৃথিৱীখ্যাত, যাৰ বাবে বহুতো সমালোচনা হৈছিল বিশেষকৈ নৈতিকতাৰ ফালৰপৰা। ইয়াৰ বাবে ইয়াত চেণ্টাৰ ফৰ হিউমেন বাইঅ'এথিক্স' বুলি এটা কেন্দ্ৰই খুলিছিল। ইয়াৰ বিশ্ব-বিদ্যালয়বোৰ একোটা বিশেষ উদ্দেশ্য লৈ স্থাপন হৈছিল। যেনে নিউ আৰু চউথ বিশ্ববিদ্যালয় ( প্ৰযুক্তি বিদ্যা ) বিজ্ঞানৰ চৰ্চাৰ ওপৰত গুৰুত্ব দিছিল। অভিযান্ত্ৰিক বিজ্ঞান, ভাস্কৰ্য, চিকিৎসা আৰু বাণিজ্য আদি 'ফেকাল্টি' স্থাপিত কৰিছিল। কেনবেৰাত স্থাপিত 'ডি অষ্ট্ৰেলিয়ান নেচনেল ইউনিভাৰচিটি' কেৱল গৱেষণাৰ কাৰণে ১৯৪৫ চনত স্থাপন কৰিছিল আৰু ভূ-বিজ্ঞান প্ৰশান্ত সাগৰীয় বিদ্যাৰপৰা আৰম্ভ কৰি বিভিন্ন বিজ্ঞানত গৱেষণা কৰাৰ সুচল আৰু সুবিধা দিয়া হৈছে। নৰ্থ কুইচলেণ্ডৰ জেমচ কুক বিশ্ববিদ্যালয়ে আন বিষয়ৰ উপৰিও আদিবাসী আৰু দ্বীপবাসীৰ শিক্ষণ-

প্ৰশিক্ষণৰ বিস্তৃত কাৰ্যক্ৰম গ্ৰহণ কৰিছে। কেইবাটাও বিশ্ববিদ্যালয়ত 'এচিয়ান ষ্টাডিজ' বুলি একোটা বিভাগ আছে য'ত এচিয়াৰ ৰাজনৈতিক, আৰ্থিক, সামাজিক দিশৰ ওপৰত গৱেষকে গৱেষণা কৰি আছে। এচিয়াৰ বিভিন্ন দেশৰপৰা বৃত্তি লৈ কেইবাজনো গৱেষকে ইয়াত কাম কৰি আছে। নতুন বিশ্ববিদ্যালয়সমূহে প্ৰয়োগমূলক গৱেষণাৰ ওপৰত অধিক গুৰুত্ব দিছে।

# নিউইয়র্ক আৰু এক্ৰন

১৯৮৭ চনত বাৰ্কলেৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ত ভিজিটিং ছিনিয়ৰ ফেল' হিচাপে তিনিমাহ কাল কটোৱাৰ পিছত ঘৰলৈ উভতি আহি ১৯৯০ চনত নিউইয়ৰ্কত হবলগীয়া আন্তৰাষ্ট্ৰীয় আন্তঃ বিভাগীয় মহিলা কংগ্ৰেছৰ নিমন্ত্ৰণী পত্ৰ পালোঁ। পৰিকল্পনা কৰি দুবছৰৰ আগতেই নিমন্ত্ৰণী পত্ৰ পঠিয়ালেও মই তেতিয়া নিজেই পৰিকল্পনা কৰিব পৰা নাছিলোঁ নিজৰ যোৱাৰ বিষয়ে। ১৯৮৮ চনৰ ফেব্ৰুৱাৰী মাহত মোৰ স্বামী ডঃ দেৱপ্ৰসাদ বৰুৱাৰ লগত ছিদ্‌নী হৈ পাৰ্থলৈ যাবলগীয়া হোৱাত মই কংগ্ৰেছত যোগদান কৰাৰ কথা ভবাই নাছিলোঁ। ১৯৮৮ চনৰ শেষৰ ফালে আৰু ১৯৮৯ চনত পুনৰ কংগ্ৰেছে চিঠি দি মোৰ সঁহাৰি বিচৰাত মই যাম বুলি উত্তৰ দিয়াৰ উপৰিও ছয় মাহমান খাটি মোৰ গৱেষণা পত্ৰখন পঠিয়ালোঁ।

বিনামেঘে বজ্ৰপাত পৰাৰ দৰে মই যোৱাৰ তিনি মাহমানৰ আগতে আমাৰ একমাত্ৰ আদৰৰ ছোৱালী মণিকুন্তলাৰ আকস্মিক মৃত্যুৱে আমাৰ জীৱনলৈ বিপৰ্যয় আনিলে। যি সামাজিক আৰু পাৰিবাৰিক পৰিস্থিতিত পৰি এই প্ৰতিভাশালী ছোৱালীজনীয়ে মৃত্যু বৰণ কৰিলে তাক কোনো মতেই মানিব নোৱৰাত আমি ভাঙি পৰিছিলোঁ। অন্যায়ৰ বিৰুদ্ধে সাহসেৰে যুঁজি নিজৰ বৃত্তিত প্ৰতিষ্ঠা কৰা ছোৱালীজনীৰ আত্ম-বিশ্বাস আৰু সাহস দেখি তাইৰ সান্নিধ্যলৈ অহা সকলোৱে প্ৰশংসা কৰিছিল। বড়ো নাচ আৰু দুখন মান ডকুমেণ্টৰী ফিল্মৰ নিৰ্মাণ কাৰ্যত তাইৰ ব্যস্ততা আৰু স্বতঃস্ফূৰ্ত সৃজনীশীল চিন্তাৰ প্ৰকাশ দেখি আমি ভাবিবই পৰা নাছিলোঁ যে তাইৰ গহন মনত তাইৰ প্ৰতি কৰা অন্যায়ে ইমান গভীৰভাৱে চাপ বহুৱাইছিল। অনুভূতি প্ৰৱল এক শিল্পীয়ে দুৰন্ত অভিমান কৰি যে নিজ প্ৰতিভাৰ সমাধি ৰচিলে তাক ভবাতকৈ মোৰ অতি আদৰৰ সন্তানক হেৰুৱালোঁ সেইটোৰ বেদনাহে প্ৰৱল হৈছিল। নিজ সন্তানক বিসৰ্জন

দিবলগীয়া হোৱাটো পিতৃ-মাতৃৰ বাবে কিমান বেদনাদায়ক তাক মৰ্মে মৰ্মে অনুভৱ কৰিব ভুক্তভোগীয়ে। এনেকুৱা অৱস্থাত কংগ্ৰেছত যোগদান কৰাটো চিন্তাৰ বাহিৰত থাকিলেও মোৰ সম্বন্ধীয়া আৰু শুভাকাংক্ষীসকলে খুব জোৰ দিলে মোৰ যোগদানৰ ওপৰত। মোৰ স্বামী আৰু পুত্ৰই মনটো পাতলাবলৈ মোৰ যোৱাৰ ওপৰত গুৰুত্ব দিলে। তেওঁলোকেই যোৱাৰ বন্দৱস্ত কৰি মোৰ মন স্থিৰ কৰিবলৈ অনুৰোধ জনালে। শেষত মই সম্মতি জনাবলৈ বাধ্য হলোঁ।

এক জুনত দিল্লীৰ এয়াৰপৰ্টত ৰাতিপুৱা সাতটাত এৱাৰ ইণ্ডিয়াত উঠি এক তাৰিখে আবেলি চাৰিটা বজাত নিউইয়ৰ্কৰ জন কেনেডী এয়াৰপৰ্টত পোৱাটো আচৰিত যেন লাগিলেও আন্তৰ্জাতিক সীমাৰেখাই সময় নিৰ্ধাৰণ কৰাত একে দিনতে পোৱা যেন লাগিছিল। প্লেনৰপৰা নামি কাষ্টম পাৰ হ'বলৈ দীঘল কিউ দেখি ভাবিলো ইয়াতে এঘণ্টামান লাগিব। শামুকীয়া গতিত আগবাঢ়োতে আমাৰ থিয় হৈ ভৰি বিষাইছিল। সৰু ল'ৰা-ছোৱালীয়ে তাতেই দোৰাদৌৰি কৰি মাক বাপেকক হাৰাশাস্তি কৰিছিল। এজনে টিপ্পনি কাটি কৈছিল, "ইমান পৰে খোজকাঢ়ি নিউইয়ৰ্ক পালোগৈ হয়তো। ইমান ঠাই ফুৰিলো ক'তো ইমান দেৰি লগা নাছিল।"

মোৰ আগত থিয় হৈ থকা জনে ক'লে "ভাৰতৰ উৰা জাহাজৰ ভাৰতীয়ক লগ পাই আমেৰিকান বিষয়া কেইজনো এনেকুৱা হ'ল।" মুখৰোচক কথা শুনি মই খুব উদাসভাৱে ভাবিছিলো মোক নিবলৈ কোন আহিব? কংগ্ৰেছ অফিচৰপৰা কাৰোবাক পঠিয়াম বুলি খবৰ দিছিল যদিও, মোৰ কেবল হয়তো নাপাবও পাৰে। মই বৰ চিন্তা কৰা নাছিলো কাৰণ এইবোৰ ঠাইত টেলিফোন নম্বৰ আৰু ৰাস্তা, ঘৰ আৰু ঠাইৰ সঠিক ঠিকনা থাকিলে গন্তব্য স্থান ঠিক মতে পোৱা যায়। লণ্ডন বিশ্ববিদ্যালয়ত অধ্যয়ন কৰোঁতে মোৰ গৱেষণাৰ কাৰণে প্ৰায় আশীখনমান স্কুল আৰু কলেজলৈ যাব লগীয়া হৈছিল। আমাৰ বিভাগৰপৰা মেপ আঁকি ক'লৈ যাব লাগিব আৰু ক'ত নামিব লাগিব তাৰ সবিশেষ লেখি দিছিল আৰু বাছ, ট্ৰেইন বগাই শিক্ষানুষ্ঠান বিচাৰি পোৱাটো আমাৰ কাম আছিল। টেক্সী ড্ৰাইভাৰকো ঠিকনা দিলে সহজে সেই স্থানলৈ লৈ যোৱাৰ কাৰণে

শুদ্ধ ঠিকনা ৰখাটো অতি প্ৰয়োজন হৈ পৰে। টেলিফোন বেয়া হৈ নথকাৰ কাৰণে টেলিফোনেৰে বহুত কাম কৰিব পৰা যায়।

কাষ্টমৰপৰা ওলাই অপেক্ষাৰত মানুহৰ প্লেকাৰ্ড চাই দেখিলো মোৰ নাম ক'তো নাই। মনটো সেমেকি গলেও নোট বুকখন বেগৰপৰা উলিয়াই হাণ্টাৰ কলেজৰ টেলিফোনত কথা পাতিবলৈ বয়-বস্তুৰ ট্ৰলিখন ঠেলি ঠেলি একাষৰীয়াকৈ থকা টেলিফোন বুথলৈ আহিলো। প্ৰথমে সমস্যা হ'ল ভঙনীয়া পইচা আৰু টেলিফোন কৰাৰ সুবিধা। পাঁচোটা টেলিফোনত কিউ লাগিছে। ওচৰৰ মেচিনত এক ডলাৰৰ নোটখন ভৰাই চেণ্টৰ বুটামত টিপি দিওঁতে তললৈ ভঙনীয়াখিনি পৰাৰ লগে লগে এগৰাকীয়ে ইংৰাজীতে সুধিলে "তুমি ভাৰতৰপৰা আহিছা নেকি?" মই হয় বুলি ক'লো। "আপোনাৰ কাপোৰৰপৰাই বুজিছো আপুনিও ভাৰতীয়।" পাঞ্জাবী পোছাক পিন্ধা মানুহ গৰাকীয়ে কলে "হয়, মই হাণ্টাৰ কলেজত হবলগীয়া ইণ্টাৰ নেচনেল উইমেন কংগ্ৰেছলৈ আহিছো। কোনোবা অহাৰ কথা আছিল, কিন্তু কোনো দেখোন অহা নাই।"

ময়ো সকাহ পাই ক'লো "মোক নিবলৈ অহাৰ কথা আছিল, কিন্তু কোনো নাহিলেও আমি দুয়োজনীয়ে উলিয়াব পাৰিম।"

তেওঁ ক'লে "মই ফোন কৰি চাও কংগ্ৰেছৰ প্ৰেচিডেণ্ট মাৰ্চা ফ্ৰেঙ্কলিনলৈ।" তেওঁক ফোন কৰিবলৈ কৈ মই ওচৰতে থকা টুৰিষ্ট বুৰ'ত টেক্সীত গলে কিমান পৰিব তাকে সুধিব ধৰিলো। ৰিচেপচনিষ্ট জনীয়ে নিজেই কলে "আপোনালোকক নিবলৈ আহিম বুলি কৈছে যেতিয়া কোনোবা আহিব। আপোনালোকে অপেক্ষা কৰক।"

ইতিমধ্যে মিছেছ কুমাৰ আহি ক'লে যে মাৰ্চাই পানামলৈ ভলণ্টিয়াৰ পঠিয়াইছে আৰু আমাৰ থকাৰো বন্দবস্ত কৰি থৈছে। ঠিকনাটো দিয়াত ভুল হোৱাৰ কাৰণে ক্ষমা বিচাৰিছে আৰু আমাক পানাম এয়াৰ লাইনছৰ ওৱেটিং ৰুমলৈ যাবলৈ কৈছে। মই ক'লো "টেক্সী এখন লৈয়ে যাওঁ বলা।" তেওঁ কলে "ভলণ্টিয়াৰগৰাকী বৈ থাকিব আৰু ওচৰতেই হেনো পানাম এয়াৰ লাইনছ।" "ব'লা" বুলি আমি দুয়ো ট্ৰলি দুখন ঠেলি বাহিৰলৈ ওলাই আহি বিশাল জন কেনেডী এয়াৰপৰ্টটো চাব ধৰিলো।

প্ৰায় আশীটামান ইণ্টাৰ নেচনেল এয়াৰ লাইনছ থকা এই আন্তৰ্জাতিক এৰাৰপৰ্টত আভ্যন্তৰীণ এৰাৰ লাইনচো আছে। প্ৰত্যেক এৰাৰ লাইনৰ নিজস্ব আফিচ কাষ্টম, অহাযোৱা কৰাৰ বেলেগ বিল্ডিং আছে। এৰাৰ ইণ্ডিয়াৰ অফিচটো যথেষ্ট সৰু হলেও পানাম এৰাৰ লাইনচৰ বিশাল বিল্ডিঙৰ কাষতে হোৱা কাৰণে বৰ ভাল পালো। আমি ওৱেটিং ৰুমৰ চাৰিওফালে ছোৱালী এজনীক বিচাৰি থাকোঁতে দেখিলো ক'ক খাই থকা ছোৱালী এজনীৰ কোলাত এখন প্লেকাৰ্ড। মিছেছ কুমাৰে তাই কংগ্ৰেছৰ ভলণ্টিয়াৰ হয় নেকি বুলি সোধাৰ লগে লগে তাই জাপমাৰি কুমাৰক সাৰটি ধৰিলে। তাই কলে "মই তিনিটাৰ পৰা তোমালোকলৈ বৈ আছো। মিছেছ দেৰী কত ?" মিছেছ কুমাৰে মোলৈ আঙুলিয়াই দিয়াৰ লগে লগে মোৰ ফালে দৌৰি আহি মোক গালতে টপকৈ চুমা এটা খাই ট্ৰলিখন কাঢ়ি লৈ ক'লে "মই সঁচাকৈয়ে বৰ দুখিত তোমালোকক কষ্ট দিয়াৰ বাবে। তোমালোক যে এৰাৰ ইণ্ডিয়াত আহিছা সেই নিৰ্দেশটো দিয়া নাই। মোক পানামত আহি বৈ থাকিবলৈ কৈছে। মই যাত্ৰী অহা যেন দেখিলেই প্লেকাৰ্ডখনৰ তোমালোকৰ নাম কেইটা দেখুৱাও, কিন্তু কোনেও সঁহাৰি নিদিয়া দেখিলে ক'ক এটা আকৌ কিনি খাওঁ।" ডায়েনা নামৰ এই ধুনীয়া ছোৱালীজনীৰ গাত এটা বনিয়ন এটা স্কাৰ্ট আৰু এযোৰ চেণ্ডেল। ইয়াত আমাৰ দৰেই গৰম হোৱাৰ কাৰণে মানুহে পিন্ধাত সহজ কৰি পেলাইছে। বয়সীয়া শকত মহিলাই হাফ পেণ্ট আৰু বনিয়ন এটা পিন্ধি কালিফৰ্ণিয়াত ঘূৰি ফুৰোঁতে প্ৰথমে চকুত লাগিলেও এতিয়া একো যেন নালাগে। ডায়েনাই আমাক একোটাকৈ ক'ক কিনি দি ক'লে, "অনুগ্ৰহ কৰি যদি আৰু পোন্ধৰ মিনিট ৰোৱা, মই আৰু এগৰাকী ভাৰতীয় মহিলাক লৈ যাব পাৰো। অৱশ্যে তোমালোকৰ অসুবিধা নহলে।" আমি ৰ'ম বুলি সম্মতি জনাই ক'ক আধা খোৱা হওঁতেই দিল্লীৰ প্ৰমিলা কাপুৰ আহি আমাৰ ওচৰ পালেহি। ডায়েনাই টেক্সী যোগাৰ কৰি আমাৰ তুয়োকে ফাষ্ট এভিনিউ ২৪ নম্বৰ ষ্ট্ৰীটৰ মেডিকেল হাস্পতালৰ নাৰ্চৰ ধুনীয়া হোষ্টেল এটালৈ লৈ গ'ল। আমি বাকচ দুটা দাঙি ভিতৰলৈ সোমাওঁতে চিকিঅৰিটি অফিচাৰে আমাৰ পৰিচয় লৈ সোমাবলৈ দিলে। চিকিঅৰিটিৰ

কাষতে এজন পাকিস্তানী ল'ৰা বহি আছিল। তেওঁ আমাক ভাৰতৰপৰা অহা শুনি অতি আনন্দ প্ৰকাশ কৰি আমাক ক'ত যাব লাগে, কি কৰিব লাগে দেখুৱাই দিলে। আমি আচৰিত হলোঁ সকলো যান্ত্ৰিকভাৱে ব্যৱস্থা কৰিছে, কিন্তু কোনো মানুহে আমাক অভ্যৰ্থনা কৰিবলৈ নাই।

ইয়াত সঁচাকৈয়ে যান্ত্ৰিক গতিত কামবোৰ চলাৰ কাৰণে আন্তৰিকতা আৰু মানুহৰ সংগ আমাৰ দৰে নহয়। আমাৰ চাবি নাম লেখি ধুনীয়াকৈ বান্ধি এখন ট্ৰেত থৈ দিছিল। আমাৰ লগতে আন প্ৰতিনিধিয়ে নিজৰ চাবি লৈ যোৱা দেখি আমিও আমাৰ নাম লিখা চাবি লৈ পাঁচতলালৈ আহিলো। ভাগৰত আৰু ভোকত টোপনি আহিছিল। ধুনীয়াকৈ সজাই থোৱা এজনীয়া কোঠাটোৰ কোমল বিছনাখন দেখি বাকচ কেইটা থৈ বিছনাত বাগৰি পৰিলো। কেতিয়া যে টোপনি গ'ল কবই নোৱাৰিলো।

দুই জুনত ৰাতিপুৱা মই আৰু কুমাৰে তললৈ নামি আহি দেখিলো বহুতো প্ৰতিনিধি ইয়াত থাকিবলৈ আহিছে। আঢ়ৈ হাজাৰ প্ৰতিনিধিৰ কাৰণে বহুতো হোষ্টেল লৈছে, মানুহৰ ঘৰত থকাৰ ব্যৱস্থাও কৰিছে আৰু নিজৰ খৰচত থাকিব খোজাসকলৰ বাবে হোটেলো ঠিক কৰিছে। কেইগৰাকীমান ভলন্টিয়াৰে আমাৰ কিবা অসুবিধা হৈছে নেকি সোধাত তেওঁলোক কেলেই আগৰ দিনা নাহিলে তাক সুধিলো। জিন নামৰ ছোৱালী এজনীয়ে ক'লে যে তেওঁলোকৰ ডিউটি আজিৰপৰা পৰিছে— কালি কেৱল এৰাৰপৰ্টৰপৰা অনাৰ দায়িত্ব দুগৰাকীমানকহে দিছিল। ইয়াত সকলোৱে ডলাৰ লৈ কাম কৰে। ইয়াত থকা ভলন্টিয়াৰ কেইগৰাকী হাণ্টাৰ কলেজৰ ছাত্ৰী আৰু গৱেষক। তেওঁলোকে বন্ধৰ সময়ত অলপ উপকৰা ডলাৰ গোটোৱাৰ সুবিধা পোৱাৰ কাৰণে খুব আনন্দিতা। কিন্তু নিজৰ দায়িত্বখিনি সম্পূৰ্ণৰূপে পালন কৰিহে বিদায় লয়। ইয়াত উচ্চ শিক্ষা খুব ব্যয়বহুল হোৱাৰ কাৰণে বৃত্তি নাপালে ল'ৰা-ছোৱালীয়ে আংশিক কাম কৰি খৰচৰ বাট মোকোলায়। আমাৰ বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ফিজ এক ডলাৰতকৈ কম বুলি ক'লে খুব আচৰিত হয়। কিতাপৰ দাম খুব বেছি হোৱা কাৰণে কিতাপৰ অংশ

বিশেষ লাইব্ৰেৰীত ফটোষ্টেট কৰি লয়। মই নিজেই কেইবাখনো কিতাপৰ অংশ লাইব্ৰেৰীতে ফটোষ্টেট কৰি লৈছিলো। ইয়াত লাইব্ৰেৰীৰ ভিতৰতে ফটোষ্টেট কৰা মেচিন থকাৰ কাৰণে নিজেই সহজে প্ৰয়োজনীয় অংশ কপি কৰিব পাৰে। আমাৰ বিশ্ববিদ্যালয়ত বহুতো কিতাপৰ ভিতৰৰ পাত কাটি লৈ যায় কোনোবা অসৎ পঢ়ুৱৈৰে। কোনো বিষয়ৰ কিতাপ আন বিষয়ৰ কিতাপৰ লগত থৈ দিয়ে, ফলত ছাত্ৰ-ছাত্ৰীয়ে প্ৰয়োজনীয় কিতাপ পঢ়িবলৈ নাপায়। এনে অসৎ অভিপ্ৰায়ে মানুহৰ স্বভাৱো নষ্ট কৰে। বিশ্ববিদ্যালয়ৰ নিচিনা উচ্চ স্তৰৰ শিক্ষানুষ্ঠানত কিতাপ চুৰ কৰা, কিতাপৰ পাত ফালি নিয়া আদি অসৎ পন্থা লোৱাটো এজন ছাত্ৰৰো শোভা নাপায়। বাহিৰত এই কথা ভাবিবই নোৱাৰে। লাইব্ৰেৰীৰ পঢ়া কোঠাত ছাত্ৰ-ছাত্ৰীৰ ভিৰ ইমান বেছি হয় যে কেতিয়াবা বহিবলৈকে নাপায়। আহিবৰ সময়ত কিতাপ টেবুলত থৈ নোটবুক লৈ ওলাই আহোতে তেওঁলোকৰ নোটবুকো পৰীক্ষা কৰে।

ৰাতিপুৱা কেইবাজনো প্ৰতিনিধিৰ লগত চিনাকি হোৱাৰ পিছত কুমাৰে মোক চাহ খোৱাৰ কথা ক'লে। কথাতো শুনি অলপ আগতে চিনাকি হোৱা দক্ষিণ আফ্ৰিকাৰপৰা অহা বাৰবাৰাই ক'লে, "ব'লা। মই তোমালোকক এখন ৰেষ্টুৰা দেখুৱাই দিওঁ। মই পাঁচটাতে উঠি গোটেইখন চাই আহিলো। ওচৰতে থকা ইষ্ট নদীৰ সৌন্দৰ্য উপভোগ কৰাৰ পিছত মই প'ষ্ট অফিচৰপৰা চিঠিৰ লেফেকা লৈ আহিছো।" বাৰবাৰাই অলপ বেছি কথা ক'লেও আমাক সহায় কৰিছিল। বাৰবাৰাই বস্তি অঞ্চলত ল'ৰা-ছোৱালীৰ মংগলাৰ্থে বহুতো কাম কৰিছে। কথা প্ৰসংগত তেওঁ কৰা কামৰ এটা দীৰ্ঘ বিৱৰণী দিছিল। বাৰবাৰাৰ লগত আছিল আৰু এগৰাকী। আমি গোটেই কেইজনী বাহিৰলৈ আহি ঘূৰি ঘূৰি ফাষ্ট এভিনিউটো চাইছিলো। বহল ৰাস্তাৰ দুয়োকাষে থকা ওখ ওখ ঘৰবোৰে চহৰৰ বৈশিষ্ট্য দাঙি ধৰিছে। ইয়াত ক'তো ৰেষ্টুৰাৰ চিন নথকাৰ কাৰণে মই বাৰবাৰাক ক'লো "বাৰবাৰা, তুমি আমাক ক'লৈ নিব খুজিছা? মই হলে বেছি দূৰ যাব নোৱাৰিম একাপ চাহ নোখোৱাকৈ!" বাৰবাৰাই হাঁহি কলে "মই গমেই পাইছো।" এখন সৰু গেট দেখুৱাই ক'লে "এই

ফালেদি সোনকালে সোমাই বিল্ডিঙৰ ভিতৰ সোমোৱা, তেতিয়াহে খাবলৈ পাবা।" কেইবাখনো দুৱাৰ পাৰ কৰাই আমাক এফালে দেখুৱাই দি ক'লে "এয়া এখন কেন্টিন"। হাস্পতালৰ ভিতৰত ইমান পৰিষ্কাৰ পৰিচ্ছন্ন খোৱা ঠাই থাকে বুলি কল্পনাই কৰিব নোৱাৰি। হাস্পতালৰ কাম কৰি ঘৰত খাবলৈ বুলি বস্তু লবলৈ মানুহৰ দীঘল কিউ হৈছে। চৰকাৰে পৰিপূৰক অনুদান দিয়াৰ কাৰণে ইয়াত খোৱা বস্তুৰ দাম কম হোৱাত ইয়াত কাম কৰা মানুহখিনিয়ে ঘৰলৈ ৰন্ধা বস্তু লৈ যায়। আমি কিউ পাৰ হৈ চাৰিওজনীয়ে এখন টেবুলত বহোঁতে আমাৰ ভালদৰেই ভোক লাগিছে বুলি অনুভৱ কৰিলো। দুয়ো দুখন চিজ ছেণ্ডউইচ আৰু কফি আৰু বাৰবাৰাইতে আগতে খোৱাৰ কাৰণে কেৱল কফিৰ অৰ্ডাৰ দিলে। বাৰবাৰাক ক'লো, "মোক পষ্ট অফিচটো দেখুৱাই দিবা, মই লেফাফা আৰু কেব্‌ল পঠিয়াব লাগে।" বাৰবাৰাই ক'লে, "পাৰিবা মোৰ দৰে থিয় হৈ থাকিবলৈ?" মই ধেমালি কৰি ক'লো "বাৰবাৰা মই কফি একাপ খুৱাই দিম, তুমি মোক লৈ গলে।"

বাৰবাৰাই বেগৰপৰা তিনিখন লেফাফা উলিয়াই দি ক'লে, "ঠিক আছে, তোমাৰ কফি মই পিছত খাম। এই তিনিখনত যিমান মন যায় লিখা, পিছত হাণ্টাৰ কলেজতে আমি পষ্ট অফিচ পাম।" মই ডলাৰ দিব খোজোতে তেওঁ ক'লে "বন্ধুত্ব কিহৰ! তুমি কফি খুৱাবা আৰু মই লেফাফাৰ পইচা লম! সেই কথাটো নকৰা।" মই বাৰবাৰাক ধন্যবাদ দিছিলো।

আমি কথা পাতি থাকোঁতেই ডাঙৰ প্লেটত দুখনকৈ ডাঙৰ গৰম চিজ ভৰাই মাখনেৰে বেককৰা চেণ্ডউইচ কাষত বান্ধাকবি, গাজৰ আৰু সিজোৱা আলু দিলেহি। এখন খোৱাৰ পিছতে পেট ভৰা যেন লগাত, বাৰবাৰাই দুটা পেকেট আনি বস্তুখিনি ভৰাই ক'লে, "দুপৰীয়া খাবা, বস্তু নষ্ট কৰিব নালাগে।" আমি দুপৰীয়াৰ বাবে আপেল আৰু মাছৰ চ'প লৈ ওলাই আহিলো।

ওলাই আহি ৰেজিষ্ট্ৰেচনৰ কাৰণে লেক্সিনটিন এভিনিউত থকা হাণ্টাৰ কলেজলৈ যাত্ৰা কৰিলো। বাৰবাৰাই ক'লে, "আজি ইয়াতে থকা

ইউ এন অ' লৈ আহিম। মই টিকট কৰি থম।" মই আৰু জেচিকাই অহাৰ কথা ক'লো, কিন্তু কুমাৰে সম্বন্ধীয়া মানুহৰ তালৈ যাম বুলি ক'লে। আমি উঠা টেক্সিখন চলাইছিল এজন ভাৰতীয়ই। আমাক দেখি তেওঁ ভাৰতৰ বহুত খবৰ লৈ ক'লে, "পাঞ্জাবৰ বাৰু কিবা এটা কৰিব নোৱাৰি নে? ইমান অশান্তি হৈ থাকিলে ভাৰতে কেনেকৈ উন্নতি কৰিব।" ভাগ্যৰ সন্ধানত অহা এই ভাৰতীয়জনে এতিয়াও কিন্তু সৌভাগ্যৰ মুখ দেখা নাই। কোনোবা এজেন্সীৰ টেক্সী চলাই কোনোমতে স্ত্ৰী আৰু ল'ৰা-ছোৱালীহাল লৈ পেটে ভাতে খাই আছে। টেক্স হেনো খুব বেছি দিবলগীয়া হোৱাত স্বদেশলৈ যাবলৈ মন গলেও তাতো কামৰ অৱস্থা দেখি মনটো বান্ধিব লগীয়া হয়। তেওঁৰ কথাখিনি শুনি বাৰবাৰাই মাত লগালে "আমাৰ দেশৰ মানুহো পলাই আহে ইয়াত ধনী হ'বলৈ, কিন্তু বেছিভাগেই ঘাটোত (বস্তি) থাকি চোৰাং বেপাৰৰ আশ্ৰয় লয়।"

হাণ্টাৰ কলেজত নামি দেখো এক উৎসৱৰ পৰিবেশ। হাজাৰমান মহিলাৰ সমাবেশ। ভিতৰখন ধুনীয়াকৈ সজাই শৃংখলাবদ্ধভাৱে অফিচবোৰ পাতি প্ৰতিনিধিসকলক আহ্বান জনাইছে ৰেজিষ্ট্ৰেচনৰ কাৰণে। আমি কিউত থিয় হৈ অতি কম সময়ৰ ভিতৰতে ৰেজিষ্ট্ৰেচন কৰি বেগ, কিতাপ মেগাজিন আৰু ধুনীয়া বন্ধা ডাঙৰ কিতাপ সদৃশ প্ৰবন্ধৰ সাৰাংশাৱলী নামৰ তালিকা আদি গধুৰ বস্তু লৈ ওলাই আহি মানুহৰ লগত চিনাকি হ'ব ধৰিলো। আগৰ অভিজ্ঞতাৰপৰা দেখিছিলো আমেৰিকানসকল আমাৰ দৰেই চিনাকিত নিয়ম নামানে (informal)। মিচিকীয়া হাঁহি এটা মাৰিলেই চিনাকি হবলৈ আগবাঢ়ে। ইংৰাজ, জাৰ্মানী আৰু ৰাছিয়ানসকল সেই ফালৰপৰা গহীন যেন পাইছিলো। লণ্ডনত থাকোঁতে আমাক সকীয়াই দিছিল যে কাৰোবাৰ লগত আনে চিনাকি কৰি নিদিলে নিজে উপযাচি চিনাকি নহবা। মই কিন্তু এইটো নিয়ম পাহৰাৰ কাৰণে মোৰ বন্ধু বহুতো হৈছিল। অৱশ্যে সময় আগতে নিৰ্ধাৰণ নকৰাকৈ কাকো দেখা কৰিব নালাগে। মোৰ বান্ধৱী ডৰথিয়ে কৈছিল, "তই ইমান মুকলি মনেৰে মিলি আমাক আপোন কৰিছ, তই যোৱাৰ পিছত আমি তোৰ অভাৱ খুব অনুভৱ কৰিম।" ডৰথি আৰু মাৰ্গাৰেট নামৰ দুইজনী বন্ধুৱে

কেইবাটাও বিপদত মোক দেহেকেহে সহায় কৰি সিহঁতৰ ঋণী কৰিছিল। মই সিহঁতক সেই কথাটো ক'লে সিহঁতে কয় "সেইটো আমাৰ কৰ্তব্য।" লণ্ডন এৰাৰ পিছত প্ৰথমে চিঠিৰে যোগাযোগ ৰাখিলেও লাহে লাহে যোগসূত্ৰ হেৰাই গৈছিল। বিশ বছৰৰ পিছত দ্বিতীয়বাৰ লণ্ডনলৈ যাওঁতে ডৰথিৰ আগৰ ফোন নম্বৰত ফোন কৰোঁতে তাত ডৰথি নামৰ কোনো মহিলা নাথাকে বুলি উত্তৰ আছিল। নিৰাশ হৈ ইনষ্টিটিউট অব এডুকেশ্বনৰ চিনেট লাইব্ৰেৰীলৈকে গৈছিলো। সেইদিনা ইমানবোৰ মহিলাৰ মাজত চিনাকি মহিলা নাপালেও আৰু বহুতো মহিলাৰ লগত চিনাকি হৈছিলো। কফি একোকাপ লৈ গোল দীঘলীয়া চোফাত বহি সকলোৱে নিজৰ দেশৰ, নিজৰ চিনাকি আৰু কামৰ কথা কৈছিলো। খুব ভাল লাগিছিল এই সময়ত। জাতি, ধৰ্ম, বৰ্ণৰ সীমা চেৰাই এক নতুন সমাজৰ যেন 'সৃষ্টি' হৈছিল। কোনো সংকোচ নোহোৱাকৈ আমি কথা পাতিছিলো বহুত সময়লৈ। লাঞ্চৰ সময় হোৱা বুলি কোৱাত আমি পাঁচ তলালৈ এস্কেলেটৰে গৈছিলো। ইয়াত লিফট এস্কেলেটৰ সাত তলালৈ থকাৰ কাৰণে আঢ়ৈ হাজাৰ প্ৰতিনিধি, গৱেষক আৰু কংগ্ৰেছৰ লগত জড়িত সকলে অহৰহ তল ওপৰ কৰি আছিল। পাঁচ তলাৰ বিভিন্ন কোঠাত আঢ়ৈশ বৈঠক সাতদিনে পতা কংগ্ৰেছত বিশৃংখলতাই দেখা দিয়া নাছিল। মধ্যাহ্ন ভোজনৰ সময়তো কোনো বিশৃংখলতা নোহোৱাকৈ প্ৰায় আঢ়ৈ হাজাৰ মানুহে কিউত বৈ নিজৰ আহাৰ নিজে বাচি লৈছিল। সংগঠন, পৰিচালনা আৰু পৰিবেশন আদি সকলোতে মহিলাসকলে ইমান কৰ্মপটুতাৰে দায়িত্ব পালন কৰিছিল যে দেখিলেই ভাল লাগিছিল।

দুই বজাত বাৰবাৰাই ভিৰৰপৰা মোক বিচাৰি উলিয়াই লৰালৰিকৈ তললৈ লৈ আহি ক'লে, আমি এতিয়াই ইউ এন অ' বিল্ডিং চাবলৈ যাম। অৱশ্যে আমি বাহিৰৰপৰা চাব লাগিব। লগত ফিলিপাইনৰ চুচি আৰু ডুগৰাকী দক্ষিণ অ'ফ্ৰিকাৰ প্ৰতিনিধি জেচিকা আৰু মাইৰা ওলাইছিল। বাৰবাৰাই লৰালৰি কৰি সকলোকে গোটাই টেক্সী মাতি ক'লে—"উঠা, উঠা, আমাৰ দেশৰ প্ৰতি সুবিচাৰ কৰিব নোৱাৰা ন্যায় আদালতখন চাই আহো।" মই ক'লো, "তুমি যি হুলস্থুল কৰিছা যেন কিবা ডাঙৰ সুবিচাৰ

পাবলৈ গৈছা।" জেচিয়ে ক'লে, "বগা ছালে আধিপত্য কৰিলে ক'ত সুবিচাৰ পাম ?"

ইষ্ট নদীৰ পাৰত ১৮ একৰ মাটিত অৱস্থিত এই ধুনীয়া মুখ্য কাৰ্যালয়টো দান বৰঙণিৰে সাজি উলিওৱা হৈছিল। পৃথিৱী বিখ্যাত কোটিপতি জন ডি ৰ'ক ফেলাৰে (জুনিয়ৰ) দান দিয়া এই মাটিত বৰ্তমান উনশল্লিছ তলাৰ চেক্ৰেটেৰিয়েটটো দূৰৰপৰাই দেখা যায়। গোটেইটো গ্লাচ আৰু মাৰ্বলেৰে সজা। কিন্তু তাৰ তুলনাত জেনেৰেল এচেমবলী হলটো তেনেই চাপৰ কিন্তু বহল। চেক্ৰেটেৰিয়েটৰ তুলনাত এচেমবলী হলটো বাওনা যেন লাগিলেও গোটেইটোতে আধুনিক স্থাপত্যৰ কাৰুকলা ফুটি উঠিছিল।

জেনেৰেল এচেম্ব্লী হলৰ লগতে লাইব্ৰেৰী, কনফাৰেন্স বিল্ডিং আৰু চিকিউৰিটী কাউন্সিল বিল্ডিং। চাৰিওফালে ধুনীয়া ল'ন আৰু ফুলৰ সমাৰোহ। পিছফালে ইষ্ট নদীত চলি থকা সৰু সৰু জাহাজ আৰু এজনীয়া পাল তৰা নাওৱে পৰিৱেশ বৰ মনোমোহা কৰি তুলিছিল। ল'নখনলৈ আহি ফুলনিখনৰ মাজত ইষ্ট নদীৰ সৌন্দৰ্য উপভোগ কৰোঁতে ওচৰতে থকা এটা স্কুলীয়া দলৰ ল'ৰা এজনে সুধিলে—"আপুনি ইমান দীঘল স্কাৰ্ট কেলেই পিন্ধিছে ? গাত শ্বালখন কেলেই লৈছে ?" মই সেইদিনা মেখেলা চাদৰ এযোৰ পিন্ধিছিলো। তাৰ কথা শুনি লগত অহা শিক্ষয়িত্ৰী গৰাকী ভীষণ অপ্ৰস্তুত। তেওঁ ক্ষমা খুজি ক'লে, "আপুনি অকণো বেয়া নাপাব। সিহঁতৰ কাৰণে ইও এটা অভিজ্ঞতা।" মই দুজনমানক মৰম কৰি কথা কওঁতে শিক্ষয়িত্ৰী গৰাকীয়ে মই যে ভাৰতৰপৰা আহিছো সেই কথা ছাত্ৰ-ছাত্ৰীক ক'লে। এজনে মোৰ ফোঁটটোলৈ দেখুৱাই ক'লে, "এইটো কি লৈছা। মোৰ মাই নলয়।" মই কিয় লৈছো তাক কওঁতে এজনী ছোৱালীয়ে ফুচফুচাই ক'লে—"মই তোমাক ভাল পাইছো, কিন্তু আমাৰ ঘৰৰ ওচৰৰ ভাৰতীয়সকল বেয়া আৰু লেতেৰা।" সৰু ছোৱালী জনীৰ মুখত এই কথাটো শুনি স্তম্ভিত হৈ গ'লোঁ। মই জানো আমেৰিকাত ভাৰতীয় বিদ্বেষভাব এটা কিছুমান আমেৰিকানৰ মাজত বিয়পি পৰিছে। ১৯৮৭ চনত নিউজাৰ্চিত বাস্তাত থিয় হৈ থকা মহিলাক কেইজনমান শ্বেতাংগ যুৱকে অপমান কৰিছিল আৰু এজন ডাক্তাৰক হত্যা কৰিছিল।

'ভাৰতীয় উভতি যোৱা' বুলি চিঞৰা কেইবাজনো গৱেষকে বাৰ্কলেত শুনিছিল। ভাৰতীয়সকল লেতেৰা বুলি নাম আছে। কাৰণ গাঁৱৰপৰা অল্প শিক্ষিত ভাৰতীয়ই অতি কষ্টেৰে সাধাৰণ ব্যৱসায় আৰম্ভ কৰি ধনী হোৱাৰ দৃষ্টান্ত আছিল, কিন্তু লেতেৰা স্বভাৱটো এৰিব পৰা নাছিল। কিছুমানৰ অসৎ আচৰণৰ কাৰণেও জাতিটোৰ বদনাম হয়। ভাৰতৰপৰা যোৱা সাহিত্যিক অধ্যাপকে বিনামূল্যে বস্তু লৈ ধৰা পৰাও দেখা গৈছিল। একোজন মানুহে এটা জাতিৰ প্ৰতিনিধি হিচাপে যায় কাৰণেই নিজৰ আচৰণ আৰু ব্যৱহাৰ সংযত আৰু সুস্থিৰ হ'ব লাগে।

ভাৰতীয়সকলৰ সময়-জ্ঞান নাই বুলিও কিছুমানৰ ধাৰণা আছে। প্ৰফেচৰ হেইষ্ট নামৰ এজন অধ্যাপকে মোক বিশ্ববিদ্যালয় দেখুৱাবলৈ নিওঁতে মই সদায় পাঁচ-দহ মিনিটৰ আগতে বৈ থাকো যাতে তেওঁ মোলৈ বৈ থাকিব নালাগে। এদিন তেওঁ কৈয়ে পেলালে, "আগতে এজন ভাৰতীয়ক এনেকৈ ঠাই দেখুৱাবলৈ নিওঁতে সদায় পোন্ধৰ ত্ৰিশ মিনিট দেৰিকৈ আহে মই তোমাৰ ক্ষেত্ৰতহে ব্যতিক্ৰম দেখিলো।" মই ক'লোঁ, "এজনে এটা ভুল কৰিলে সেইটো আনেও কিয় কৰিব?" হেইষ্টে ক'লে, "মই বস্টনলৈ যাওঁতে তাতো মোৰ পথপ্ৰদৰ্শকজনে দেৰিকৈ আহিছিল।"

তেওঁ হাঁহি মাৰি ক'লে, "সকলো ভাৰতীয় যে একে নহয় তুমি তাকেই প্ৰমাণ কৰিলা।" তেওঁৰ কথাৰপৰা ভালদৰেই উপলব্ধি কৰিলো যে বিদেশলৈ আহিলে এখন দেশৰ প্ৰতিনিধি হিচাপে আহি মানুহে দেশৰ মান ৰাখিবলৈ যত্ন কৰিব লাগে।

লেক্সিনটন এভিনিউত থকা হাণ্টাৰ কলেজখন চিটি ইউনিভাৰ্চিটি অৱ নিউইয়ৰ্কৰ দ্বিতীয় পুৰণি স্বায়ত্ত শাসিত কলেজ। ১৮৭০ চনতে মহিলাক বিনামূলীয়াকৈ শিক্ষা দিয়াৰ বাবে স্থাপিত হোৱা কলেজখনক ১৯৬৪ চনত সহ শিক্ষাৰ কলেজ বুলি স্বীকৃতি দিয়াৰ ফলত বহুত ঠাইৰপৰা ইয়াত ল'ৰা-ছোৱালীয়ে উচ্চ শিক্ষা ল'বলৈ আহে। আমি মহানগৰৰ মাজত থকা এই নগৰীয়া কলেজত ৰাস্তাৰ দুয়োকাষে দহ তলীয়া অট্টালিকাত সমৃদ্ধ কলেজ এখন দেখিবলৈ পাইছিলো। কংগ্ৰেছৰ মুকলি অধিবেশন চাৰি হাজাৰ মানুহ বহিব পৰা ধুনীয়া অডিটৰিয়াম, বিৰাট বিচেপশনৰ

হলত নিজ কৰ্তব্য নিয়াৰিকৈ কৰা ব্যস্ত মহিলাসকলক দেখি মোহিত হৈছিলো। বিশ্ববিদ্যালয়তে হেনো ৭৫০০ টা বিভাগ আৰু ৭৩ টা গৱেষণা কেন্দ্ৰ আৰু অনুষ্ঠানত প্ৰায় একলাখ অষ্টাশী হেজাৰ শিক্ষাৰ্থীয়ে সম্পূৰ্ণ শিক্ষা লোৱাৰ উপৰি ৮০ হেজাৰ বিদ্যাৰ্থীয়ে প্ৰাপ্তবয়স্ক আৰু আংশিক শিক্ষা লাভ কৰে।

প্ৰথমদিনা হাণ্টাৰ কলেজৰপৰা উভতি আহি দুৱাৰত আঁৰি থোৱা দুটা টোকা পালো। এটা বাৰ্ট কলেজৰ ৰাজনৈতিক বিজ্ঞান বিভাগত কাম কৰা ডঃ সঞ্জীৱ বৰুৱাৰ আৰু আনটো আমাৰ পৰিয়ালৰ বন্ধু আৰু ইনষ্টিটিউট অব মাছ কমিউনিকেশ্বন এছিষ্টেণ্ট ডিৰেক্টৰ শ্ৰীবিভূতি মাহান্তিৰ কন্যা আৰু আৰ্কিটেক্ট শ্ৰীমান অৰুণ দাসৰ পত্নী কষ্টুৰীৰ। দুয়ো দিল্লীৰ স্কুল অব আৰ্কিটেক্‌শ্বাৰৰপৰা ডিগ্ৰী লৈ উচ্চ শিক্ষাৰ বাবে আমেৰিকালৈ গৈছে। তেওঁলোকে কেইবাবাৰো ফোন কৰি মোক নাপাই ৰিচেপচনিষ্টৰ হাতত বাতৰি দিছিল মোক ফোন কৰিবলৈ। মই ফোন কৰি সঞ্জীৱৰ লগত কথা পতাত তেওঁ ক'লে, "আপুনি ডিমাণ্ড কল কৰি মোৰ নাম দিলে টেলিফোনৰ খৰচটো মোৰ নামত আহিব।" সঞ্জীৱলৈ মই আগতে চিঠি লিখাত মই যোৱাটো গম পালেও কষ্টুৰী আৰু কামনাই সঞ্জীৱৰপৰা গম পাইছিল। মই কষ্টুৰীলৈ ফোন কৰোঁতে তাই খুব আনন্দেৰে তাইৰ তাত থকাৰ কথা ক'লে আৰু ভঙা ভঙা অসমীয়াতে কৈছিল, "জেঠাই, আপোনাক মই নিউইয়ৰ্ক দেখুৱাম। এতিয়া আপোনাৰ কাৰ্য্যক্ৰম কওঁক।" মই কনফাৰেন্সৰ সাত দিনৰ পিছত দহ দিন নিউইয়ৰ্কত থাকি ওহাইঅ'ৰ এক্ৰনৰ মহিলা অধ্যয়নৰ ৰাষ্ট্ৰীয় সম্মিলনলৈ যাম বুলি ক'লো। তাই ক'লে "খুব ভাল কথা। আপুনি-সেই দহ দিন অসমীয়া মানুহৰ ঘৰতে থাকিব পাৰিব।" মই কিন্তু কাৰো ঘৰত থাকিব খোজা নাছিলো মানুহৰ ব্যস্ত জীৱন দেখি। পুৱা আন্ধাৰতে উঠি নিজে কাম কৰি ৰাতিপুৱা আঠ নমান বজাত কামলৈ ওলাই যোৱাটো কিমান কষ্টকৰ মই নিজে বুজি পাওঁ। আলহী থাকিলে সকলোৰে অসুবিধা হয় নিজৰ মতেৰে চলিবলৈ। কষ্টুৰীয়ে আকৌ লোভ দেখুৱালে "আপুনি মোৰ তাত দুদিনমান থাকিলে মই গোটেই নিউ ইয়ৰ্ক দেখুৱাম।" মই হাঁহি ভাবি

চাওঁ বুলি কৈছিলো। বিদেশত থাকিলে নিজৰ ঠাইৰ মানুহৰ প্ৰতি মানুহৰ হেপাহ বাঢ়ে কাৰণে আন্তৰিকতাৰে নিমন্ত্ৰণ জনায়।

এদিন কষ্টুৰীৰ লগত প্ৰথমতে এম্পায়াৰ ষ্টেট বিল্ডিং চাবলৈ বুলি গৈছিলো যদিও বস্তুটো কি তাৰ ধাৰণা নাছিল। কষ্টুৰীক ধেমালি কৰি কৈছিলো সমাজতন্ত্ৰত ৰাজতন্ত্ৰৰ শব্দ ব্যৱহাৰ কৰিলে কিবা অখজা যেন লাগে। বাৰ্লিনতো এছেমলী হল দেখুৱাবলৈ নিওঁতে মোৰ লগত যোৱা প্ৰফেচৰ গৰাকীয়ে এটা ডাঙৰ আট্টালিকা দেখুৱাই কৈছিল, "আমি পিপলচ পেলেচলৈ যাওঁ ব'লা এতিয়া আকৌ শুনিছো এম্পায়াৰ বিল্ডিং।" কষ্টুৰীয়ে খুব স্ফুৰ্তি পাই হাঁহি ক'লে "এইটো কোনো ৰজাৰ সাম্ৰাজ্য নহয়, কিন্তু পৃথিৱীৰ ভিতৰতে হেনো তৃতীয় ডাঙৰ অট্টালিকা। ইয়াৰ ওপৰৰ পৰা গোটেই নিউ ইয়ৰ্কখন ঘূৰি ঘূৰি চাব পাৰি।" মূৰ দাঙি কিমান ওখ তাক চাবলৈ তাৰ মূৰটোকে দেখা নাপালো। ৩৪ নম্বৰ ষ্ট্ৰীটৰ বহুত দূৰৰ পৰা ওখ স্তম্ভৰ ওপৰত এখন তৰোৱালৰ দৰে বস্তু দেখা গৈছিল। আমি প্ৰথমে তলত থকা আৰ্ট গেলেৰী, দোকান, কিতাপৰ প্ৰদৰ্শনী চাই কিউত থিয় হলো লিফটেৰে ওপৰলৈ যাবলৈ। বিল্ডিংটো কিমান ওখ বুলি সোধোতে কষ্টুৰীয়ে কৈছিল যে ই মাটিৰপৰা ১৪৭২ ফুট কিন্তু ইয়াৰ ওপৰত আছে টি ভি টাওৱাৰ। ইয়াৰ ৮৬ তলা আৰু ১০২ তলাৰপৰা গোটেই নিউ ইয়ৰ্ক ভালদৰে দেখা পায়। মোৰ মনত পৰিছিল বাৰ্লিনৰ টি ভি টাওৱাৰৰ ওপৰত থকা প্লেটফৰ্মেৰে গোটেই বাৰ্লিনখন চাব পাৰি। ইয়াতে থকা চলন্ত ৰেষ্টুৰাত বহি আমি প্ৰায়ে বাৰ্লিনৰ বিভিন্ন ৰূপ চাইছিলো। ঘূৰি থকা ৰেষ্টুৰাখনত বহিলে এঘণ্টাত গোটেই বাৰ্লিন চহৰখন চাব পাৰি। ইয়াতে বহি খৃষ্টমাছৰ প্ৰস্তুতি, বৰফে শুভ্ৰবসনা কৰা বাৰ্লিন আৰু বাৰ্লিন গেট আদি চাইছিলো। নতুনকৈ সজা বাৰ্লিনৰ সকলো ঠাইৰ পৰা দেখা এই টি ভি টাওৱাৰটো আছিল ৩৬৫ মিটাৰ ওখ। তিনিশটা ফেক্টৰী আৰু বিভাগে একেলগে কাম কৰি চাৰি বছৰত এই নতুন টাওৱাৰটো ১৯৬৯ চনৰ তিনি অক্টোবৰত সাজি উলিয়াইছিল।

এম্পায়াৰ বিল্ডিঙত মিহি শব্দ কৰি লিফটখন ৮৩ তলালৈ উঠোতে মই কষ্টুৰীক ক'লো, "ভাৰতৰ দৰে হঠাতে বিদ্যুৎ নাইকিয়া হলে কি অৱস্থা

হব ?" তাই হাঁহি ক'লে, "ইয়াত এইটো কেতিয়াও কল্পনা কৰিব নোৱাৰে। কাৰণ সকলোবোৰ বিদ্যুতৰ সহায়েৰে চলোৱা হয়।" ৮৩ তলালৈ আহি আমি ঘূৰি ঘূৰি নিউইয়ৰ্ক চহৰখন চাবলৈ ধৰিলো। চাৰিওফালে নদীয়ে আগুৰা নিউ ইয়ৰ্কৰ ঘন জনবসতি আৰু সমৃদ্ধ বৰ' ( borough ) মান হাটেনৰ ( Manhetten ) সুউচ্চ আকাশ লম্ভা স্কাইস্কেপাৰবোৰ সুস্পষ্ট ভাৱে দেখা পোৱা গৈছিল। মেপখন চাই কোনখিনি কি ঠাই তাক বিচাৰি উলিয়াবলৈ যত্ন কৰিছিলো। "ওৱৰ্ল্ড ট্ৰেড চেণ্টাৰৰ আকাশলংঘী একে ধৰণৰ টাওৱাৰ দুটা জিলিকি থকা দেখি মোৰ লচ্ এঞ্জেলেচত দেখা একে-ধৰণৰ দুটা অট্টালিকালৈ মনত পৰিছিল। ইয়াত যেন সুউচ্চ অট্টালিকাৰ প্ৰতিযোগিতা চলিছিল। হাডচন নদীৰ পাৰত থকা ট্ৰেড চেণ্টাৰ আন্তৰ্জাতিক খ্যাতি সম্পন্ন এক বাণিজ্য স্থান। ইয়াত আমেৰিকাৰ কোটিপতিৰ ব্যস্ত কৰ্মস্থান। এই অঞ্চলটোত ওখ অট্টালিকাবোৰৰ কাৰণে ৰাস্তাত বেলিৰ পোহৰ দেখাই নাই যেন লাগে। আমাৰ ওচৰতে থকা সৰু সৰু ল'ৰা কেইটামানে টেলিস্ক'পেৰে চাই হাততালি দি চিঞৰি মাকক কৈছিল "মা ! চোৱা এইটো এটা কেথিড্ৰেল", মযো সেইফালে চাওঁতে তলত এটি অতি সুন্দৰ ভাস্কৰ্যৰ দৰে গঢ়া গীৰ্জাঘৰ দেখিবলৈ পাইছিলো। ইয়াত দিয়াচলাই বাঁহৰ দৰে সজা অট্টালিকাৰ তুলনাত ই এক ব্যতিক্ৰম আছিল। মই কষ্টুৰীক ক'লো, "আমি গীৰ্জাটো চাবলৈ যাম দিয়া।"

কুঁৰলিয়ে গোটেইখন আগুৰি ধৰাৰ পিছত আমি ১০২ তলালৈ নগৈ এই গীৰ্জাটো চাবলৈ তললৈ নামিলো। পঞ্চাছ নম্বৰ ষ্ট্ৰীট আৰু পঞ্চম এভিনিউত অৱস্থিত এই গীৰ্জাটোৰ বাহিৰ ভিতৰৰ কাৰুকাৰ্য সঁচাকৈয়ে অতি মনোৰম আছিল। পূব জাৰ্মানীৰ ড্ৰিচডেন চহৰত থকা আগৰ ৰজা সকলৰ ৰাজকাৰেং, গীৰ্জাঘৰ আৰু চিকাৰৰ প্ৰাসাদবোৰৰ ভাস্কৰ্যৰ লগত বহুত মিল আছিল। প'পৰ প্ৰতি আনুগত্য দেখুৱা ধনী ৰোমান কেথলিক সকলে ১৮৫৮ চনত চেণ্ট পেট্ৰিক নামৰ গীৰ্জাটো সজাৰ কাম আৰম্ভ কৰি ১৯১০ চনতহে শেষ কৰিব পাৰিছিল। লণ্ডনত দেখা কেথিড্ৰেলতকৈ এই গীৰ্জাঘৰটো অলপ ডাঙৰ যেন লাগিলেও ইয়াৰ ভিতৰৰ কাৰুকাৰ্য চাবলগীয়া

আছিল। মহানগৰৰ মাজত ইমান ঠাই জুৰি গীৰ্জাঘৰটো দেখি মানুহৰ মনত ভক্তিৰ ভাবো জন্মিছিল চাগে। যীশুখৃষ্ট থকা বেদীৰ কাষত বহুতে প্ৰাৰ্থনা কৰা দেখি ময়ো মোৰ ছোৱালীৰ কাৰণে প্ৰাৰ্থনা কৰিছিলো নীৰৱে। গীৰ্জাৰ সৌন্দৰ্য ফুটাই তুলিছিল পৰিষ্কাৰ পৰিচ্ছন্ন পৰিবেশে। ডাঙৰ ডাঙৰ টাবত সজাই থোৱা ধুনীয়া ফুলৰ থোপা, লতা গছ আৰু চিকৃচিকাই থকা মজিয়াই সুৰুচিৰ পৰিচয় দিছিল। আমাৰ মঠ-মন্দিৰত সেই পৰিষ্কাৰ-পৰিচ্ছন্নতা দেখা পোৱা নাযায়। বৰ দুখৰ বিষয় যে পৰিচ্ছন্নতাৰ সলনি জাবৰ আৰু লেতেৰা বস্তু য'তে ত'তে পৰি থকা দেখা পোৱা যায়। আমাৰ মানুহৰ লেতেৰা স্বভাৱ থকাৰ কাৰণে য'তে ত'তে প্ৰসাদ খাই বস্তু পেলায়। বহুত মঠ-মন্দিৰত যাত্ৰী লৈ পাণ্ডাসকলৰ হতা-ওপৰা দেখিলে মনটো বেয়া লাগি যায়।

গীৰ্জা চাই আমি পৃথিৱী বিখ্যাত অঞ্চল ব্ৰডওৱে পালোহি। ইয়াত বহুতো বিখ্যাত চিনেমা হল আৰু থিয়েটাৰ হল থকাৰ উপৰি অত্যাধুনিক দোকান আৰু ৰেষ্টুৰা আছে ইয়াত শনি-দেওবাৰে চিনেমা-থিয়েটাৰ হলবোৰ মানুহেৰে ভৰি পৰে আৰু লগে লগে ৰেষ্টুৰাতো গ্ৰাহকৰ সংখ্যা বাঢ়ে। ইয়াত যোগাযোগৰ সুবিধা থকাৰ কাৰণে মানুহ এশ দুশ মাইল দূৰৈৰপৰা আহি ৰাতিপুৱা ৮-৩০ত কৰ্মস্থল পায়হি। সপ্তাহৰ পাঁচোটা দিন নিষ্ঠাৰে কাম কৰি শনি-দেওবাৰে অৱসৰ বিনোদনৰ বাবে দূৰলৈ ফুৰিবলৈ যায়, ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰে আৰু চিনেমা থিয়েটাৰলৈ যায়। দেওবাৰে আবেলি চহৰলৈ উভতি অহা গাড়ীৰ শাৰীবোৰ দেখিলে অনুমান কৰিব পাৰি কিমান মানুহ বাহিৰলৈ যায়। অৱশ্যে ভাল চিনেমা আহিলে এমাহ দুমাহৰ আগতেও কেতিয়াবা টিকেট কাটিব লাগে। মোৰ মনত আছে ১৯৬৩ চনত লণ্ডনত 'ক্লিয়পেট্ৰা' চিনেমাখন আহোঁতে আমাৰ পাঁচজন বান্ধবীৰ কাৰণে মেৰীয়ে এমাহৰ আগতে টিকেট কাটিব লগীয়া হৈছিল। ষ্ট্ৰেটফৰ্ড এভান আপনৰ শ্বেক্সপীয়েৰ থিয়েটাৰ হলত থিয়েটাৰ চাবলৈ কেইবা মাহৰ আগতে টিকেট কাটিব লাগে। মই ষ্ট্ৰেটফৰ্ডত এসপ্তাহ থাকি থিয়েটাৰৰ হল, শ্বেক্সপিয়েৰ থকা বাসস্থানহে চাব পাৰিলো কিন্তু থিয়েটাৰ চোৱাৰ সুবিধা কৰিব নোৱাৰিলো।

মই ষ্টেচু অব লিবাৰ্টিটো চাবলৈ বৰ হেঁপাহ কৰি কেইবাবাৰো যাবলৈ খুজিও যাব পৰা নাছিলো। এটা দেওবাৰে সঞ্জীৰ বৰুৱাই দুশ মাইল দূৰৰ বাৰ্ট কলেজৰপৰা মোক ষ্টেচুটো দেখুৱাবলৈ নিবলৈ আহিছিল। প্ৰথমে আমি হাডচন নদীৰ পাৰৰপৰা সাগৰৰ মাজত থকা এই অপূৰ্ব সুন্দৰ মূৰ্তিটো চাই সাগৰৰ পাৰৰ এটা ডকৰ ৰেষ্টুৰা এখনত দুপৰীয়া আহাৰ খাবলৈ গৈছিলো। দেওবাৰৰ দিনা সূৰ্যৰ পোহৰে গোটেইখন উদভাসিত কৰা কাঠেৰে বন্ধোৱা ডকত মেলাৰ দৰে সমাগম হৈছিল মানুহৰ। সাগৰৰ পাৰত বন্ধা জাহাজবোৰত, দুবৈত পালতৰা সৰু সৰু নাৱত উঠি মানুহে সাগৰেৰে পৰিভ্ৰমণ কৰিছিল। ক'ক, আইচক্ৰীম, আপেল, কমলা খোৱা সকলে জাবৰৰ বাকচত বাকলি পেলাই ঠাইখিনি পৰিষ্কাৰকৈ ৰখাত সহায় কৰিছিল। মানুহে বাহিৰত ৰ'দ উপভোগ কৰা দেখি আমিও ৰেষ্টুৰাৰ বাহিৰৰ টেবুলত বহি সাগৰৰ সৌন্দৰ্য চাবলৈ ধৰিলো।

মানুহৰ সমাগমৰ মাজৰ এক মুকলি ঠাইত এজন শ্বেতাংগই এডাল অতি দীঘল বাঁহৰ ওপৰত উঠি নানা ধৰণৰ অংগ পৰিচালনা কৰি সকলোৰে পৰা হাত চাপৰি পাইছিল। সঞ্জীৱে কৈছিল যে চহৰত ইণ্ডিয়ান বা পূৰ্ব-পুৰুষৰ পুৰণি ক'লা আৰু সংস্কৃতিৰ পুনৰ জীৱিত কৰাৰ প্ৰয়াসত আজি কালি এনেকুৱা ধৰণৰ খেল বাটে-ঘাটে দেখিবলৈ পোৱা যায়। মানুহজনৰ কৌশল আৰু ক্ষীপ্ৰ অংগ পৰিচালনা সঁচাকৈয়ে বৰ প্ৰশংসনীয় আছিল। বহুতপৰ বহি তাকে চাই থকা মানুহবোৰলৈ চাই মই মনতে ভাবিছিলো যে আমাৰ যাদু-সাপ-খেলা আৰু কাছাৰীৰ আগত দেখুৱা খেলবোৰ চাই চাগে এওঁলোকে খুব স্ফূৰ্তি পাব। কিন্তু দিল্লীত এনেকুৱা খেল এটা চাবলৈ বুলি দুগৰাকী শ্বেতাংগ নাৰীয়ে জুমৰ মাজত সোমাওঁতে খোজনীয়া সৰু সৰু ল'ৰা-ছোৱালীয়ে ইমান আমনি কৰিবলৈ আৰম্ভ কৰিছিল যে তেওঁলোকে কেমেৰা সুমুৱাই দৌৰিবলৈ বাধ্য হৈছিল। দূৰৈৰপৰা মই এই দৃশ্যটো চাই সেইদিনা খুব বেয়া পাইছিলো কাৰণ সেই অভিজ্ঞতাৰ স্মৃতিয়ে তেওঁ-লোকক ভাৰতৰ ভালখিনি ভাবিবলৈ সহায় নকৰিব। সেইদিনা আমাৰ ড'কত দেখি হোৱাত ষ্টেচু চাবলৈ নোযোৱাৰ কাৰণে মোৰ মনটো বেয়া

লাগিছিল। মূৰ্তিটোৰ বিষয়ে ইমান পঢ়িছো আৰু ফটো দেখিছো যে ইয়াক নেদেখিলে নিউইয়ৰ্ক ভ্ৰমণ অসম্পূৰ্ণ হৈ থাকিব বুলি ভাবিছিলো।

এদিন মই অধিবেশনৰ পিছত থাকিবলৈ অহা এপাৰ্টমেণ্টত চিনাকি হোৱা এগৰাকী মেক্সিকোৰ মহিলাৰ লগত এই মূৰ্তিটো চাবলৈ ওলালো। মই এই এপাৰ্টমেণ্টলৈ অহাটো খুব আমোদজনক কথা। অধিবেশনৰ তৃতীয় দিনা আমি মিটিং শেষ কৰি দুপৰীয়াৰ আহাৰ খাবলৈ একেলগে কেইবাগৰাকীও আহিছিলো। সেইদিনা মই মোৰ প্ৰবন্ধটো পঢ়াত বহুতে প্ৰশ্ন কৰিছিল।

সময় উকলি যোৱাত কেইবা গৰাকীয়ে ভাৰতৰ মহিলাৰ বিষয়ে প্ৰশ্ন সুধিব নোৱাৰিলে দুপৰীয়া বাৰজনীয়া গোল টেবুলখনত বহি খাই থাকোঁতে তেওঁলোকৰ প্ৰশ্নৰ উত্তৰ দিছিলো। এগৰাকীয়ে কথা প্ৰসংগত মই অধিবেশনৰ পিছত ক'লৈ যাম বুলি সোধোতে মই ক'লো "মই দহ দিনৰ পিছত এক্ৰনলৈ যাম, তাৰ মহিলা অধ্যয়নৰ ৰাষ্ট্ৰীয় সম্মিলনখনত যোগ দিবলৈ কাৰণ তেওঁলোকে থকা-খোৱা সকলো খৰচ বহন কৰিব। কিন্তু এই দহদিন ক'ত থাকিম তাকহে চিন্তা কৰিছো। কাৰণ ভাল হোটেলত ইমান বেছি ডলাৰ দিব নোৱাৰো আৰু কম দামৰ হোটেলো হেনো নিৰাপদ নহয়।" মোৰ কথা শুনাৰ লগে লগে কেইবাগৰাকীয়েও ক'লে, "তুমি আমাৰ দেশৰ আলহী। আমি তোমাক সহায় কৰিম।" এগৰাকীয়ে পেয়িং গেষ্ট হিচাপে ঠিক কৰি দিম বুলি ক'লে, আন এগৰাকীয়ে তেওঁৰ ঘৰত থাকিবলৈ মাতিলে আৰু এগৰাকীয়ে ক'লে 'মই তোমাক এপাৰ্টমেণ্টত থকাৰ ব্যৱস্থা কৰি দিম। তুমি অকলে এটা কোঠা পাবা আৰু ৰাতিপুৱা প্ৰাত্যাহাৰ পাবা আৰু খুব নিৰাপদে থাকিবা।" মই তেওঁলোকৰ আগ্ৰহ দেখি আনন্দত আপ্লুত হৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো। তেওঁলোকৰ কাৰণে সৰু হলেও বিদেশত মোৰ কাৰণেই ডাঙৰ অভিজ্ঞতা। মিছেছ উষ্টাৰ বোলা মানুহ গৰাকীয়ে নিজেই গাড়ীৰে ফৰটি টু ষ্ট্ৰীটত পকা ওৱেৰষ্টাৰ এপাৰ্টমেণ্টলৈ নি মেনেজাৰৰ লগত মোৰ থকাৰ বন্দৱস্ত কৰি পেলালে। মই বিশ ডলাৰতে থকাৰ সুবিধা পোৱাৰ কাৰণে মেনেজাৰ গৰাকী আৰু মিছেছ ওৱেষ্টাৰক ধন্যবাদ

জনালো। হোটেলত মই দিনে আশী ডলাৰকৈ দিব লগীয়া হলে মোৰ ডলাৰৰ অসুবিধা হ'লহেঁতেন। অৱশ্যে কণ্ঠুৰী সঞ্জীবে অসুবিধা হলে ডলাৰ দিম বুলি কৈছিল। চৈধ্যতলাৰ এই অট্টালিকাটোত কাম কৰা মহিলা থকাৰ উপৰিও বাহিৰৰ আলহীও থকাৰ ব্যৱস্থা আছে। সকলোৰে বাবে গাইপতি একোটাকৈ ধুনীয়াকৈ সজাই থোৱা কোঠা আছিল। ইয়াতো মোৰ বহুতো মহিলাৰ লগত চিনাকি হৈছিল। গোৱাৰ পৰা যোৱা মহিলা এগৰাকীৰ লগত সহৃদয়তা গঢ়ি উঠিছিল।

মেক্সিকোৰ মেৰিয়ামক লৈ টেক্সীৰে ওৱৰ্ল্ড ট্ৰেড চেণ্টাৰৰ ওচৰত নামিলো ফেৰীত উঠি ষ্টেচু চাবলৈ। দূৰৈৰপৰা জিলিকি আছিল এক নাৰী মূৰ্তি। নিউইয়ৰ্ক বন্দৰৰ ওচৰত লিবাৰ্টি দ্বীপত অৱস্থিত এই মূৰ্তিটো সাম্যমৈত্ৰী আৰু স্বাধীনতাৰ বাবে ৰাজতন্ত্ৰৰ বিৰুদ্ধে যুঁজা ফ্ৰান্সবাসীৰ এক আন্তৰিক দান আছিল নতুন পৃথিৱীলৈ।

ইংৰাজ শাসকৰ বিৰুদ্ধে উপনিবেশবাসী আমেৰিকানক যুঁজিবলৈ এই ফ্ৰান্সৰ বিপ্লৱী সকলে অস্ত্ৰ-শস্ত্ৰ যোগানৰ উপৰিও যোদ্ধা পঠিয়াইছিল। ইউৰোপৰ বহুতো বিপ্লৱী আহি আমেৰিকাত বাস কৰিছিল নিশ্চিন্ত মনেৰে। আমেৰিকাই স্বাধীনতা লাভ কৰাৰ পিছত বহুত দেশৰপৰা মানুহ ৰাজনৈতিক কাৰণতে হওক বা ভাগ্যৰ সন্ধানতে এই দেশলৈ আহিছিল স্বাধীন আৰু সুখৰ জীৱনযাপন কৰিবলৈ। নিউইয়ৰ্কৰ বন্দৰেৰে মানহাটানলৈ ইউৰোপ, এচিয়া আদি মহাদেশৰপৰা মানুহৰ সোঁত বৈছিল। ফ্ৰান্সবাসীয়ে বন্ধুত্বৰ চিনস্বৰূপে আৰু আমেৰিকাৰ স্বাধীনতাৰ প্ৰতীক হিচাপে এই মূৰ্তিটো দান দিছিল।

ফ্ৰেডাৰিক বাৰথলডি নামৰ এজন খনিকৰে নিজ হাতেৰে হাতুৰি মাৰি ৩৫১ ফুট ওখ গ্ৰেনাইডৰ এই মূৰ্তিটো সাজি উলিয়াইছিল। ২২.৫ টনৰ গধুৰ এই মূৰ্তিটো ১৪২ ফুট ওখ স্তম্ভ এটাত থিয় হৈ আছিল। ফ্ৰেডাৰিকৰ সুদক্ষ হাতৰ কি অপূৰ্ব সৃষ্টি আছিল এই জীৱন্ত মূৰ্তি। ২৬ অক্টোবৰ ১৮৮৬ চনত স্থাপিত এই নাৰী মূৰ্তিৰ মুখত স্নিগ্ধ, কোমল ভাব এটা ফুটি উঠিছে যিটো নেদেখিলে বুজিব নোৱাৰি। গ্ৰীক মহিলাৰ দৰে কাপোৰ পিন্ধোৱা এই স্বাধীনতাৰ প্ৰতীক নাৰীৰ আকাশমুখী হৈ থকা সোঁহাত

খনত এটা প্ৰজ্বলিত বহ্নি শিখা আছিল আৰু আনখন হাতত স্বাধীনতাৰ ঘোষণা পত্ৰ।

মুক্তিৰ বাণী বিলোৱা এই নাৰীৰ মূৰৰ কিৰিটিত থকা সাতডাল কাড়ে সাতোখন সাগৰ আৰু সাতখন মহাদেশক বুজাইছিল। হাতত জ্বলি থকা জুইৰ শিখাই যেন উদাত্তস্বৰে পৃথিৱী পোহৰোৱা মুক্তিৰ কথা ঘোষণা কৰিছে। স্তম্ভৰ এঠাইত লিখা কথাৰ অৰ্থ এনে আছিল: "ভাগৰুৱা দৰিদ্ৰ আৰু নিষ্পেষিত জনগণক মুক্ত উশাহ লবলৈ মোৰ ওচৰলৈ পঠিওৱা। মই সোণালী দুৱাৰৰ ওচৰত পোহৰৰ বন্তি দাঙি ধৰিছো।" সুন্দৰ ভাবৰ শব্দৰ গাঁথনিয়ে মনক এক পুলক জগাই তুলি আবেগৰ সৃষ্টি কৰিছিল। ইমান ডাঙৰ মূৰ্তিটোৰ সেই শান্তি সমাহিত কিন্তু দৃঢ় মুখখনলৈ চাওঁতে অন্তৰত ঝংকাৰিত হৈছিল এক আবেগিক স্পন্দন। মুক্তিৰ বাবে যুঁজি থকা পৃথিৱীৰ বিভিন্ন দেশৰ মানুহৰ সংগ্ৰাম বাৰু কেতিয়া শেষ হ'ব?

মোৰ মনলৈ এটা কথা বাৰে বাৰে আহিছিল। মানুহে নাৰীক মুক্তিৰ প্ৰতীক হিচাপে লবলৈ ভাল পায়। ভাৰতীয় সংস্কৃতিতো দেৱীক আৰাধনা কৰে, দুৰ্গাক শক্তিৰ অধিকাৰিণী হিচাপেই কেৱল গ্ৰহণ কৰা নাই এশ আঠটা গুণৰ অধিকাৰিণী কৰিছে, নাৰীক এক আদৰ্শ বা প্ৰতীক হিচাপে পুৰুষে লবলৈ বা দেৱীক পূজা কৰিবলৈ সংকোচ নকৰে, কিন্তু বাস্তৱ ক্ষেত্ৰত নাৰীক জানো সেই মৰ্যাদা দিয়ে? একৈশ শতিকাত সোমাবলৈ দহবছৰ থাকোঁতে মানুহৰ মনোভাৱ যিদৰে পৰিবৰ্তন হব লাগিছিল তাক নহলে নতুন শতিকাক কেনেদৰে গ্ৰহণ কৰিব পাৰিব? পুৰুষে নাৰীক হেয়জ্ঞান কৰাৰ কাৰণেই কত নিৰ্যাতিতা নাৰীয়ে জীৱন ত্যাগ কৰিছে।

মূৰ্তিটোলৈ চাই মেৰিয়ানাই শুনাকৈ ক'লো, "এইবাৰ তুমি নাৰীৰ মুক্তি আৰু সমতা বিচাৰা" তাই মোলৈ চাই হাঁহি ক'লে, "ঠিকেই কৈছা।"

## নিউয়ৰ্ক ঃ অভিজ্ঞতাৰ বিভিন্ন দিশ

॥ ১ ॥

মানুহৰ সান্নিধ্যই যে মানুহৰ মন বলয় বহল কৰে, জ্ঞান-ভাণ্ডাৰ সমৃদ্ধ কৰে আৰু অভিজ্ঞতাৰে মন পুষ্ট কৰে তাক মই এই দুখন অধিবেশনত লগ পোৱা বিভিন্ন ব্যক্তিৰ সান্নিধ্যত গম পাইছিলো। স্বায়ত্ত শাসিত হাণ্টাৰ কলেজৰ সমৃদ্ধ অৱস্থা আৰু ইয়াৰ কাৰ্যকলাপৰ বিষয়ে জানিবলৈ বিচাৰোতে আমাৰ অসমৰ কলেজৰ অৱস্থালৈ মনত পৰিছিল। ১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষা আঁচনিয়ে স্বায়ত্ত শাসিত কলেজ পতাৰ প্ৰস্তাৱ লৈছিল যদিও আমাৰ কেইখন কলেজে স্বায়ত্ত শাসনৰ বাবে দাবী কৰিব পাৰিব? এখন কলেজে স্বায়ত্ত শাসন লাভ কৰিবলৈ সমৃদ্ধ বিষয় সম্পদ আৰু মানৱ সম্পদৰ অধিকাৰী হ'ব লাগিব বিশেষকৈ শিক্ষকসকলৰ সংখ্যা যথেষ্ট হ'ব লাগিব, ছাত্ৰ-ছাত্ৰীৰ সংখ্যা সীমিত হোৱা প্ৰয়োজন আৰু শিক্ষকসকলৰ যোগ্যতাৰ উপৰিও প্ৰশিক্ষণৰ প্ৰয়োজন হ'ব। তেখেতসকলে অধিক সময় বৌদ্ধিক পৰীক্ষণ আৰু গৱেষণা আৰু শিক্ষাদানত ব্যস্ত থকাৰ উপৰি পাঠ্যক্ৰম বিষয়বস্তু, শিক্ষণ পদ্ধতি আদি নিজে কৰিব লাগিব। পৰীক্ষা পৰিচালনাৰপৰা ফলাফল ঘোষণা কৰা সকলো কাম শিক্ষকে কৰিব লাগিব, কেৱল ডিগ্ৰীটো দিব বিশ্ববিদ্যালয়ে। ইয়াৰ মূল উদ্দেশ্য হৈছে ছাত্ৰ-ছাত্ৰীৰ উন্নতি কেৱল বৌদ্ধিক দিশৰে নহয় শাৰীৰিক, সামাজিক আদি দিশৰ উন্নতিসাধন কৰি শিক্ষাৰ মানদণ্ড উন্নত কৰা। কিন্তু আমাৰ কলেজৰ কম শিক্ষক শ্ৰেণীত স্থান দিব নোৱাৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা, লাইব্ৰেৰী, ৰসায়নাগাৰ, পঢ়া কোঠাৰ সুবিধা দিব নোৱৰা অৱস্থাই সেই উদ্দেশ্য পূৰণ কৰিব জানো?

দুয়োখন অধিবেশনতে উন্নতশীল আৰু উন্নয়নকামী দেশসমূহৰ মহিলাই মহিলাৰ বিভিন্ন সমস্যাসমূহ থৰচি মাৰি আলোচনা কৰিছিল। উন্নতিকামী

দেশসমূহৰ প্ৰতিনিধিৰ বক্তব্যত দৰিদ্ৰতা, নিৰক্ষৰতা, অৰ্থনৈতিক আৰু বৃত্তিমূলক দক্ষতাহীনতা, অধিক শিশুৰ জন্ম, মহিলাৰ নিম্নস্থান আৰু নিৰ্যাতন আদি বিষয়ে অধিক স্থান পাইছিল কিন্তু উন্নতিশীল দেশত বৃত্তিত বৈষম্যৰ অৱসান; নাৰী স্বাধীনতা, একক পৰিয়াল, অধিক প্ৰশিক্ষণৰ সুবিধা, নতুন দৰ্শন, নতুন পাঠ্যক্ৰম, মহিলাৰ উচ্চ শিক্ষাৰ স্বকীয়া অনুষ্ঠান, উচ্ছৃংখলতা, ড্ৰাগছ আৰু অধিক সুৰাপান, মুক্ত সহবাস আদি বহুতো বিষয় আলোচনা কৰা হৈছিল। দুশ পঞ্চাছটি অধিবেশনৰ সকলোবোৰতে যোগদান কৰাটো অসম্ভৱ হোৱাৰ কাৰণে বাছি বাছি বিশটা অধিবেশনত যোগদান কৰিছিলো। 'মহিলা শিক্ষা প্ৰশাসকৰ সমস্যা' নামৰ পেনেল এটাত মোক 'স্পীকাৰ' হিচাপে নিৰ্বাচন কৰাত মই পঢ়াশুনাও কৰি ক'ব লগাত পৰিছিলো। কিন্তু অংশগ্ৰহণকাৰীসকলে ইমান উৎসাহেৰে সহযোগ কৰিছিল যে সময় পাৰ হোৱাৰ পিছতো আলোচনা চলি আছিল। উন্নয়নশীল দেশসমূহত ল'ৰা-ছোৱালীৰ মনত আত্মনিৰ্ভৰশীল ভাবটো সকৰে পৰা জাগৰিত কৰে ঘৰুৱা কাম-কাজত সহায় কৰাৰ মাজেৰে। পৰিয়ালত আমাৰ দৰে লিংগ বৈষম্যই প্ৰধান স্থান নাপালেও কৰ্মক্ষেত্ৰত পুৰুষ-নাৰীৰ মাজত বৈষম্য থাকে বুলি কেইবাগৰাকী বক্তাই কৈছিল। ইয়াত ঘৰুৱা কামত স্বামীয়ে পত্নীক সহায় কৰাটো মই নিজেই দেখা পাইছিলো, তথাপি নাৰীয়ে বেছি শাৰীৰিক পৰিশ্ৰম কৰিব লাগে বুলি কয়। কিন্তু ভাৰতৰ নিচিনা উন্নয়নকামী দেশৰ গাঁৱৰ মহিলাই ৰাতিপুৱাৰপৰা ৰাতিলৈ অধিক পৰিশ্ৰম কৰিছিল।

মই নাৰীৰ মৰ্যাদা আৰু অৱস্থাৰ উন্নতিকৰণৰ ওপৰত সদায় গুৰুত্ব দি আহিছো। আমাৰ দৃষ্টিভংগী বৰ্তমান সমাজ ব্যৱস্থাৰ লগত খাপ খুৱাই গঢ়ি তোলা যেন লাগিছিল এই সম্মিলনলৈ গৈ। নাৰী অধিকাৰ, নাৰীতত্ত্ব আৰু নীতিৰ, স্বাধীনতাৰ বিভিন্ন বিশ্লেষণ শুনি অন্ততঃ মই বৰ লাভৱান হৈছিলো। উন্নতিশীল দেশৰ নাৰী আমাৰ দেশৰ নাৰীতকৈ বহুতো ক্ষেত্ৰত আগবাঢ়ি আছে। তথাপি তেওঁলোকে আৰু স্বাধীনতা আৰু অধিকাৰ বিচৰা দেখি আমাৰ গাঁৱৰ মহিলাসকলৰ অৱস্থাৰ কথা ভাবিছিলো। ইংলণ্ডৰ প্ৰতিনিধি লিছা এডকিনছ নামৰ এগৰাকী মহিলাই বিশ্ব প্ৰধান্য সংস্কৃতি

গঢ় দিয়াৰ ওপৰত গুৰুত্ব দিছিল। তেওঁৰ মতে ইংৰাজী ভাষাই বিশ্বত ভাব-চিন্তা আৰু আদৰ্শৰ আদানপ্ৰদানত মাধ্যম হোৱাৰ দৰে এক আন্তঃৰাষ্ট্ৰীয় মহিলা প্ৰাধান্য সংস্কৃতিয়েও বিশ্বত মহিলাৰ মৰ্যাদা আৰু সমতা স্থাপন কৰাত সক্ষম হ'ব। তেওঁৰ মতে বিভিন্ন দেশৰ নাৰীৰ মতামত আৰু ভাবৰ সঘন আদান প্ৰদানে এনে ধৰণৰ সংস্কৃতি গঢ়ি তোলাত সহায় কৰিব। তেখেতৰ যুক্তি গ্ৰহণযোগ্য এই কাৰণেই যে, মই নিজেই বিভিন্ন সম্মিলনত যোগ দি বহুত কথা শিকিছিলো।

নতুন দৃষ্টিভংগীৰে কোনো বিষয় চাবলৈ শিকিছিলো আৰু আনৰ মনোভাবেৰে প্ৰভাৱান্বিত নহৈ নতুন পটভূমিত কোনো সমস্যা বিশ্লেষণ কৰিবলৈ যত্ন কৰিছিলো।

ফ্ৰান্সৰ নাছিয়া আছিমি নামৰ এগৰাকী ফেমিনিষ্টে যুক্তি দি কৈছিল যে সমাজক মানুহেই গঢ় দিয়ে আৰু আগবঢ়াই লৈ যায় নিজৰ সুবিধা মতে। পুৰুষৰ প্ৰাধান্যই সমাজত নাৰীৰ স্থান নিম্নগামী কৰিলেও মহিলাৰ বিদ্ৰোহ আৰু সংগ্ৰামে নাৰীৰ মৰ্যাদা আৰু সমতা ঘূৰাই আনিব পাৰিব। আন এগৰাকীয়ে কৈছিল যে বিবাহে সংঘৰ্ষ, বিচ্ছেদ মত-ভেদৰ সৃষ্টি কৰে স্বামী-স্ত্ৰীৰ মাজত। বিবাহৰ সৃষ্টি মানুহেই কৰিছে, গতিকে সমাজ সংস্কাৰ কৰি নাৰী পুৰুষক সমমৰ্যাদাত বহুৱাবলৈ নাৰী পুৰুষে সহবাস কৰিব, কিন্তু বিবাহ বন্ধনত সোমাব নালাগে। তেওঁলোকৰ কিছুমান চিন্তাধাৰাৰ কথা ভাবিলে বা কাৰ্যকলাপ দেখিলে আমাৰ দেশ যে এই বিষয়ত বহুত পাছ পৰি আছে তাক বুজিব পাৰো। সংগ্ৰামী মহিলাৰ সংগঠন বহুত ধৰণৰ আৰু উদ্দেশ্যও বিভিন্ন ধৰণৰ; বেছিভাগ সংগঠনে নাৰীৰ অৱস্থা উন্নতিকৰণৰ লগতে সমাজ সংস্কাৰতো আত্ম-নিয়োগ কৰিছে।

সকলো দেশতে মহিলাক ধৰ্ষণ কৰাটো এক সামাজিক ব্যাধিৰ দৰেই হৈছে। ব্ৰাজিলৰ বেনেডিক্তা ছেভী নামৰ এগৰাকী সমাজ কৰ্মীয়ে কৈছিল যে ব্ৰাজিল, উকগুৱে, কানাডা আদি দেশত হাজাৰ হাজাৰ বলাৎকাৰ হলেও বেছিভাগ ক্ষেত্ৰতে প্ৰমাণৰ অভাৱত বিচাৰ কৰিব নোৱাৰে। ব্ৰাজিলত গৰ্ভপাত এতিয়াও অপৰাধ বুলি গণ্য কৰাৰ কাৰণে

গোপন গৰ্ভপাতৰপৰা প্ৰায় চাৰিলাখ মহিলাৰ মৃত্যু আৰু সাত লাখ-মানৰ শাৰীৰিক ক্ষতি হয়। উকিলৰ মহিলা আয়োগ এটাই নতুন ধৰণৰ আইন প্ৰণয়ন কৰি দোষীক চাক্ষুস প্ৰমাণ নহলেও শাস্তি দিয়াৰ কাৰণে হেনো এক প্ৰচেষ্টা চলাইছে। মই বাৰ্কলেত থাকোঁতেও কেলিফৰ্নিয়া বিশ্ববিদ্যালয়ত ছাত্ৰীক ধৰ্ষণ আৰু ভয় দেখুৱাৰ চেষ্টা চলোৱাৰ খবৰ পঢ়িছিলো। বাৰ্কলেৰ বিশ্ববিদ্যালয়টো গছ-গছনিৰ মাজত টিলা কিছুমানৰ ওপৰত অৱস্থিত হোৱাৰ কাৰণে দেখিবলৈ অতিশয় সুন্দৰ। বহুত ৰাতিলৈ লাইব্ৰেৰীত পঢ়া আৰু ৰসায়নাগাৰত পৰীক্ষা কৰাটো ছাত্ৰ-ছাত্ৰীৰ নিয়মৰ দৰে। ছাত্ৰ-ছাত্ৰীক বিপদমুক্ত কৰিবলৈ লাইটেৰে গোটেইখন পোহৰ কৰি ৰখাৰ উপৰিও সকলো ঠাইতে টেলিফোন আৰু কেম্পাছ পুলিচ ফ'ৰ্চ আছিল। এবাৰ এজনী ছোৱালীক ৰসায়নাগাৰৰ পৰা ৰাতি ওলাই আহোঁতে কেইবাদিনো ক'লা কাপোৰ পিন্ধা মানুহে অনুসৰণ কৰি ধৰ্ষণৰ চেষ্টা কৰাত পিছদিনা মহিলা পুলিচ গৰাকীয়ে ছাত্ৰী হৈ ঘূৰি ফুৰোঁতে মানুহজনে তেওঁৰ কাষ চপাত লুকাই থকা পুলিচে তেওঁক ধৰা পেলায়। ধৰ্ষণৰ বাহিৰেও সৰু সৰু ছোৱালী আৰু মহিলাৰ ওপৰত কেনেধৰণৰ অত্যাচাৰ কৰে তাৰ বৰ্ণনা কানাডাৰ প্ৰখ্যিয়া গেলাৰ, ফিনলেণ্ড, ইটালী, গ্ৰীচ আদি বিভিন্ন দেশৰ প্ৰতিনিধিয়ে বৰ্ণনা দিছিল। তেখেতসকলৰ দেশত আইন প্ৰণয়ন কৰি লোৱা ব্যৱস্থাই মহিলাক যে সম্পূৰ্ণভাৱে ৰক্ষা কৰিব নোৱাৰে তাকো তেওঁলোকে উদাহৰণেৰে বুজাইছিল। ভাৰতৰ প্ৰতি শ্ৰদ্ধা থকা এগৰাকী আমেৰিকান মহিলাই মোক প্ৰশ্ন কৰিছিল যে ভাৰতত হয়তো ধৰ্ষণৰ সমস্যা ইমানকৈ নাই। মই আছে বুলি কওঁতে তেওঁ খুব আচৰিত হৈ কৈছিল যে ভাৰতীয় সংস্কৃতিয়ে নাৰীক ইমান উচ্চ আসন দিছে যে প্ৰকৃতাৰ্থত এনে দুষ্কাৰ্য কোনোবাই কৰে বুলি ভাবিবলৈ টান লাগে। মই কৈছিলো যে সমাজৰ পৰিবৰ্তন আৰু আন সংস্কৃতিৰ প্ৰভাৱত কেতিয়াবা অপসংস্কৃতিৰ সৃষ্টি হয়। আমাৰ কিছুমানে পশ্চিমীয়া সংস্কৃতিৰ বাহ্যিক ৰূপত প্ৰভাৱান্বিত হৈ বহুতো বেয়া কাম কৰে। কিন্তু বিদেশৰ মানুহৰ কৰ্মদক্ষতা, সততা, শৃংখলাবদ্ধতা আদি গুণৰ অধিকাৰী হ'ব নোৱাৰে।

মই তেখেতসকলক ক'বলৈ বেয়া পালো যে বহু সময়ত গুৱাহাটীৰ নিচিনা ঠাইত শিক্ষিত ল'ৰাই ধৰ্ষণৰ অভিযোগত পুলিচৰ হাতত পৰিছিল। সকলো সমাজৰ দৰে পশ্চিমীয়া সমাজতো ভাল বেয়া, দুয়োটা থকাৰ কাৰণে আমি ভালখিনি গ্ৰহণ কৰাটো অতি প্ৰয়োজন। কিন্তু আমাৰ বহুতে চিনেমা মেগাজিনত দেখা ৰঙচঙীয়া কাল্পনিক জীৱন যাত্ৰা দেখি প্ৰকৃত গুণবোৰ গ্ৰহণ কৰিব নোৱাৰে।

॥ ২ ॥

এলবাৰ্টা ৰাইট নামৰ চায়েৰা লিয়ন দেশৰ মহিলা গৰাকীয়ে উন্নয়নকামী দেশৰ কাৰণে ব্যৱহাৰিক সাক্ষৰতাৰ ওপৰত গুৰুত্ব দিছিল। তেখেতে কৈছিল যে তেওঁৰ দেশত পুৰুষৰ শতকৰা ৭১ৰ ভাগ আৰু মহিলাৰ শতকৰা ৮৯ ভাগ নিৰক্ষৰ। চৰকাৰে ব্যৱহাৰিক সাক্ষৰতাৰ ওপৰত গুৰুত্ব দিলেও গাঁৱৰ দুখীয়া মানুহে তাৰ সুবিধা ল'ব পৰা নাই। আন এগৰাকী প্ৰতিনিধিয়ে কৈছিল যে চায়েৰা লিয়নত অধিক শিশুৰ জন্মৰ ওপৰত গুৰুত্ব দিয়াৰ কাৰণে শিশু আৰু মাতৃক যথাযোগ্য আহাৰ, স্বাস্থ্যৰ যত্ন আৰু শিক্ষাৰ সুবিধা দিব নোৱাৰে। দক্ষিণ আফ্ৰিকাৰ কেইবাগৰাকী প্ৰতিনিধিয়ে দক্ষিণ আফ্ৰিকাৰ গাঁৱত নিম্নগামী অৰ্থনৈতিক অৱস্থা, মানুহৰ নিৰক্ষৰতা আৰু দৰিদ্ৰতাৰ বিষয়ে কৈছিল। শ্বেতাংগৰ শাসনত কৃষ্ণাংগসকলে কিমান অধিকাৰৰপৰা বঞ্চিত হৈছিল তাক বৰ্ণাইছিল। কৃষ্ণাংগসকল অকল নিজৰ দেশতে নহয় গণতান্ত্ৰিক দেশ আমেৰিকাতো বহুত ক্ষেত্ৰত বঞ্চিত হৈ আছে। বৰ্ণ বৈষম্যই সকলো ক্ষেত্ৰতে কৃষ্ণাংগসকলক নিজৰ স্থিতিৰ বিষয়ে সঁকিয়াই দিয়ে। উচ্চ শিক্ষাত স্থান পাবলৈ তেওঁলোকে সংগ্ৰাম কৰিব লাগে। বাৰ্কলেৰ কলম্বিয়া বিশ্ববিদ্যালয়ত যোগ্যতা থকা সত্বেও কৃষ্ণাংগ ছাত্ৰ-ছাত্ৰীয়ে বিশ্ববিদ্যালয়ত ভৰ্তি হ'ব নোৱাৰে। মই থাকোঁতেই কৃষ্ণাংগ আৰু এছীয়সকলে কেইবাবাৰো বিক্ষোভ প্ৰদৰ্শন কৰিছিল। 'বৰ্ণ নিৰ্বিশেষে সকলোৰে সম-অধিকাৰ' বোলা এখন ডাঙৰ সভাত এগৰাকী কৃষ্ণাংগ ছাত্ৰীয়ে বক্তৃতা দি কৈছিল, "আমেৰিকাৰ সমাজ

অৱস্থা গঢ়ি তোলাত আমাৰ পূৰ্ব পুৰুষৰ অৰিহণা যথেষ্ট আছে। আমেৰিকাৰ ইতিহাস নতুনকৈ লেখি আমাৰ মানুহৰ অৰিহণা স্বীকাৰ কৰক আৰু বৰ্তমান পুৰুষক আমাৰ বৰ্ণৰ কাৰণে বঞ্চিত নকৰিব।”

উদাত্তস্বৰে কোৱা এই আবেগিক ভাষণটোৱে বহুতৰে মন চুই গৈছিল আৰু বাৰে বাৰে তাইক হাত চাপৰিৰে সমৰ্থন জনাইছিল। বহুতো শ্বেতাংগৰ যে উচ্চাত্মিকা মনোভাৱ আছে তাক তেওঁলোকৰ কথাৰপৰা গম পোৱা যায়। কৃষ্ণাংগসকলে উচ্চ শিক্ষাত কেলেই আধাতে এৰে তাকে এজন শ্বেতাংগ প্ৰফেচাৰক সোধোতে তেখেতে কৈছিল যে তেওঁলোকে অনুন্নত সাংস্কৃতিক পৰিবেশ বা পৰিয়ালৰপৰা অহাৰ কাৰণে তেওঁলোকে শ্বেতাংগ ছাত্ৰ-ছাত্ৰীৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰে। সেই কথাত মই প্ৰতিবাদ কৰি কৈছিলো যে তুলনামূলকভাৱে ভাৰতত ছাত্ৰ-ছাত্ৰীয়েও খুব অনুন্নত পৰিবেশৰপৰা আহে, কিন্তু বেছিভাগেইতো চমকপ্ৰদ ফলাফল দেখুৱায়। তেখেতে মাত্ৰ কৈছিল যে ভাৰতৰ সাংস্কৃতিক পৰম্পৰা ইমান সমৃদ্ধ যে ছাত্ৰই শিক্ষাক সাধনা হিচাপে লয়। ভাৰতীয় ছাত্ৰ-ছাত্ৰী অধ্যয়নশীল আৰু সেয়ে তেওঁলোকে পৰীক্ষাসমূহত ভাল কৰিব পাৰে। মই কৈছিলো যে কৃষ্ণাংগসকলেও খেল, সংগীত আৰু চাৰুকলাত যথেষ্ট প্ৰতিভা দেখুৱাইছে। তেখেতে আকৌ কৈছিল যে বহু সংখ্যক কৃষ্ণাংগ ঘাটোত (বস্তিঅঞ্চল) ডাঙৰ হোৱাৰ কাৰণে তেওঁলোকৰ মনোভাৱ, আচাৰ-ব্যৱহাৰ আৰু চিন্তাধাৰা সাধাৰণতকৈ অলপ বেলেগ হয়, কাৰণ তেওঁলোক নীচাত্মিকা মনোভাৱত ভোগে। তেখেতৰ কথাত পতিয়ন যাব পৰা নাছিলো যদিও, মই বুজিব পাৰিছিলো যে কৃষ্ণাংগসকলে তেখেতসকলৰ অধিকাৰৰ কাৰণে যথেষ্ট সংগ্ৰাম কৰিব লাগিব। নিউইয়ৰ্কৰ হাৰলেম নামৰ এটা অঞ্চল চাবলৈ যাওঁতে দেখিছিলো ঘৰবোৰ পুৰণা আৰু নিষ্প্ৰভ। এসময়ত খুব চৌখিন ঠাই বুলি খ্যাত থাকিলেও এতিয়া হাৰলেমৰ অৱস্থা বেয়া আৰু মানুহৰ অৰ্থনৈতিক অৱস্থাও নিম্ন খাপৰ। কিন্তু এই হাৰলেমৰপৰাই পৃথিৱী বিখ্যাত বহুত গায়ক শিল্পী আৰু লিখকৰ জন্ম হৈছিল। কিউবা, ডমিনিক আৰু এচিয়া মহাদেশৰপৰা আহি বসবাস কৰা স্পেনিচ হাৰলেমত হেনো এক নতুন সংস্কৃতি গঢ়ি তুলিছে। এই গায়ক আৰু শিল্পীসকলে সজ্জা,

মুক্তি আৰু অধিকাৰৰ ধ্বনি তুলিবলৈ সক্ষম হৈছিল। হাৰলেম্ চাবলৈ মোৰ লগত যোৱা কৃষ্ণাংগী এমিনে কৈছিল যে প্ৰতিভাশালী হ'লেও আমেৰিকাৰ সমাজে কৃষ্ণাংগ গায়ক আৰু শিল্পীক প্ৰথমে স্বীকাৰ কৰিবলৈ নিবিচাৰে। কিন্তু কৃষ্ণাংগসকলেও বিদ্ৰোহী মনেৰে নিজৰ সমতা বিচাৰি যথেষ্ট সংগ্ৰাম কৰি আছে। মই থকা সময়তে ব্ৰুকলিন আৰু নিউইয়ৰ্কলৈ অহা নেলছন মাণ্ডেলাক যি অভূতপূৰ্ব সম্মান আৰু অভ্যৰ্থনা কৃষ্ণাংগসকলে জনাইছিল সেইটো কম ব্যক্তিৰ ভাগ্যতহে ঘটে। অহাইঅ'ৰ এক্ৰন বিশ্ববিদ্যালয়ত হোৱা মহিলা গৱেষণা সম্মিলনৰ অভ্যৰ্থনা সমিতিত ৰুবি চেলচ্ বুলি সংগঠনৰ কৃষ্ণাংগী মহিলাক কৰ্তব্যত অৱহেলা কৰাৰ বাবে সংগঠিকা হিচাপে কামৰপৰা ৰেহাই দিয়াৰ কাৰণে ভীষণ বিক্ষোভৰ সৃষ্টি হয়। মুকলি অধিবেশন আৰু প্ৰতিনিধি সভাত বিষয়টোৱে ইমান গুৰুত্ব লাভ কৰে যে সকলোৱে ইয়াৰ এটা সুবিচাৰ হ'ব লাগে বুলি মতামত দিছিল। দক্ষিণ অঞ্চলত বৰ্ণ বৈষম্যৰ প্ৰভাৱ এতিয়াও খুব বেছি। কালিফৰ্ণিয়া ইণ্টাৰনেচনেল হাউছৰ ডাইনিং হলত ৰাতিৰ সাজ খাই আছিলোঁ। লগৰ গৱেষকৰ লগত কথা পাতি থাকোঁতে মিচিগানৰ এজন গৱেষকে স্বীকাৰ কৰিছিল যে সোণৰ সন্ধানত কালিফৰ্ণিয়ানে বিশেষকৈ চানফ্ৰান্সিস্কোত বহুত দেশৰ মানুহ আহি বসতি কৰাৰ কাৰণে ইয়াত বৰ্ণ-বৈষম্যৰ বিদ্বেষ ইমান তীব্ৰ নহয়। কিন্তু দক্ষিণত এতিয়াও কৃষ্ণাংগই শ্বেতাংগৰ লগত মুকলিভাৱে একেলগে খোৱাটো সহজ নহয়। কেতিয়াবা ৰাজহুৱা ব্যতিক্ৰম হ'লেও, সাধাৰণতে একেলগে খোৱাটো গ্ৰহণযোগ্য নহয়। চানফ্ৰান্সিস্কোৰ নিচিনা ঠাইত কমিউনিটি হাইস্কুল খুলি এটা অঞ্চলৰ কৃষ্ণাংগ-শ্বেতাংগ ল'ৰা-ছোৱালীক একেখন স্কুলত একে ধৰণৰ শিক্ষা দিয়াৰ পৰীক্ষামূলক প্ৰচেষ্টা চলাইছিল। কিন্তু কিছু বছৰৰ পিছত দেখা গ'ল যে কৃষ্ণাংগসকলে নিজৰ মাজত আৰু শ্বেতাংগ ছাত্ৰ-ছাত্ৰীয়েও নিজৰ দলৰ ভিতৰত থাকিবলৈ ভাল পাইছিল। শেষত বেলেগ বেলেগ 'হাউছ' (সম্মিলন) বিচাৰিছিল। কৃষ্ণাংগ ছাত্ৰ-ছাত্ৰীৰ মতে শ্বেতাংগ ছাত্ৰ-ছাত্ৰীয়ে তেওঁলোকক পুতৌ কৰিলেও সমপৰ্যায়ৰ বুলি গণ্য নকৰে আৰু তেওঁলোকেও খেলা-ধূলাত সহজ হ'ব নোৱাৰে। বৰ্ণ-বৈষম্যৰ দৰে ভাৰতজো জাতি ভেদে সমাজৰ

প্ৰগতিত হেঙাৰ হৈ আছে। দাক্ষিণাত্য, বিহাৰ, উত্তৰ প্ৰদেশ আদি ৰাজ্যত আমাৰ লগৰ সহ শিক্ষক শিক্ষয়িত্ৰীৰ নিম্নজাতৰ মানুহৰ প্ৰতি থকা বিদ্বেষপূৰ্ণ মনোভাৱ দেখি আচৰিত হৈছিলো। অসমত অন্ততঃ জাত থাকিলেও বেছিভাগৰ মনতে ইমান তীব্ৰ বিদ্বেষ ভাব নাই।

আমেৰিকাত বৰ্তমানে অৰ্থনৈতিক সংকটে দেখা দিয়াৰ ফলত বহুতো বেংক কাৰখানা বা বাণিজ্যিক সংগঠনক সংকোচিত কৰিছে বা বন্ধ কৰিছে। কিছুমানৰ ক্ষেত্ৰত জাপানৰ বাণিজ্যিক কোম্পানীয়ে এইবোৰ কিনি লোৱাৰ ফলত জাপানৰ প্ৰভুত্বও বাঢ়িছে। জাপানৰ ইলেকট্ৰনিক বস্তু গাড়ী আৰু আন সা-সৰঞ্জামে গোটেই আমেৰিকাতে নহয় বিশ্বতে বিস্ময় পৰিছে। কমিউনিষ্ট দেশ পুব জাৰ্মানীত দেখিছিলো এটা বিম'ট কণ্ট্ৰল টিভি কিনিবলৈ এজন প্ৰফেচৰে চেষ্টা কৰিছিল। পুব জাৰ্মানীত এখন গাড়ী পাবলৈ বহুত বছৰৰ আগতে 'বুক' কৰিব লাগে। লাইপজিকলৈ এজন গৱেষকৰ গাড়ীত যাওঁতে আন এজনে কৈছিল "এওঁ এইখন পশ্চিম জাৰ্মানীৰপৰা আনি খুব ভাল কৰিছে, কিন্তু মই গাড়ী পাবলৈ এই বুঢ়াজনৰ দৰে হ'লেহে পাম! এখন জাপানী গাড়ী ল'বলৈ মোৰ জীৱনত বৰ হেঁপাহ।"

এক্ৰন বিশ্ববিদ্যালয়ত পঢ়া মহিলা অধ্যয়ন সম্মিলনখনত অতিথি হিচাপে যাওঁতে মোক খুব আদৰ-সাদৰ কৰিছিল। ৰঙা মাটিৰ ওপৰত সজা এই বিশ্ববিদ্যালয়খন ইমান ধুনীয়াকৈ ৰাখিছিল যে মই নতুনকৈ সজা বুলিহে ভাবিছিলো। কিন্তু এশ বছৰৰ পুৰণি এই বিশ্ববিদ্যালয়খনক গছ-গছনি, ধুনীয়া ফুলনি আৰু পৰিষ্কাৰ পৰিচ্ছন্ন পৰিবেশত একেবাৰে নতুনকৈ ৰাখিছিল। গছ-গছনিৰে ভৰা এক্ৰনত হেনো পৰিবেশ প্ৰদূষণৰ প্ৰশ্নটো অহা নাই। মোক ঠাই দেখুৱাবলৈ গাড়ীত নিয়া ডায়েনাই কৈছিল যে আমেৰিকাৰ ভিতৰত এক্ৰনত গছ-গছনি আটাইতকৈ বেছি হোৱা কাৰণে ইয়াক 'সেউজী এক্ৰন' বোলে। ইয়াৰ মানুহৰ ব্যৱহাৰো বেচ সহজ আৰু সৰল। কেইবা ঘৰলৈ মোক সান্ধ্য-ভোজনৰ কাৰণে নিমন্ত্ৰণ কৰোঁতে বহুতো মানুহৰ লগত ভাবৰ আদান-প্ৰদান কৰাৰ সুবিধা পাইছিলো। বাংলা দেশৰপৰা উচ্চ শিক্ষাৰ কাৰণে অহা চেৰিনে মোক

সুসাজো মাছৰ জোলেৰে ভাত খুৱালে। তেওঁৰ স্বামীয়ে আদৰ-সাদৰ কৰি এৰাতি থকাৰ বাবে অনুৰোধ কৰাত মই পিছৰ বাৰ আহি থাকিম বুলি কৈছিলো। তেওঁৰ গোটেই কোঠাটোত নতুনকৈ কিনা কিতাপেৰে ভৰাই পেলাইছিল কাৰণ সেইবোৰ কিতাপ বাংলাদেশত পাবলৈ নাই হেনো।

এক্ৰন বিশ্ববিদ্যালয় এৰি অহাৰ দিনা ডায়েনাইঁতে মোক এৱাৰপৰ্টত থবলৈ আহোঁতে মোৰ মনটো সঁচাকৈয়ে বেয়া লাগিছিল। মোক সাৰটি বিদায় দিওঁতে তাইৰ লগতে মোৰো চকুৰ পানী ওলাইছিল। সেই কেইদিনৰ চিনাকি—তাতেই হৈছিল প্ৰাণৰ সংযোগ। বিমান যাত্ৰা ঘোষণা কৰাৰ লগে লগে মই বিমানত উঠিবলৈ সাজু হওঁতে হাত জোকাৰি গোটেই কেইজনীয়ে বিদায় দিছিল। মই হাত জোকাৰি আপোন হোৱা বিদেশিনীক এৰি মোৰ চিনাকি পৰিবেশলৈ যাত্ৰা কৰিলো আকৌ অহাৰ প্ৰতিশ্ৰুতিৰে।

---